# মুখামুখি

## একুৰি দুজন বৰেণ্যৰ অন্তর্দৃষ্টি

হেমন্ত বৰ্মন






সূচনা

লুইত নগৰ, নুনমাটি, গুৱাহাটী - ২০
সূচনাৰ হৈ প্ৰতীতি বৰ্মনৰ দ্বাৰা প্ৰকাশিত
email · prateetibarman@rediffmail.com
ব্ৰততী বৰ্মন
মুখ্য পৰিৱেশক ঃ সতীৰ্থ, এম চি ৰোড, গুৱাহাটী - ৩
প্ৰথম প্ৰকাশ, অক্টোবৰ, ২০০৮
প্ৰচ্ছদ ঃ বেণু মিশ্ৰ
অক্ষৰ বিন্যাস ঃ ৰ'জ বড়া, ছুইফ্‌ট ডিটিপি চেণ্টাৰ, যোৰহাট
মুদ্ৰণ ঃ ভবানী অফছেট এণ্ড ইমেইজিং ছিষ্টেমছ্ প্ৰাঃ লিঃ
গুৱাহাটী-৭৮১ ০০৭

৷# কৃতজ্ঞতা

ধীৰেন্দ্ৰ নাথ বেজবৰুৱা, কনকসেন ডেকা,
মঞ্জুমালা দাস, ৰীতা বৰুৱা, বেণু মিশ্ৰ,
অচ্যুত কুমাৰ শৰ্মা, কমল দাস,
চম্পক বৰবৰা, ললিত বৰা, গৌতম বৰদলৈ,
দিগন্ত বুঢ়াগোহাঁই, পংকজ চেতিয়া,
মাখন কলিতা, জ্যোতিৰেখা হাজৰিকা,
ৰ'জ বড়া, নিত্যা শৰ্মা, ৰাজু বৰা,
প্ৰাঞ্জল ৰিপু কুমাৰ, গৌতম বৰা,
ভাস্কৰজ্যোতি বৰা, ত্ৰিদিব বৰপুজাৰী,
ৰেব কুমাৰ বৰা, বিপুল বৰুৱা.
লীলাধৰ ৰাজখোৱা, ৰঞ্জীব গগৈ,
ৰঞ্জন ৰেগন, দিপালী ভট্টাচাৰ্য বৰুৱা,
দময়ন্তী গগৈ. গঙ্গামোহন মিলি,
বিজয় ৰবিদাস, হৰেণ গগৈ, ৰিপুঞ্জয় গগৈ
আৰু
সম্প্ৰীতি, অৰ্ণব, প্ৰতীতি, ব্ৰততী।

# নিবেদন

বৰেণ্যসকলৰ জীৱন আৰু প্ৰজ্ঞাৰ বিষয়ে জনাৰ হেঁপাহ কাৰেইবা নাথাকে? এই হেঁপাহ আমাৰো আছে।

কথোপকথনৰ সীমিত পৰিসৰত একোগৰাকী সৃষ্টিশীল ব্যক্তি বা বিদ্বানৰ ভাবনাৰ বিশাল জগতখন সামৰা সম্ভৱ নহয় যদিও ই বহু নতুন দিশৰ সন্ধান দিয়ে। সাংবাদিক জীৱনত এই কথা উপলব্ধি কৰি আহিছোঁ। 'দ্য ছেন্টিনেল্', পাছেকীয়া 'শ্ৰীময়ী' আৰু 'দৈনিক জনমভূমি'ৰ বাবে শিল্প, সাহিত্য, সঙ্গীত, সমাজবিজ্ঞান, উদ্যোগ, ৰাজনীতি আৰু সমাজসেৱাৰ লগত জড়িত বহু পুৰোধা ব্যক্তিৰ লগত কথা পাতিছিলোঁ। সিবোৰ সাক্ষাৎকাৰৰূপে তিনিওখন কাকততে প্ৰকাশ পাইছিল। কৈ থোৱা ভাল, এই সাক্ষাৎকাৰসমূহ সাংবাদিকতাৰ তৎকালীন প্ৰয়োজনৰ ফচল — ঐতিহাসিক কালক্ৰমৰ অন্তৰ্গত বা দীৰ্ঘম্যাদী পৰিকল্পনাৰ ভিতৰুৱা নহয়। তথাপি আমাৰ বিশ্বাস, এই সাক্ষাৎকাৰসমূহত সামাজিক বুৰঞ্জীৰ কিছু তথ্য আছে।

এই কিতাপখনত একুৰি দুজন শিল্পী, সাহিত্যিক, সঙ্গীতজ্ঞ, উদ্যোগপতি আৰু সমাজবিজ্ঞানীৰ সাক্ষাৎকাৰ থুপাই থোৱা হৈছে। সাক্ষাৎকাৰকেইটা ব্যক্তিকেইগৰাকীৰ জন্মৰ ক্ৰম অনুসাৰে সজোৱা (দিলীপ শৰ্মাৰ পিছতে সুদক্ষিণা শৰ্মাৰ সাক্ষাৎকাৰটো দিয়াৰ কাৰণ হ'ল দুয়োটা সাক্ষাৎকাৰ 'শ্ৰীময়ী'ত একেলগে প্ৰকাশ পাইছিল), লগতে প্ৰকাশৰ তাৰিখো উল্লেখ কৰা হৈছে যাতে পাঠকে সেই সময়ৰ কথা মনত ৰাখি সাক্ষাৎকাৰকেইটা পঢ়িব পাৰে। প্ৰত্নতাত্ত্বিক সৰ্বেশ্বৰ শৰ্মা কটকীৰ পত্নী মৃণাল কুমাৰী কটকীৰ সাক্ষাৎকাৰটো সম্প্ৰীতি শইকীয়া বৰ্মনে আৰু মেদিনী চৌধুৰীৰ সাক্ষাৎকাৰটো কমল দাসে লোৱা। সাক্ষাৎকাৰ দুটা এই সংকলনত প্ৰকাশৰ অনুমতি দি তেওঁলোকে আমাক বাধিত কৰিছে। ব্যক্তিকেইগৰাকীৰ ১৭ খন ফটো সংগ্ৰহ কৰি দিয়াৰ বাবে ৰেবকুমাৰ বৰা আমাৰ ধন্যবাদৰ পাত্ৰ। হেমন্ত মিশ্ৰ আৰু ৰংবং তেৰাঙৰ ফটো দুখন আমি নিজে লোৱা। ড° হেৰম্ব কুমাৰ বৰপূজাৰী আৰু ড° ভুবন মোহন দাসৰ ফটো দুখন তেওঁলোকৰ পৰিয়ালৰ ফালৰ পৰা পোৱা। চালেহা আহমেদৰ ফটোখন প্ৰাঞ্জল ৰিপু কুমাৰৰ।

কিতাপখনে পঢ়ুৱৈসমাজক কিঞ্চিৎ উপকৃত কৰিব পাৰিলে আমাৰ হেঁপাহ সাৰ্থক হোৱা বুলি ভাবিম।

গুৱাহাটী, ২০০৮ — হেমন্ত বৰ্মন

# সূচী

*It is only in our decisions that we are important*

**Jean-Paul Sartre**

*কটকীদেৱে গাঁঠিৰ ধন ভাঙি*
*গৱেষণাৰ কাম কৰিছিল*

# মৃণাল কুমাৰী কটকী

***প্ৰত্নতাত্ত্বিক সৰ্বেশ্বৰ কটকী অসমৰ ঐতিহ্য আৰু ইতিহাস সন্ধানীসকলৰ পথিকৃত। পুৰাতত্ত্বৰ প্ৰতি কটকীৰ আগ্ৰহ আৰু জাতীয় প্ৰেমৰ উৎস কি আছিল ?***

কটকীদেৱৰ জাতীয় প্ৰেমৰ প্ৰেৰণাদাত্ৰী আছিল তেখেতৰ মাতৃ, মোৰ শাহুআই স্বৰ্গীয়া দ্ৰৌপদী দেৱী কটকী। নগাঁৱৰ কলিয়াবৰৰ ভোলাগুৰি সত্ৰৰ জীয়াৰী মোৰ শাহুআই এক সাংস্কৃতিক পৰম্পৰাৰ অঙ্গ আছিল। পিতৃৰ অকাল বিয়োগৰ পাছত কটকীদেৱৰ সকলো প্ৰেৰণাৰ উৎস আছিল মাতৃদেৱী। মাতৃৰ উৎসাহ আৰু যত্নৰ বাবেই কটকীদেৱে আৰ্থিক অনাটনৰ মাজতো নিজৰ জাতীয় ভাবনা জীপাল কৰি ৰাখিব পাৰিছিল।

***কটকীৰ জীৱনে আপোনাক কিদৰে অনুপ্ৰাণিত কৰিছিল ?***

কটকীদেৱৰ কৰ্মবহুল জীৱন মোৰ বাবেও প্ৰেৰণাৰ উৎস আছিল। তেখেতৰ কৰ্মব্যস্ততাৰ কথা মনলৈ আহিলে আজিও আচৰিত হওঁ। সংসাৰৰ দায়িত্বৰ উপৰি জাতীয় ঐতিহ্যৰ সন্ধান আৰু প্ৰচাৰত কটকীদেৱ অহৰহ ব্ৰতী আছিল। তেখেতৰ কামেই মোক সকলো প্ৰকাৰৰ সহযোগ আগ বঢ়াবলৈ সততে উৎসাহিত কৰিছিল। পত্নী হিচাপে তেখেতক সকলো প্ৰকাৰে সহায় কৰাৰ বাবে মই সদায় প্ৰস্তুত আছিলোঁ।

***তেখেতৰ এনে কাম-কাজৰ সহায়-সাৰথি কোন আছিল ?***

কটকীদেৱৰ কাম-কাজত সহায় কৰা ব্যক্তিসকলৰ ভিতৰত পণ্ডিত হেমচন্দ্ৰ গোস্বামী, ৰায়বাহাদুৰ কনকলাল বৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা, দেশভক্ত তৰুণৰাম ফুকন, কালিৰাম মেধি, সোণাৰাম চৌধুৰী আৰু দিবাকৰ গোস্বামীৰ কথা



আজিও মোৰ মনত আছে ।

*সেই সময়ত কটকীৰ বিশিষ্ট বন্ধু কোন কোন আছিল ?*

বিশেষকৈ সিদ্ধিনাথ শৰ্মা, শিশিৰ কুমাৰ বৰুৱা, হৰমোহন দাস, চন্দ্ৰনাথ শৰ্মা, ৰত্নকান্ত বৰকটকী, জলতিৰাম লহকৰ, মহম্মদ চালেহৰ লগত তেখেতৰ বন্ধুত্বৰ সম্পৰ্ক আছিল বুলি জানো।

*'আৱাহন'ৰ সম্পাদক দীননাথ শৰ্মাৰ লগত তেখেতৰ সম্পৰ্ক কেনেধৰণৰ আছিল ?*

দীননাথ শৰ্মাৰ লগত তেখেতৰ যোগাযোগ আছিল। সেই সময়ত আৱাহনে অসমীয়া সাহিত্য-সংস্কৃতি আৰু ভাষাৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল। শৰ্মাদেৱে প্ৰবন্ধ-পাতিৰ বাবে কটকীদেৱৰ লগত সততে যোগাযোগ ৰখাৰ কথা মনত পৰে। কটকীদেৱেও 'আৱাহন' ত বিভিন্ন বিষয়ৰ প্ৰবন্ধ-পাতি লেখিছিল আৰু তেখেতৰ সৰহসংখ্যক প্ৰবন্ধই 'আৱাহন'ত প্ৰকাশ পাইছিল।

*জ্যোতিপ্ৰসাদৰ লগতো কটকীৰ সম্পৰ্ক আছিল নেকি ?*

মই জনাত জ্যোতিপ্ৰসাদ আগৰৱালাদেৱৰ লগত তেখেতৰ বিশেষ সম্পৰ্ক নাছিল। অৱশ্যে উভয়ৰে জনা-শুনা আছিল।

*কি সপোন বা উদ্দেশ্যৰে কটকীয়ে কলা-সংস্কৃতি আৰু পুৰাতত্ত্বৰ বাবে কাম কৰিছিল ? তেখেতৰ সেই সপোন বাস্তৱত ৰূপায়িত হৈছে বুলি ভাবেনে ?*

কটকীদেৱে এই শতিকাৰ দ্বিতীয় দশকৰ পৰাই পুৰাতত্ত্ব বিষয়ক চিন্তা-চৰ্চাত নিজকে নিয়োজিত কৰিছিল আৰু 'কামৰূপ অনুসন্ধান সমিতি'ৰ লগত আজীৱন জড়িত আছিল। আৰ্থিক অনাটন সত্ত্বেও অসমৰ বিভিন্ন ঠাইলৈ গৈ প্ৰাচীন

কীৰ্তিসমূহ পৰিদৰ্শন কৰি স্থাপত্য, ভাস্কৰ্য আৰু কলা-সংস্কৃতিৰ বিষয়ে সমল গোটাইছিল।

প্ৰাচীন কীৰ্তিৰ সংৰক্ষণৰ জৰিয়তে ভৱিষ্যৎ গৱেষণাত সহায় হ'ব বুলি বিশ্বাস কৰিয়েই তেখেতে উঠি অহাচামক এই দিশত আগ্ৰহী কৰি তোলাৰ বাবে কাম কৰি গৈছিল বুলি মই তেতিয়াই উপলব্ধি কৰিছিলোঁ।

ফলস্বৰূপে, কনকলাল বৰুৱা, হেমচন্দ্ৰ গোস্বামী, কালিৰাম মেধি, কালীচৰণ সেন আদি বৰেণ্য ব্যক্তিসকলৰ সহযোগ আৰু কটকীদেৱৰ পৰিশ্ৰমৰ বাবে 'কামৰূপ অনুসন্ধান সমিতি' বিভিন্ন সমলেৰে ঠন ধৰি উঠিছিল। এই সংগ্ৰহ কাৰ্যক ভিত্তি কৰিয়েই ১৯৪০ চনত অসমত এটি মিউজিয়াম প্ৰতিষ্ঠা কৰা হৈছিল। জাতীয় জীৱনৰ এনে প্ৰয়োজন পূৰণৰ তাড়নাই আছিল কটকীদেৱৰ সপোন।

***অসমীয়াৰ মনত ঐতিহ্যৰ প্ৰতি আগ্ৰহ জন্মাবলৈ তেখেতে কি কি কাম কৰিছিল ?***

পুৰাতাত্ত্বিক সমল সংগ্ৰহৰ জৰিয়তে তেখেতে হেৰাই যাব খোজা সভ্যতাৰ বিষয়ে মানুহক সজাগ কৰাই নহয় 'কামৰূপ অনুসন্ধান সমিতি'ত এনে সমলবোৰ বিজ্ঞানসন্মতভাৱে ৰাখি নিজ ঐতিহ্যৰ বিষয়ে বিজ্ঞানসন্মত চিন্তা-চৰ্চাৰ পথ মুকলি কৰিছিল। তাৰ উপৰি তেখেতে শ্লাইড শ্বো বা লেণ্টাৰ্ন লেকচাৰৰ জৰিয়তে প্ৰাচীন কীৰ্তিৰ চিত্ৰ দৰ্শকৰ সমুখত দাঙি ধৰিছিল। অসমৰ বিভিন্ন ঠাইত তেখেতে বক্তৃতা আয়োজন কৰিছিল যাতে উঠি অহাচাম নিজ ঐতিহ্য আৰু ইতিহাস সম্পৰ্কে আগ্ৰহান্বিত হয়।

***কটকীৰ কামৰ প্ৰতি আপুনি আৰু সন্তানসকল আগ্ৰহী আছিলনে ?***

গৃহিণী হিচাপে স্বাভাৱিকতেই কটকীৰ কাম-কাজৰ লগত মই পৰোক্ষভাৱে জড়িত হৈ পৰিছিলোঁ। তেখেতৰ জীৱিতকালত ল'ৰাহঁত স্কুলীয়া ছাত্ৰ আছিল। প্ৰয়োজনসাপেক্ষে কেতিয়াবা কটকীদেৱে আমাৰ চাৰিপুত্ৰৰ দুই-এজনক কামত লগাইছিল আৰু সভা-সমিতিলৈকো নিছিল।

***এনে কাম-কাজৰ বাবে তেখেতে নিশ্চয় গাঁঠিৰ ধন ভাঙিবলগীয়া হৈছিল ?***

মই জনাত বেছিভাগ কামেই কটকীদেৱে গাঁঠিৰ ধন ভাঙি কৰিছিল। শিক্ষকতাৰ সামান্য আৰ্জনেৰে সংসাৰ চলোৱাৰ উপৰি ৰাজহুৱা কামো কৰিছিল। তাৰ বাবে তেখেতে ধাৰ-ঋণ কৰিবলগীয়া হোৱাৰ কথাও মোক মাজে-সময়ে কৈছিল।

***অধ্যয়নৰ বাবে তেখেত অসমৰ বাহিৰলৈ গৈছিল নেকি ?***

শিক্ষকতা কৰি থকাৰ সময়তে তেখেত প্ৰশিক্ষণৰ বাবে ঢাকালৈ গৈছিল। গৱেষণাৰ সহায়ৰ বাবে তেখেতে কলিকতাৰ মিউজিয়ামত পুৰাতত্ত্বৰ বিষয়ে প্ৰশিক্ষণো লৈছিল।

*প্ৰয়োজনীয় কিতাপ-পত্ৰ কিদৰে সংগ্ৰহ কৰিছিল ?*

তেতিয়াৰ দিনত মূল্যৱান কিতাপ-পত্ৰ যোগাৰ কৰা বৰ কঠিন আছিল। সেই সময়ৰ কাৰ্জন হল পুথিভঁৰাল আৰু কামৰূপ অনুসন্ধান সমিতিৰ পুথিভঁৰালৰ ওপৰতে তেখেতে নিৰ্ভৰ কৰিবলগীয়া হৈছিল।

*অসম আৰু বাহিৰৰ কোন কোন ব্যক্তিৰ লগত তেখেতে মত বিনিময় কৰিছিল বা যোগাযোগ ৰাখিছিল ?*

অসমৰ গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি, সিদ্ধিনাথ শৰ্মা, তৰুণৰাম ফুকন, চন্দ্ৰধৰ বৰুৱা, বিনন্দ চন্দ্ৰ বৰুৱা আদি ব্যক্তিৰ লগত তেখেতৰ যোগাযোগ আছিল। সদৌ ভাৰত প্ৰাচ্য সন্মিলন, নিখিল ভাৰত বুৰঞ্জী কংগ্ৰেছ আদিৰ সভা-সমিতিলৈ যাওঁতে তেখেতে ৰমেশ মজুমদাৰ, দীক্ষিত, কৃষ্ণস্বামী আয়েংগাৰ, কে পি জয়ছৱাল, ডঃ লক্ষণ স্বৰূপ আদি প্ৰত্নতাত্ত্বিকসকলৰ উপৰি ড° শেষাদ্ৰী, পণ্ডিত নেহৰু, ড° সৰ্বপল্লী ৰাধাকৃষ্ণণ, ড° এল এন শ্বাহ আদিৰ দৰে ব্যক্তিৰ লগত অসমৰ পুৰাতত্ত্বৰ বিষয়ে ভাবৰ আদান-প্ৰদান কৰিছিল বুলি তেখেতে মোক কোৱা মনত আছে।

*কটকীৰ লগত সংসাৰ পাতি আপুনি জীৱনত কি বিচাৰিছিল ?*

সাংসাৰিক জীৱনত পাৰ্থিৱ বিষয় লৈ মোৰ তেনে কোনো পাৰ্থিৱ চিন্তা নাছিল। স্বামীক সততে সহায় কৰিব বিচাৰিছিলোঁ আৰু সদায় এটা কথা মনত ৰাখিছিলোঁ, তেখেতৰ কাম-কাজৰ আৰু আঁচনিৰ যাতে মই অন্তৰায় নহওঁ। তাৰ বাবে ভগৱন্তৰ ওচৰত প্ৰাৰ্থনা কৰিছিলোঁ।

*তেখেত ৰাজহুৱা কাম-কাজত জড়িত থকাৰ বাবে সংসাৰ চলাবলৈ আপোনাৰ অসুবিধা হোৱা নাছিল নেকি ?*

সংসাৰ চলাওঁতে কেতিয়াবা কিছু অসুবিধা হ'লেও সেই বিষয়ে তেখেতক নজনোৱাকৈয়ে চলিবলৈ যত্ন কৰিছিলোঁ। তদুপৰি মোৰ শাহুআই জীৱিত থকাৰ বাবে সংসাৰৰ বিষয়ে মই বিশেষ ভাবিবলগীয়া হোৱা নাছিল।

মোৰ শাহুআইৰ জীৱিতকালত স্বামীৰ অকাল বিয়োগ ঘটিছিল। আৰু শাহুআয়ে পুত্ৰ শোকৰ বোজা ব'বলগীয়া হৈছিল।

*মানুহ হিচাপে কটকী কেনেধৰণৰ আছিল ?*

কটকীদেৱ মৰমিয়াল আৰু সমাজপ্ৰিয় ব্যক্তি আছিল। কাকো প্ৰাপ্য সন্মান দিবলৈ তেখেতে কুণ্ঠাবোধ কৰা নাছিল। নিজে নিয়মানুৱৰ্তিতা মানি চলিছিল আৰু আনকো তেনে হোৱাটো বিচাৰিছিল।

*নিজৰ সন্তানেও তেখেতৰ পথ অনুসৰণ কৰাটো কটকীদেৱে বিচাৰিছিলনে ?*

ল'ৰা-ছোৱালীক উচ্চ শিক্ষা দিয়াৰ বাবে তেখেতে আপ্ৰাণ চেষ্টা কৰিছিল; কিন্তু

তেখেতৰ জীৱিতকালত আমাৰ ল'ৰাহঁত স্কুলীয়া ছাত্ৰ। শিক্ষা সম্পূৰ্ণ হোৱাৰ পিছত তেখেত জীয়াই নাথাকিল। জীয়াই থাকিলে হয়তো নিজ সন্তানকো তেখেতৰ পথলৈ অনাৰ চেষ্টা কৰিলেহেঁতেন।

*কটকীয়ে অসমীয়া জাতিৰ পৰা প্ৰাপ্য সন্মান পোৱা বুলি আপুনি ভাবেনে ?*

কটকীদেৱৰ অকাল বিয়োগ হোৱাৰ ৪৫ বছৰৰো বেছি কাল হ'ল; কিন্তু মোৰ বোধেৰে তেখেতৰ প্ৰতি যথোচিত সন্মান দেখুওৱা হোৱা নাই। তাৰ কাৰণ কি তাৰ বিচাৰৰ ভাৰ আমাৰ পণ্ডিত, বুদ্ধিজীৱী আৰু জাতিপ্ৰেমী ব্যক্তি আৰু ৰাইজলৈ থ'লোঁ।

*কটকীৰ বাবে অসমীয়া জাতিয়ে কি কৰাটো বিচাৰে ?*

বৰ্তমান মোৰ বয়স ৮৩ বছৰ। এই বয়সত মোৰ স্বামী বুলি নহয়, কটকীৰ দৰে ব্যক্তিৰ স্মৃতিত কিবা কৰা দেখিলে নিজকে ধন্য মানিম। তেখেতৰ প্ৰকাশিত পুথি আৰু প্ৰবন্ধসমূহ ১৯৮৩ চনতে প্ৰকাশন পৰিষদক ৰচনাৱলীৰ আকাৰত প্ৰকাশৰ বাবে দিয়া হৈছিল। প্ৰকাশন পৰিষদৰ প্ৰস্তাৱ মৰ্মে মোৰ ল'ৰাই সকলোখিনি সংগ্ৰহ কৰি পৰিষদক দিছে আৰু এই সন্দৰ্ভত চুক্তিও সম্পাদিত হৈছে। মোৰ জীৱিতকালত এই ৰচনাৱলী প্ৰকাশ হোৱাৰ আশাত আছোঁ। ১৯৯২ চনত তেখেতৰ জন্মৰ এশ বছৰ পূৰ্ণ হ'ব। এই গ্ৰন্থ প্ৰকাশৰ জৰিয়তে আৰু আন উপায়েৰে কটকীক স্মৰণ কৰাৰ লগতে আমি অসমবাসীয়ে সন্মান যাচিব পাৰোঁ।

*বৰ্তমানে আপুনি কি বিচাৰে ?*

কটকীদেৱৰ মৃত্যুৰ প্ৰায় আঢ়ৈকুৰি বছৰ হ'ল। এই সময়ছোৱাত বহুকেইজনে কটকীদেৱে প্ৰদৰ্শন কৰা পথেৰে আগ বাঢ়িছে। আমাৰ সমাজো সলনি হৈছে। সকলো দিশতে উন্নয়নো দেখা গৈছে; কিন্তু সবাতোকৈ দুখলগা কথা হ'ল হিংসাৰ পয়োভৰ। সমাজত শান্তি-সম্প্ৰীতি প্ৰতিষ্ঠা হওক, বৈষম্যৰ প্ৰতি থকা বহুজনৰ ধাৰণাৰ সু-মীমাংসা হওক — এয়াই মোৰ একান্ত কামনা।

**সাক্ষাৎগ্ৰহণ ঃ সম্প্ৰীতি শইকীয়া বৰ্মন**

**শ্ৰীমতী**, ১৬ -৩১ ডিচেম্বৰ, ১৯৯১

*লাচিত মেলাৰ আয়োজন*

*ময়েই কৰিছিলোঁ*

# বিনন্দ চন্দ্ৰ বৰুৱা

গড়গাঁও, গড়গাঁও কথা শুনি ভল যাওঁ
বাট দেখি পিছলে যে পাৰ ;
দিখৌৰ সোঁতত যোৱা, ভটিয়নী বল পোৱা
উভতিব খোজে মাৰুনাও ;
ওচৰতে দেখি গড়গাঁও।

***'গড়গাঁও' কবিতাটি আপুনি ক'ত আৰু কেনেকৈ লিখিছিল ?***

কলিকতাত এম-এ পঢ়ি থকা সময়ৰ কথা। সন্ধিয়া পাৰ্বতিপ্ৰসাদ বৰুৱা আহি মোক ক'লে যে আবৃত্তিৰ বাবে কবিতা এটি লাগে। পিছদিনা 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ অধিবেশন। এই অধিবেশনৰ সভাপতি তৰুণৰাম ফুকন। অধিবেশনত পাৰ্বতিপ্ৰসাদে কবিতা আবৃত্তি কৰিব আৰু একে নিশাৰ ভিতৰতে মই কবিতা এটি লিখি দিব লাগে। পাৰ্বতিপ্ৰসাদ মোৰ মৰমৰ বন্ধুও। তেওঁ মোক ক'লে — যদি মই কবিতা দিব নোৱাৰোঁ তেতিয়াহ'লে মোৰ ওচৰলৈ তেওঁ আৰু কেতিয়াও নাহে। মই হেহোঁ-নেহোঁ কৰি সৈমান হ'লোঁ; কিন্তু লিখোঁ বুলিলেই কবিতা এটি লিখিব নোৱাৰি। মই ইতিহাসৰ ছাত্ৰ; সেই সময়ত অসমৰ বিষয়ে বিভিন্ন ভ্ৰমণকাৰীৰ টোকা আৰু নথি-পত্ৰ ঘুকুটি আছিলোঁ। নিশা ভাত-পানী খাই কবিতা লিখিবলৈ বহিলোঁ, মোৰ হাতত অলপো লিখিব পৰা বিধৰ কাকত নাছিল। অ'ৰ এটুকুৰা, ত'ৰ এটুকুৰা কাকত গোটাই সুদীৰ্ঘ সেই কবিতাটি নিশা এক বজালৈ লিখিলোঁ। কবিতাটি শেষ হোৱাৰ সময়—নিজম নিশা—বাহিৰৰ ৰাস্তাৰে "হৰিবোল, হৰিবোল" ধ্বনি দি শ সৎকাৰ কৰিবলৈ এজাক মানুহ আগ বাঢ়িছে কালীঘাট শ্মশানলৈ। বুকুখন চিৰিংকৈ গ'ল। আৰু কবিতাটি শেষ কৰিলোঁ এইদৰে —

পগলা কবিৰ গাত, মাৰে যেন চাট্ চাট্,
কাৰেওৰ ইটা খহি আহি ;
শ্মশান বিচাৰি ফুৰা, লাগে মাথোঁ জুইকুৰা
থাকিব যে নোৱাৰে সি নাহি।
শ্মশানতো ফুলে ফুলপাহি।

পিছদিনা টুকুৰা কাকতৰ মাজৰ পৰা পাৰ্বতিপ্ৰসাদে কবিতাটি শৃংখলিতভাৱে লিখি অধিৱেশনত আবৃত্তি কৰিছিল। 'গড়গাঁও' কবিতাটিৰ জন্মকাহিনী এয়াই ।

***সৰুৰে পৰাই আপুনি কবিতা লিখিছিল নেকি ?***

সৰুৰে পৰাই কবিতা লিখাৰ নিচিনা। আমাৰ একান্নবৰ্তী পৰিয়ালটি ল'ৰা-ছোৱালীৰে ঠাহ খোৱা। তেতিয়াৰ দিনত প্ৰকাশিত সকলোবোৰ ধৰ্মপুথিয়েই আমাৰ ঘৰত আছিল। আমাৰ আইতা আনন্দী দেৱীৰ বয়স তেতিয়া ১০০ বছৰ। তেওঁক পাল পাতি আমি ধৰ্মপুথি পঢ়ি শুনাব লাগে। পদপুথি পঢ়ি মোৰ অকণমানি মনটোৱে ভাবিছিলোঁ 'ময়ো এইদৰে পদ-পুথি লিখিব পৰা হ'লে!' পাৰিম নে নোৱাৰিম আইতাক সুধিছিলোঁ। 'কিয় নোৱাৰিবা সোণটো — পাৰিবা, সময়ত তুমিও পাৰিবা। তুমি বংশৰ নাম ৰাখিবা পদুম ফুলৰ দৰে।' আইতাৰ কথাষাৰিয়ে মোৰ ল'ৰালিটোক উৎসাহ আৰু প্ৰেৰণাৰে ভৰাই তুলিছিল। তাৰেই ফলস্বৰূপে ময়ো প্ৰায়ে জোৰাই জোৰাই কবিতাৰ দৰে ইটো-সিটো গাই ফুৰোঁ। স্কুলত মোক উৎসাহ দিছিল সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞি (প্ৰাক্তন মন্ত্ৰী), ফণী দত্ত, মাধৱ ভট্টাচাৰ্য, অতুলচন্দ্ৰ বৰুৱা, ৰামপ্ৰসাদ বেজবৰুৱা, শিক্ষকসকল—মিত্ৰদেৱ মহন্ত, লক্ষেশ্বৰ শৰ্মা বৰুৱা, জেহিৰুদ্দিন আহমেদ, চন্দ্ৰকান্ত বৰপূজাৰী আদিয়ে।

যোৰহাট নৰ্মাল স্কুলত হাতেলিখা আলোচনী 'জেউতী'ত কবিতা প্ৰকাশ পাইছিল। ছপা আলোচনী 'বাঁহী'ত মোৰ 'বিহু চেৰা' নামৰ কবিতাটি প্ৰকাশ পাইছিল আৰু ভাল পাই বহুতে মোলৈ চিঠি লিখিছিল। কলেজলৈ আহি 'চেতনা' ৰ লগতো জড়িত হৈ পৰিছিলোঁ।

***আপোনাৰ প্ৰথম কবিতাপুথি 'শংখধ্বনি' কোনে ছপা কৰিছিল ?***

১৯২৬ চনত বন্ধু পাৰ্বতিপ্ৰসাদ বৰুৱা, তুলসী নাৰায়ণ শৰ্মা আৰু ফণী দত্তৰ অনুৰোধ আৰু উদ্যোগত কলিকতাত 'শংখধ্বনি' ছপা কৰোঁ। তেওঁলোকেই 'শংখধ্বনি' সৰস্বতী প্ৰেছত ছপাবলৈ দিয়ে। সেই সময়ত সৰু দদাইদেৱে মোলৈ পঠোৱা টকা প্ৰেছত দিওঁ। এইদৰেই 'শংখধ্বনি' প্ৰকাশ পালে আৰু বেগাতে বিক্ৰীও হ'ল। সেই সময়ছোৱা হ'ল স্বাধীনতা আন্দোলনৰ কাল; মেলে-মিটিঙে দেশাত্মবোধসম্পন্ন কবিতা আবৃত্তি কৰাৰ বাবে 'শংখধ্বনি' ৰ চাহিদা বাঢ়িছিল। কিতাপখন দুবেলি ছপা হ'ল। মোৰ এটি কবিতাৰ সংকলন লয়াৰ্ছ বুক ষ্টলে প্ৰকাশ কৰিছে। হাতেলিখা অৱস্থাত আন ভালেমান

কবিতা নষ্ট হ'ল।

*টীয়কত কৈশোৰ কিদৰে কটাইছিল ?*

আমি গাঁৱৰ মানুহ। ডাঙৰ-দীঘল হৈছিলোঁ এক বহল পৰিৱেশত। আমাৰ পৰিয়ালটি একান্নবৰ্তী। ল'ৰা-লুৰিও বহুত। আমাৰ প্ৰাইমেৰী স্কুলখনক আজিৰ স্কুলৰ লগত তুলনা কৰিলে গৰু-গোহালি যেন লাগে। শিক্ষক বহিবলৈকে মাথোঁ টুল এখনহে আছিল। শিক্ষাৰ বাবে বিশেষ সা-সঁজুলি তেতিয়া স্কুলত নাছিল। শিক্ষকে ঘৰে ঘৰে গৈ ল'ৰা বিচাৰি আনিছিল স্কুলত ভৰ্তি কৰিবলৈ। শিক্ষকৰ দৰমহা আছিল তিনি টকা, ছয় টকা আৰু বাৰ টকা। টাউনৰ লগত যোগাযোগ থকা ঘৰৰ ল'ৰাহে পঢ়িবলৈ স্কুললৈ আহে। আমাৰ স্কুলখনত ৪০ জনমান ছাত্ৰ আছিল। ছাত্ৰীৰ নামেই নাই। অৱশ্যে চন্দ্ৰ কলিতাৰ লগত মোৰ ভনীজনী স্কুলত পঢ়াৰ কথা মনত আছে। ল'ৰা স্কুললৈ গৈছিল গামোচা আৰু বনিয়ন পিন্ধি।

*তেতিয়া গাঁৱৰ বৌদ্ধিক আৰু প্ৰশাসনিক জীৱন কেনে আছিল ?*

গাঁৱৰ স্কুলৰ শিক্ষকজনেই আছিল গাঁৱৰ বৌদ্ধিক জীৱনৰ মুৰব্বী। মেল-মিটিং, দিহা-পৰামৰ্শ সকলো দিশতে শিক্ষকজন নহ'লে নহয়। গাঁৱৰ ৰাইজক দিহা-পৰামৰ্শ দিয়াৰেপৰা ল'ৰা গোটাই স্কুল চলোৱালৈ সকলোখিনি কাম পৰম উৎসাহেৰে পণ্ডিতজনেই কৰিছিল।

গাঁওবুঢ়াৰ জৰিয়তেই গাঁওবাসীৰ প্ৰশাসনৰ লগত সামান্য চা-চিনাকি আছিল। গাঁৱৰ বয়োজ্যেষ্ঠ, জনা-শুনাজনেই গাঁওবুঢ়াৰ বাব পাইছিল। গাঁওবুঢ়াই গাঁৱৰ জন্ম-মৃত্যুৰ তথ্য মৌজাদাৰৰ ঘৰত যোগান ধৰে। গাঁওবাসীৰ ভাল-বেয়াৰ খা-খবৰ ৰাখে।

তেতিয়াৰ মানুহ আছিল নিজ গাঁও আৰু ঘৰ-কেন্দ্ৰিক। চাকৰি-বাকৰিৰ বাবে বাহিৰ ওলালেও ঘৰৰ লগত সততে যোগাযোগ ৰাখিছিল আৰু নিজ পৰিয়াল গাঁৱৰ ঘৰতে ৰাখিছিল। ঘৰখনৰ লগত পৰিয়ালৰ মিলা-প্ৰীতিৰ আৰু গাঁওবাসীৰ সহযোগৰ বাবে দূৰৈত চাকৰি কৰাজনেও নিশ্চিন্তে নিজ পৰিয়ালক গাঁৱত ৰাখিব পাৰিছিল।

*কৈশোৰৰ সপোন কি আছিল ?*

সপোন ঢেৰ আছিল। কবি হোৱাৰ ইচ্ছাৰ কথা আগতে উল্লেখ কৰিছোঁৱেই। কিন্তু চৰকাৰী চাকৰি কৰাৰ ইচ্ছা একেবাৰেই নাছিল। তেতিয়া এছ-ডি-চি এজনৰ দৰমহা আছিল ৫০ টকা। মই উকীল হ'ম বুলি ভাবিছিলোঁ যদিও আমাৰ পৰিয়ালত আন এজন উকীল থকাৰ বাবে আনে মোক এই দিশত বেছি উৎসাহিত কৰা নাছিল; কিন্তু মোৰ পথ-প্ৰদৰ্শক আছিল তেতিয়াৰ স্কুল ইন্সপেক্টৰ শৰৎ চন্দ্ৰ গোস্বামী। শিক্ষা বিভাগেই মোৰ বাবে বৰ উপযুক্ত বুলি তেওঁ কৈছিল। গোস্বামী আছিল অসম সাহিত্য সভাৰ প্ৰথম সম্পাদক।

মোৰ হাইস্কুলীয়া জীৱন কটাইছিলোঁ যোৰহাটত। যোৰহাটত দদাইদেউ বিষ্ণুচন্দ্ৰ বৰুৱাৰ ঘৰতে থাকি পঢ়িছিলোঁ। তেখেত প্ৰাক্তন ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰপ্ৰসাদৰ সহপাঠী আছিল। তেখেতসকল ককাই-ভাই পাঁচজন আছিল। গাঁৱৰপৰা প্ৰকাশ পোৱা প্ৰথম আলোচনী ‘বৰদৈচিলা’ৰ প্ৰতিষ্ঠাপক সম্পাদক আছিল কমল চন্দ্ৰ বৰুৱা। যোৰহাটত পঢ়িবলৈ টীয়কৰপৰা হাতীৰে যোৰহাটলৈ অহাৰ কথা মোৰ আজিও মনত আছে।

***কলেজীয়া দিনবোৰ কিদৰে অতিবাহিত কৰিছিল ?***

১৯১৬ চনৰ পৰা ১৯২৪ চনলৈ মই গুৱাহাটীৰ কটন কলেজত কটাওঁ। গুৱাহাটীলৈ অহাৰ পাছত ‘চেতনা’ ৰ সম্পাদক অম্বিকাগিৰী ৰায়চৌধুৰীৰ ঘৰৰ ল’ৰাৰ নিচিনা হৈ পৰোঁ। সাহিত্য সভাৰ ‘মিলন’ নামৰ আলোচনীৰ চোৱা-চিতাৰ কাম গৰ্গনাৰায়ণ চৌধুৰীয়ে মোৰ হতুৱাই কৰায়। মই ‘অসম ছাত্ৰ সন্মিলন’ৰো (১৯২০) প্ৰধান সম্পাদক হওঁ। তাৰ পাছত ‘মিলন’ ৰ সম্পাদনাৰ কামো চাবলগীয়া হয়। মই কটন কলেজৰ হোষ্টেলত আছিলোঁ। সেই সময়ৰ মোৰ বন্ধু আছিল দুৰ্গাপ্ৰসাদ বুজৰবৰুৱা, গৰ্গনাৰায়ণ চৌধুৰী, পাৰ্বতিপ্ৰসাদ বৰুৱা, মহী মিৰি, চাৰু মিৰি, ইবাংগুহন সিং, শশী বৰবৰুৱা, ফণী দত্ত, বিচিত্ৰনাৰায়ণ দত্তবৰুৱা আদি। তেতিয়াৰ পৰাই পাৰ্বতিপ্ৰসাদ আছিল মোৰ অন্তৰঙ্গ বন্ধু।

***কলিকতাত পঢ়া কালত আপোনাৰ অভিজ্ঞতা কিদৰে প্ৰসাৰিত হৈছিল ?***

১৯২৫ চনত বি-এ পাছ কৰি কলিকতাত পঢ়িবলৈ যাওঁ। বুৰঞ্জী বিভাগত ভৰ্ত্তি হওঁ। কটন কলেজৰপৰা ইতিহাসত সন্মানসহ মই বি-এ পাছ কৰিছিলোঁ। আমি কলিকতাত থকা কালত চাৰিওফালে স্বাধীনতা আন্দোলনৰ ঢৌ। কলিকতালৈ গৈ মই স্বৰাজ আন্দোলনৰ বিভিন্ন মেল-মিটিঙৰ শ্ৰোতা হৈ পৰিছিলোঁ। স্বৰাজৰ আকৰ্ষণেই মোক মেল-মিটিঙলৈ টানিছিল। প্ৰায় প্ৰতিখন সভালৈকে মই গৈছিলোঁ। আনহাতে মোৰ বন্ধু পাৰ্বতিপ্ৰসাদ বৰুৱাৰ বাবে আকৰ্ষণীয় ব্যক্তি আছিল ৰবীন্দ্ৰনাথ। তেওঁ ৰবি ঠাকুৰ অহা মেল-মিটিং এখনো নেৰিছিল আৰু মোকো সেইবোৰলৈ লগ ধৰিছিল। তেওঁ আৰু মই একেলগে ৰবি ঠাকুৰৰ ‘ঋতু মঙ্গল’ যাত্ৰালৈ গৈছিলোঁ। কলিকতাতেই মই ‘অসমীয়া ভাষা উন্নতি সাধিনী সভা’ আৰু এ-এছ-এল ক্লাবৰ সভ্য হওঁ। এইদৰেই কলিকতাৰ বৃহৎ সামাজিক-সাংস্কৃতিক জগতখনৰ লগত আমি সাঙোৰ খাই পৰিছিলোঁ।

***কলিকতাৰ সমাজখনে আপোনাক কিবা দিব পাৰিছিলনে ?***

কলিকতাৰ সমাজে মোক সকলো দিছে। মৰম-স্নেহ, উদাৰতা আৰু জীৱনৰ বিস্তৃতিৰ লগত মোৰ সম্পৰ্ক নিবিড় কৰি তুলিছিল। সাধাৰণতে কলিকতাৰ মানুহৰ বিষয়ে আমাৰ ধাৰণা সীমিত আছিল আৰু আমি ভাবিছিলোঁ, আমাৰ প্ৰতি তেওঁলোকৰ সদ্ভাৱ নাছিল, কিন্তু বিভিন্ন ব্যক্তিৰ সান্নিধ্যই সেই কথা ভুল বুলি প্ৰমাণ কৰিছিল। ড° প্ৰফুল্ল চন্দ্ৰ ৰয়ৰ ঘৰলৈ গৈ আমি তাকেই অনুভৱ কৰিছিলোঁ। শ্যামাপ্ৰসাদ মুখাৰ্জীয়ে

আমাক আইন পঢ়ুৱাইছিল। তেওঁ আছিল মৰমিয়াল। এবাৰ আমাৰ মেছৰ এজনৰ টান নৰিয়া। আমি ডাঃ বিধান চন্দ্ৰ ৰায়ক বিচাৰি গ'লোঁ। সেইনিশা তেওঁৰ ঘৰত সকাম। আলহী-অতিথিৰে ঘৰ ভৰি আছে। প্ৰথমতে তেওঁ হেহোঁ-নেহোঁ কৰিলেও টান নৰিয়া বুলি কোৱাৰ লগে লগে গেঞ্জি পিন্ধি গাড়ী লৈ আমাৰ লগতে মেছলৈ আহি ৰোগী চাই দৰব লিখি দিয়াই নহয়, সেই দৰবৰ দাম ৪০ টকাও তেৱেঁই বহন কৰিছিল। ফিজ লোৱাৰতো প্ৰশ্নই নুঠে।

তাত থকা অসমীয়া লোকসকলৰ মৰম আৰু আন্তৰিকতায়ো আমাক অভিভূত কৰিছিল। এম-এ পৰীক্ষাৰ পাঁচখন পেপাৰ দিয়াৰ পাছত মোৰ হাগনি হৈছিল। সেই দিনকেইটাত মহাদেৱ শৰ্মা, তেখেতৰ পত্নী কুঞ্জলতা দেৱী আৰু কমলাকান্ত ভট্টাচাৰ্যই আগ বঢ়োৱা সেৱা-শুশ্ৰূষাৰ কথা মই কেতিয়াও পাহৰিব নোৱাৰোঁ। নৰিয়াৰ বাবে পৰীক্ষা সম্পূৰ্ণকৈ নিদি ঘৰলৈ গুচি আহিছিলোঁ। পুনৰ যাবৰ মন নগ'ল।

*আন অভিজ্ঞতা ?*

অভিজ্ঞতা বহুতেই, তথাপিতো এতিয়াই মনলৈ অহা ঘটনা এটিৰ কথা কওঁ। সেয়া হ'ল 'ডাক পখিলী'ৰ জন্মকাহিনী।

পাৰ্বতিপ্ৰসাদ বৰুৱা আৰু মই একেটা মেছতে আছিলোঁ। পাৰ্বতিপ্ৰসাদৰ জ্বৰ হ'ল। জ্বৰীয়া গাৰে মোক ক'লে, 'ঘৰলৈ চিঠি এখন দিয়াচোন মোৰ নৰিয়াৰ কথা জনাই।' আমি তেতিয়া পোষ্টকাৰ্ড কিনো আমহাৰ্ষ্ট ষ্ট্ৰিট ডাকঘৰত। মই ডাকঘৰলৈ ওলোৱাত পাৰ্বতিপ্ৰসাদে ক'লে, 'যি কিনা তাৰেই অসমীয়া নাম দি আনিবা।' পোষ্ট কাৰ্ড কিনি উভতি আহিছোঁ আৰু ভাবিছোঁ কিনো নাম দিওঁ পোষ্ট কাৰ্ডৰ। মেছৰ সমুখত দেখিলোঁ হালধীয়া পখিলা এটা উৰি ফুৰিছে।

মনতে ভাবিলোঁ, 'ডাক পখিলী' নাম দিলে কেনে হয়। পাৰ্বতিপ্ৰসাদক নামটো কোৱাত জাঁপ মাৰি উঠি ক'লে, 'তুমি দেউ বৰ ভাল নাম এটা দিলা'। পাৰ্বতিপ্ৰসাদৰ নৰিয়াৰ খবৰ ল'বলৈ কমলাকান্ত ভট্টাচাৰ্য, বেণুধৰ শৰ্মা, মহাদেৱ শৰ্মা আদি কেইবাজনো আহিছিল। পাৰ্বতিপ্ৰসাদে নৰিয়া গাৰে কথাটো সকলোকে জনালে। সকলোৱে শলাগিলে। 'অসম হিতৈষী' ত নামটো প্ৰকাশ পোৱাৰ পাছত শব্দটি হেম বৰুৱাই ব্যৱহাৰ কৰিছিল আৰু এতিয়াও চলি আছে।

***কলিকতাৰপৰা আহি জীৱনৰ পিছৰ কালছোৱা আপুনি চীয়কতে কটালে আৰু শিক্ষকতাকে বৃত্তি হিচাপে ল'লে কিয় ? তেতিয়াতো চৰকাৰী চাকৰি পোৱাত অসুবিধা নাছিল ?***

ঘৰৰ ল'ৰা ঘৰলৈ আহি উভতি নগ'লোঁ। ১৯২৯ চনত জাঁজী হাইস্কুলত শিক্ষক হিচাপে যোগ দিওঁ। ভালেমান বছৰ প্ৰধান শিক্ষকৰূপে কাৰ্যনিৰ্বাহ কৰি ১৯৬৭ চনত অৱসৰ লওঁ। চৰকাৰী চাকৰি কৰাৰ মন নাথাকিলেও এবাৰো যে চেষ্টা কৰা নাছিলোঁ

সেয়া নহয়। মেজিষ্ট্ৰেটৰ চাকৰিৰ বাবে মই ১৯ টকাৰে ছুট চিলাই পিন্ধি আৰু শশী বৰুৱাই খদ্দৰ পিন্ধি চাহাবৰ ওচৰত হাজিৰ হৈছিলোঁ। চাহাবে ক'লে, এইবাৰ চাকৰি নাই, পিছৰ বছৰ আমাৰ বাবে চেষ্টা কৰিব। সেয়াই আদি, সেয়াই শেষ।

*আপুনি স্বদেশী আন্দোলনৰ লগত জড়িত আছিল নেকি ?*

প্ৰত্যক্ষভাৱে মই আন্দোলনত নাছিলোঁ। স্বদেশী কাপোৰ পিন্ধা, লেখা-মেলা কৰা আৰু ১৯৪২ চনৰ ২৪ ছেপ্টেম্বৰৰ টীয়কৰ ডাঙৰ প্ৰচেষ্টনত যোগ দিয়াতেই মোৰ কাম সীমিত আছিল। এগৰাকী বৃদ্ধাৰ নেতৃত্বত থানা দখল কৰিবলৈ আগ বঢ়া এই প্ৰচেষ্টনত আমাৰ বংশৰে ককাইদেউ পদ্মনাথ বৰুৱাই পুলিচৰ বন্দুক কাঢ়ি লৈছিল যদিও সেইদিনা কোনো অপ্ৰীতিকৰ ঘটনা ঘটা নাছিল।

আন্দোলনৰ বাবে মই কাকো স্কুল এৰিবলৈ দিয়া নাছিলোঁ। স্বাধীনতা আন্দোলনত প্ৰত্যক্ষভাৱে জড়িত নহ'লেও জাতীয় ভাবোদ্দীপক আন কামত মই জড়িত আছিলোঁ।

*উদাহৰণ দিবনে ?*

উদাহৰণস্বৰূপে জাঁজীত লাচিত মেলাৰ আয়োজন আৰু সূচনা ময়েই কৰিছিলোঁ। লাচিত মেলাৰ উদ্দেশ্য জাতীয়তাবোধ জাগ্ৰত কৰা। চাৰিদিনীয়াকৈ পতা এই উৎসৱ দহ বছৰ নিয়াৰিকৈ চলিছিল। এই মেলাৰ আন আকৰ্ষণ আছিল কৃষি, গ্ৰন্থ আদি বিভিন্ন প্ৰদৰ্শনী। অসমত প্ৰথমবাৰৰ বাবে পতা এই মেলাৰ প্ৰথম সভাপতি আছিল ৰায়চাহাব নাৰায়ণ বৰুৱা। 'অসম কৃষক' ৰ প্ৰতিষ্ঠাপক বৰুৱা 'কোৰনাৰায়ণ বৰুৱা' নামে জনাজাত আছিল। বৰুৱাৰ দেউতাকে মণিৰাম দেৱানৰ লগত কাম কৰিছিল। কংগ্ৰেছ প্ৰসঙ্গত তৰ্ক-বিতৰ্ক ইয়াতেই হৈছিল।

*জন্মলগ্নৰে পৰা আপুনি সভাৰ লগত জড়িত। সভাৰ বিষয়ে আপোনাৰ মতামত কি ?*

সাহিত্য সভা অসমৰ ডাঙৰ সম্পদ। ১৯১৭ চনত অসম এছোচিয়েশ্বনৰ লগতে শিৱসাগৰত অসম সাহিত্য সভাৰ প্ৰথম অধিৱেশন পতা হয়।

আগৰ সভা আছিল আড়ম্বৰহীন। তেতিয়া গাড়ী-মটৰো নাছিল। উদ্বোধন আদিৰো ব্যৱস্থা নাছিল। ধন-বিতৰ অপব্যৱহাৰৰ অভিযোগো উত্থাপন হোৱা নাছিল।

*তেতিয়াৰ গুৱাহাটী-টীয়ক আৰু এতিয়াৰ গুৱাহাটী-টীয়কৰ পাৰ্থক্য আপোনাৰ দৃষ্টিত কিদৰে ধৰা পৰিছে ?*

মই কলেজত পঢ়া সময়ত উলুবাৰীৰ কাষতেই বাঘ ওলাইছিল। মটৰ ক'ৰবাত দুই-এখন। ঘোঁৰা গাড়ীৰহে প্ৰচলন। বশিষ্ঠলৈকো আমি ঘোঁৰাগাড়ীৰে যাওঁ পিকনিকলৈ। তেতিয়া আমালৈ ২৫ টকা ৰূপ ঘৰৰ পৰা আহে। মেছত দিবলগীয়া হয় ১২ টকা। হাত খৰচ কৰিও ধন বৈ যায়। টীয়কত তেতিয়া গৰু গাড়ীয়েই যাতায়াতৰ বাহন। আঢ্যৱন্ত ঘৰত হাতী, ঘোঁৰাও আছিল। আমাৰ ঘৰত চাৰিটা হাতী জগিছিল। তাৰে এটা বগা।

আমাৰ বগা হাতী কিনিবলৈ থাইলেণ্ডৰ পৰা মানুহ আহিছিল। যদিও হাতীটো মৰি থাকিল। মোৰ আজোককা হেমকণ্ঠ শৰ্মা হাতীত উঠি আহে। মণিৰাম দেৱানো আমাৰ ঘৰলৈ অহাৰ কথা জানো। তেতিয়া দোলা আৰু বৰজাপিও ব্যৱহাৰ কৰা হৈছিল। মুনিহে বিয়া-বাৰুত কাণত লোকাপাৰ পিন্ধিছিল। মুনিহ-তিৰোতা উভয়ে কাণত কেৰু পিন্ধিছিল। খাৰু মতা মানুহেও পিন্ধিছিল। মুনিহে মুগাৰ চুৰিয়া আৰু এৰী কাপোৰৰ এঙা চোলা পিন্ধিছিল। গাঁৱৰ মানুহে ফটা কঁথা (নিহালি) ব্যৱহাৰ কৰিছিল। লেপৰ ব্যৱহাৰ কম আছিল। বৰচাং বাঁহেৰে সাজি দৰকাৰী বস্তু তাত উঠাই থৈছিল। চোৰচাং সাজিছিল ঘৰৰ ভিতৰত। এটা কোঠাৰ ভিতৰত আন এটা কোঠা—বাঁহৰ গাধৈৰে সজা। তাত গৃহস্থৰ সকলো মূল্যৱান বস্তু থোৱা হয়।

চকী-টেবুলৰ ব্যৱহাৰ নাছিল। পীৰা-ঢাৰিয়ে আছিল বহাৰ আসন। গোসাঁইক দিয়া হয় মেৰ-ঢাৰি। চটাই-ঢাৰিত বহা হয়।

*মনোৰঞ্জনৰ ব্যৱস্থা কেনেধৰণৰ আছিল ?*

অসমীয়া মানুহে বঙলাতে যাত্ৰা পাৰ্টি কৰিছিল। বঙলুৱা গীতৰ প্ৰভাৱো আছিল বেছি। ঢোলক, বেহেলা, এচৰাজ লৈ গাঁৱৰ আঢ্যৱন্ত মানুহৰ ঘৰত সন্ধিয়া গানৰ আখৰা বহাৰ কথা জানো। আমাৰ ঘৰতো বহিছিল।

*দৰব-জাতিৰ ব্যৱস্থা ?*

আমাৰ দিনত বঙালী কবিৰাজ গাঁৱে-ভূঞে সোমাই পৰিছিল।

*ভ্ৰমণ ব্যৱস্থা ?*

ভ্ৰমণৰ কথা কওঁতে তীৰ্থযাত্ৰাৰ কথাহে মনলৈ আহিছে। উৰিষ্যাৰ পুৰীৰ পাণ্ডা আহি ইয়াৰ গাঁৱৰ পৰা দলে দলে তীৰ্থযাত্ৰী সংগ্ৰহ কৰি নিয়াৰ কথা মনত আছে।

**শ্ৰীময়ী**, ১৬—২৮ ফেব্ৰুৱাৰী, ১৯৯৩

*বেছি অসমীয়া হ'বলৈ গৈ*
*বিপদ চপোৱা নাই জানো*

# ড° হেৰম্ব কান্ত বৰপূজাৰী

***অসমৰ বিদেশী সমস্যাৰ সমাধান কিদৰে হ'ব বুলি ভাবে ?***

বৰ্তমান যি অৱস্থা দেখিছোঁ সমস্যাটো.....। প্ৰকৃততে এই সমস্যা সমাধান কৰাত কাৰো আগ্ৰহ নাই। সকলো ৰাজনীতিক লৈয়ে ব্যস্ত। অসম ৰাখিবলৈ আজি অসমীয়া মানুহ নাই। বাহিৰা মানুহে অসম নাৰাখে। আমাৰ আজি দুৰ্ভাগ্য। কিছুদিন আগতে মই ক'ৰবাত লিখিছিলোঁ যে আমি অন্ধকাৰ যুগত বাস কৰিছোঁ।

***অলপতে প্ৰকাশ পোৱা আপোনাৰ North-East India: Problems, Policies and Prospects নামৰ কিতাপখনত এই সমস্যাটোৰ বিষয়ে লিখিছে নেকি ?***

লিখিছোঁ। অসমীয়া মানুহে আজি এইখিনি জনা খুবেই দৰকাৰ। কাৰো পক্ষত হয়তো নানা ভুল ধাৰণা থাকিব পাৰে। সেয়ে এই বিষয়টো ইতিহাসবিদ এজনে যিদৰে বুজে মই সমস্যাটো তেনেকৈয়ে উত্থাপন কৰিছোঁ। ইয়াত কোনো পলিটিক্স নাই, যাৰ যি প্ৰাপ্য তেওঁক মই তাকেই দিছোঁ। হিতেশ্বৰৰ মই ভালো কৈছোঁ, বেয়াও কৈছো। একেদৰে প্ৰফুল্লৰ বিষয়েও কৈছোঁ। এই কিতাপখনত প্ৰফুল্লৰ আগৰ কথাখিনিহে আছে আৰু পিছৰখিনি নাই। অসমীয়া কিতাপখনতহে স্পষ্ট চিত্ৰটো থাকিব। কিতাপখনৰ ভাষাটো বৰ টান। অনুবাদৰ কাম চলি আছে।

***অনুবাদ কিয় ? আপুনিতো সুন্দৰ অসমীয়া লিখে ?***

নোৱাৰি হ'লোঁ। কিন্তু এতিয়া মই অসমীয়া লিখিব নোৱাৰোঁ। মোৰ দুৰ্ভাগ্য, ইংৰাজীত অনবৰত ব্যস্ত থকা বাবে ভুল হয়—বানান ভুল হয়। পাঠ্যপুথি লিখাৰ সময়ত মোৰ ভাষাটো ভাল আছিল। তাত ভেজাল নাছিল। মই খাচ উজনীয়া ভাষা লিখিছিলোঁ। সেইবাবেই আজি মোৰ কিতাপ অনুবাদ কৰিবলৈ দিবলগীয়া হৈছে।

***আপুনি ক'ব খোজে নেকি যে আমাৰ সমাজ পুনৰ মধ্যযুগলৈ উলটি গৈছে?***

মধ্যযুগ আমি পাই গৈছোঁ। সেই যুগলৈ যোৱা নহয়; মধ্যযুগ হৈ গ'ল। বৰ্তমান যিটো

পৰিস্থিতি—মধ্যযুগেইতো এতিয়া। মধ্যযুগত বৰং এজন আহোম ৰজা আছিল বা এজন শাসনকৰ্তা আছিল। সেই ৰজাকে সকলোৱে মানিছিল আৰু ভয় কৰিছিল, দমি আছিল। এতিয়া কোনেও কাকো নমনা হ'ল। এতিয়া মধ্যযুগতকৈ কথা বেয়া হৈছে।

***বৰ্তমান সমাজত চলা নৈৰাজ্যক ১৮২৬ চনৰ আগৰ অসমৰ সময়ৰ লগত তুলনা কৰিব পাৰি নেকি?***

একেবাৰে আগৰ সময়। মানে কটাকটি-মৰামৰি- বিশেষকৈ মোৱামৰীয়া বিদ্ৰোহৰ পাছত যি ঘটিছিল একেবাৰে সেই ঘটনাই ঘটিছে। মোৱামৰীয়া বিদ্ৰোহৰ সময়ত সকলোৱে যিদৰে স্বয়ম্ভূ ৰজা হ'ব বিচাৰে। কিন্তু প্ৰশ্ন হ'ল সকলো ৰজা হ'ব বিচাৰিলে প্ৰজা হ'ব কোন? আজিৰ পাবত গজা এসোপা নেতাই যদি ৰজা হ'বলৈ যায় তেনেহ'লে দেশখন কোনে চাব?

***বৰ্তমান গোষ্ঠী চেতনাৰ যি প্ৰাবল্য সমাজত দেখা গৈছে ইয়াৰ পৰিণতি কি হ'ব বুলি ভাবে?***

ইয়াৰ ফলত বিশৃংখল অৱস্থাৰ সৃষ্টি হৈছে। এনেদৰে শান্তি কেতিয়াও নাহে। কাৰণ এতিয়া কোনেও কাকো নমনা হৈছে। যাৰে শক্তি আছে সিয়ে আজি প্ৰবল ৰূপ ধাৰণ কৰিছে। ন্যায় নোহোৱা হৈছে। যাৰ হাততে অস্ত্ৰ আছে তেওঁলোকেই সকলো নিয়ন্ত্ৰণ কৰিব বিচাৰে। বাহিৰৰ শক্তি আহি যদি এইবোৰ দমন কৰে তেতিয়া হয়তো পৰিস্থিতি আন ধৰণৰ হ'ব; কিন্তু আমাৰ চৰকাৰে যে কিবা কৰিব পাৰিব তেনেকৈ ভবাৰ থল নাই। ইমান দিনেতো একো ফলেই আমি দেখা নাই। ১৯৩০ চনতে নগাই মূৰ দাঙিলে। তেতিয়াই তেওঁলোকে থিৰ কৰিলে যে ব্ৰিটিছ যোৱাৰ পাছত পুনৰ তেওঁলোক আগৰ অৱস্থালৈ উলটি যাব। তেওঁলোকক জানো কোনোবাই শান্ত কৰিব পাৰিলে? নাগালেণ্ডলৈ জানো শান্তি আহিল?

***জাতি হিচাপে আমাৰ ইতিহাস চেতনাৰ অভাৱ নেকি?***

হয়! কি ক'লা? অভাৱ বুলি মইতো খুবেই কওঁ। আহোম ৰজাসকলে ইতিহাস লিখাৰ ব্যৱস্থা কৰিছিল, যদিও সাধাৰণ মানুহৰ মাজত ইতিহাস চেতনা আছিল বুলি ক'ব নোৱাৰি। বুৰঞ্জী ৰচনা কৰাটো আহোম ৰাজত্বৰ ডাঙৰ কীৰ্তি। এটা সময়ত ইতিহাস ৰচনা কৰা হৈছিল। ইতিহাসৰ পৰা যে শিক্ষা ল'ব লাগে সেয়া কিন্তু আমি শিকা নাই। এই দিশত মানুহৰ মাজত চেতনা খুবেই কম। এই প্ৰসংগত মই আগতে কিছুমান কথা কৈছিলোঁ। সেইবোৰ এতিয়া আখৰে আখৰে ফলিয়াইছে। মই ১৯৭২ চনতে কৈছিলোঁ। ইংৰাজীৰ বিৰুদ্ধে চলোৱা আন্দোলনৰ সময়ত কৈছিলো যে এই প্ৰৱণতাই আমাক শেষ কৰিব। ইংৰাজী ভাষাটো আমি সংযোগী ভাষা হিচাপে ৰাখিব লাগে, কাৰণ এয়া আমাৰ বাবে খুবেই প্ৰয়োজনীয়। কাৰণ আমাৰ ইয়াত বিভিন্ন জাতি- গোষ্ঠী আছে। তেওঁলোকক আমাৰ ভাষা ল'বলৈ বাধ্য কৰি নোৱাৰোঁ। এইটো কৰিবলৈ গৈ সমস্যাৰ সৃষ্টি হোৱা নাই জানো? সেইবুলি মই অসমীয়া ভাষাক বাদ দিবলৈ কেতিয়াও কোৱা নাই। কোনোদিনেই কোৱা নাছিলোঁ। আমি ব্ৰিটিছৰ সময়ত থকাৰ দৰে থাকিলে অসুবিধা ক'ত? আমি বেছি অসমীয়া হ'বলৈ গৈ বিপদ

চপোৱা নাই জানো?

*কেইবাটাও ভাষা শিকাত অসুবিধা আছে নেকি?*

কেইবাটাও ভাষা শিকাত আমাৰ একো অসুবিধা নাই। আন ভাষা জানিলে বা শিকিলে কাৰো ক্ষতি নহয়।

*আপুনি আৰবী শিকা নাছিল জানো?*

হয়, আৰবী মই পঢ়িছিলোঁ। মোৰ লগৰ ঐতিহাসিক কেইবাজনো আছে যিসকলে আঠ-নটা ভাষা জানে। কৃষ্ণকান্ত সন্দিকৈয়ে কেইবাটাও ভাষা শিকি অহা নাছিল জানো? কি সুন্দৰ কথা । আনকি তেওঁ গ্ৰীক আৰু ফৰাচীও শিকিছিল। তেওঁৰ লগত ময়ো ছাত্ৰ পঢ়াইছিলোঁ। তেওঁ ফৰাচী ভাষাৰ কিতাপ পঢ়ি ফৰাচী বিপ্লৱৰ বিষয়ে শ্ৰেণীত পঢ়াইছিল। আৰু মই পঢ়াইছিলোঁ ইংৰাজী ভাষাত লিখা কিতাপ পঢ়ি।

*আমাৰ শিক্ষাব্যৱস্থাত ইতিহাস বিষয়টো এলাগী হৈছে বুলি ভাবেনে ?*

হয়। মই কিমানবাৰ ক'ম? আজি নহয়, চৰকাৰে এনে সিদ্ধান্ত লোৱাৰদিনাই মই বিৰোধিতা কৰিছিলোঁ। ভূগোল আৰু বুৰঞ্জী বিষয় দুটাক বাদ দি এওঁলোকে ল'ৰা-ছোৱালীক নিজৰ ঘৰখনকে চিনি নোপোৱা কৰিলে। ইতিহাস আমি কেলৈ পঢ়িব লাগে? আমাৰ পূৰ্বপুৰুষ বা পুৰণি সমাজখনক জনাৰ বাবেই ইতিহাস অধ্যয়নৰ প্ৰয়োজন। নিজক জানিবলৈকে নিজৰ সংস্কৃতিৰ লগত পৰিচয় থকাৰ প্ৰয়োজন। ইতিহাস আৰু ভূগোলৰ জ্ঞান অবিহনে এয়া সম্ভৱ নহয়। ফলত আজি আমাৰ এনে দুৰ্দশা হৈছে। আমি নিজক চিনি নোপোৱা হৈছোঁ। আজি কাছদী-খাৰলিক মানুহে চিনি নোপোৱা দিন হ'ল। কিয় হৈছে এয়া? সংস্কৃতিৰ লগত আমাৰ নতুন চামৰ পৰিচয় কমি আহিছে। নহয় জানো?

*আপুনি ভূগোলৰ পাঠ্যপুথিও লেখা নাছিল জানো?*

মোৰ 'ভূগোল প্ৰৱেশিকা' খনেই প্ৰৱেশিকাৰ ছাত্ৰ-ছাত্ৰীসকলৰ বাবে আছিল প্ৰথমখন ভূগোলৰ কিতাপ। আৰু এখন কিতাপ প্ৰকাশ পাইছিল, কিন্তু মোৰখনহে চলিল সেইখন নচলিল। মোৰ কিতাপখন ১৯৩৫ ৰ পৰা ১৯৭৫ লৈকে প্ৰায় দুটা জেনেৰেশ্যনৰ ছাত্ৰ-ছাত্ৰীয়ে পঢ়িছিল। অতি সৰল ভাষাৰে মই কিতাপখন লিখিছিলোঁ।

*ভূগোল বিষয়টোক এতিয়া অৱহেলা কৰা হোৱা নাই জানো ?*

একেবাৰে, পূৰা, পূৰা। 'ভূগোল প্ৰৱেশিকা' খনেই নহয় মই আৰু তিনিখন ভূগোলৰ পাঠ্যপুথি লিখিছিলোঁ। সেই কিতাপ বিচাৰি মানুহ এতিয়াও মোৰ ওচৰলৈ আহে। মোৰ এই পাঠ্যপুথি কেইখন পাহাৰত, ভৈয়ামত আনকি মণিপুৰতো চলিছিল। ইয়াকে ক'লোঁ তোমাক। এই কিতাপকেইখন জনপ্ৰিয় হোৱাৰ কাৰণ আছিল — মই নিজে ছাত্ৰ হৈ অতি সৰল ভাষাত কিতাপ কেইখন লিখিছিলোঁ।

***উত্তৰ-পূৰ্বাঞ্চলৰ ইতিহাসৰ ভালেমান মূল্যবান কাম কৰিলে আপুনি। আপোনাৰ পিছৰ জেনেৰেশ্যনৰ ইতিহাস চেতনা থকা ভাল লেখক বা গৱেষক আপুনি পাইছেনে ?***

এইটো প্ৰশ্ন কৰি তুমি মোক বৰ কষ্ট দিলা, বৰ কষ্ট দিলা। মোৰ দুৰ্ভাগ্য — মই যিখিনি কাম এৰি থৈ গ'লোঁ (মইনো আৰু কেইদিন আছোঁ) সেইখিনিৰ দায়িত্ব ল'ব পৰা মই কাকো পোৱা নাই। অসমীয়াতো নায়েই। অৱশ্যে মোৰ এজন ছাত্ৰ আছে। তেওঁ এতিয়া অসম বিশ্ববিদ্যালয়ৰ উপাচাৰ্য। তেওঁৰ পৰাও মই যথেষ্ট আশা কৰিছিলোঁ। তেওঁ জয়ন্ত ভট্টাচাৰ্য। তেওঁ যিদিনা উপাচাৰ্য হ'ল সকলোৱে সেইদিনা তেওঁক অভিনন্দন জনাইছিল। মই কিন্তু অভিশাপ দিছিলোঁ। মই অভিশাপ দিছিলোঁ 'তুমি মোৰ আশা পূৰণ নকৰিলা। তুমি প্ৰশাসক হ'বলৈ গ'লা।' সুধিবা তেওঁক। তেওঁ প্ৰশাসনত থকা মানুহ নহয়। তেওঁ মোৰ পিছৰ কামখিনি কৰিব পাৰিলেহেঁতেন। আজি কেইদিনমান আগতে তেওঁ মোলৈ ফোন কৰি কৈছে-'ছাৰ মই আকৌ উভতি আহিম ছাৰ।' মই ক'লোঁ, আহা বাৰু। তুমি কিছু কাম কৰিব পাৰিবা; কিন্তু ইয়াত গুৱাহাটীত নহয়, ছিলঙৰ নৰ্থ ইষ্টাৰ্ন হিলছ্ ইউনিভাৰ্ছিটিত। এতিয়া নেছৱেই হৈছে একমাত্ৰ পঢ়া-শুনা কৰিব পৰা ঠাই ।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ কথা তুমি জানানে ? সন্দিকৈয়ে কি আশা কৰি গঢ়িছিল আৰু সেই গুৱাহাটী বিশ্ববিদ্যালয় আজি কি হ'ল ? সন্দিকৈৰ দিনৰ বিশ্ববিদ্যালয়ত আজি পৰীক্ষা দুবছৰৰ ঠাইত তিনিবছৰত হৈছে। ল'ৰাহঁতৰ অনিশ্চয়তাতো হ'লেই আৰু অভিভাৱকসকলৰো এবছৰৰ খৰচ বাঢ়িল। এইদৰে আজি বহু ছাত্ৰ-ছাত্ৰীৰ জীৱন শেষ কৰি দিয়া নাই জানো ? এই কথা ভাবিব নালাগেনে ? সন্দিকৈয়ে ইয়াকে আশা কৰিছিলনে ? আমি মানুহৰ ঘৰে ঘৰে গৈ এক অনাকৈ পইচা এই কাৰণেই তুলিছিলোঁ নেকি ? আমি পাণ দোকানীৰ পৰাও এক অনা পইচা তুলিছিলোঁ। মাধৱ বেজবৰুৱাই মাজুলীলৈ গৈ এই বিশ্ববিদ্যালয়ৰ বাবেই প্ৰাণ এৰিছিল। সেই বিশ্ববিদ্যালয়ৰে দশা আজি এইটো।

***ইতিহাস চৰ্চাৰ উৎকৰ্ষৰ দিশলৈ লক্ষ্য ৰাখি অসমৰ বাহিৰত আপুনি পুৰস্কাৰ আদিৰ ব্যৱস্থা কৰাৰ কথা শুনিছোঁ।***

ঠিকেই শুনিছা।

বহুবোৰ কথাই নিৰ্ভৰ কৰে এনে সিদ্ধান্ত লোৱাত। মোকতো আমাৰ ইয়াত কোনেও চিনিয়েই নাপায়, কিন্তু বাহিৰত মোক বহুতেই চিনি পায়। প্ৰকৃত কথা ক'বলৈ গ'লে, ইয়াত পৰিৱেশ নাই। একে ঠাইত থাকিলে একেলগে থকা মানুহৰ লগতেই কাম কৰিব লাগে। এয়াই অসুবিধা। মোৰ এনেকুৱা অসুবিধা যে মত বিনিময় কৰিবলৈকো আজি মানুহ নাই। এনেকুৱাই মোৰ দুৰৱস্থা। তুমি জানানে যে 'কম্প্ৰিহেন্সিভ হিষ্ট্ৰি অব্ আছাম'ৰ পাঁচটা খণ্ড লিখিছিলোঁ। সেইকেইখন চালেই দেখিবা—তাত লিখা বেছি ভাগ মানুহেই বাহিৰৰ। বাহিৰৰ মানুহ নল'লে এই কাম নহয়। যিটো কাম অতদিনে হোৱা নাছিল সেয়া সম্ভৱ হ'ল বাহিৰৰ

মানুহৰ সহায় লোৱাৰ বাবেহে। পুৰণি বুৰঞ্জীবোৰ উদ্ধাৰ কৰা হৈছে, সংগ্ৰহ কৰা হৈছে। কিন্তু এই বুৰঞ্জীবোৰ প্ৰকৃতাৰ্থত ইতিহাস নহয়। এইবোৰক ভিত্তি কৰিহে কাম কৰিব লাগিব।

সিদিনা ৰাজ্যপালে মোক লাচিতৰ বিষয়ে কাম কৰাৰ কথা কৈছিল; কিন্তু লাচিতৰ বিষয়ে কিদৰে কাম কৰিবা? মোক লাচিতৰ বিষয়ে কাম কৰাবলৈ অসমত এজন মানুহ দিয়াচোন। অসম নালাগে, আজি ভাৰততো নাই। এই বিষয়টোৰ বাবে কেৱল আহোম বুৰঞ্জীৰ তথ্যই যথেষ্ট নহয়। ইয়াৰ বাবে লাগিব পাৰ্চীয়ান তথ্য। পাৰ্চী ভাষা জানিব লাগিব। আমাৰ ইয়াত পাৰ্চী ভাষা শিকা মানুহ আছে, কিন্তু ইতিহাস জনা মানুহৰ অভাৱ; কিন্তু এজন মানুহ মই পালোঁ। তেওঁৰ হতুৱাই মই 'কম্প্ৰিহেন্সিভ হিষ্ট্ৰি অব আচাম'ৰ বাবে কাম কৰালোঁ। তেওঁ হ'ল জে এন সৰকাৰ, ডাঙৰ হিষ্টৰিয়ান। ঐতিহাসিক যদুনাথ সৰকাৰৰ নাম শুনিছা নহয়, এওঁ যদুনাথৰে ছাত্ৰ। লাচিতৰ বিষয়ে কাম কৰিবলৈ হ'লে এইলেখীয়া মানুহ লাগিব।

কেৱল মিটিং পাতিলেই নহ'ব। আমাক বক্তৃতা দিয়া মানুহৰ প্ৰয়োজন নাই। সেইদিনা সভা এখনত আছুকো মই গালি পাৰিছোঁ। যথেষ্ট গালি পাৰিছোঁ। গালি পৰাৰ মোৰ অধিকাৰ আছে। তেওঁলোক মোৰ ল'ৰাৰ লেখীয়া। তেওঁলোক ছাত্ৰ। ছাত্ৰ হৈ ৰাজনীতিলৈ কেলৈ গৈছে তেওঁলোক? ছাত্ৰ হৈ ছাত্ৰৰ কাম কৰা নাই কেলৈ? ৰাজনীতি কৰিবলৈ মই হাক দিয়া নাই। প্ৰবীণসকল ৰাজনীতিলৈ যোৱাত মোৰ আপত্তি নাই। মোৰ কিতাপখনৰ এটা অধ্যায়ত আছুৰ বিষয়ে আলোচনা কৰা হৈছে।

***ভাৰতীয় ইতিহাস গৱেষণা পৰিষদক লৈ চলা বিতৰ্ক সন্দৰ্ভত আপোনাৰ মতামত?***

তুমি দেখোন কিবা কিবি বহু কথা সুধিবলৈ আহিলা। মই খোলা কথা কৈছোঁ। তেওঁলোকে সকলো কথা ৰাজনীতিলৈ নিব খুজিছে। এইটো বৰ ডাঙৰ কথা হৈছে। আচলতে কি হৈছে মই ভালদৰে নাজানো, কাৰণ মই এতিয়ালৈকে এখনো সভাত উপস্থিত থকা নাই। এই বিষয়ে মই কাকতৰপৰাহে জানো আৰু অৰুণ শ্বোৰীৰ প্ৰবন্ধহে পঢ়িছোঁ। চেয়াৰমেনলৈ মই উত্তৰ বিচাৰি লিখিছোঁ।

মই অফিচিয়েলি একো জনা নাই বা দেখা নাই। কাকতত মই যি দেখিছোঁ তাত ইতিহাসৰ আচল কথাটোকে তেওঁলোকে মূল্য দিয়া নাই। ইতিহাসৰ মূল ৰেশ্বনেল (rational)ক তেওঁলোকে নেশ্বনেল (national) কৰিছে। আচলতে ইতিহাসৰ সংজ্ঞা হৈছে—History is a integrated narrative of facts or events written with a spirit of enquiry with the objective of exploring the truth। এই exploring the truth বা সত্যানুসন্ধান কৰিবলৈ আমি এটা বিজ্ঞানসন্মত পদ্ধতি গ্ৰহণ কৰিব লাগিব। উদাহৰণস্বৰূপে মই বাবৰি মছজিদ বিতৰ্কৰ কথাকেই উল্লেখ কৰিছোঁ। ইতিহাসৰ ছাত্ৰ হিচাপে মই অনুসন্ধান কৰিব লাগিব, চাব লাগিব যে প্ৰকৃততে মছজিদটো আছিল নে নাই। যিদৰে আমবাৰী খান্দি চাইছোঁ, এনেকৈদৰে তাতো চাব লাগিব। পৰীক্ষা কৰিব লাগিব।

সত্যত উপনীত হ'বলৈ সাক্ষ্য প্ৰমাণ পাব লাগিব। ঐতিহাসিক আৰু বিচাৰকৰ ভূমিকা একেবাৰে একে। বিচাৰকে সাক্ষ্য-প্ৰমাণত গুৰুত্ব দিয়ে। দুই পক্ষৰ উকীলৰ যুক্তি-তৰ্ক শুনে আৰু সাক্ষ্য-প্ৰমাণ পৰীক্ষা কৰিহে ৰায় দিয়ে। ময়ো বিভিন্ন পক্ষৰ সাক্ষ্য প্ৰমাণ চাব লাগিব, পৰীক্ষা কৰিব লাগিব যিটো সবাতোকৈ বিশ্বাসযোগ্য আৰু সম্ভাব্য মই সেইটোকে গ্ৰহণ কৰিম।

ঐতিহাসিকৰ দায়িত্ব অসীম। এই দায়িত্ব পালনত ব্যৰ্থ হ'লে সমাজত কটাকটি, মৰামৰি হ'ব। প্ৰকৃত ঐতিহাসিকৰ কাম হ'ল সত্যৰ অন্বেষণ। অৱশ্যে ৰাজনীতি কৰা ঐতিহাসিকৰ কথা সুকীয়া। মই বি বি লালক কৈছোঁ যে বাবৰি মছজিদৰ ঠাইত খনন কাৰ্য চলোৱা, তেতিয়াহে প্ৰকৃত কথাটো ওলাব। তেওঁলোকে হেনো খনন কাৰ্য আৰম্ভ কৰি পুনৰ বন্ধ কৰিলে। মই শুনিছোঁহে। উচ্চতম ন্যায়ালয়েহে প্ৰকৃত কথাটো কৈছে যে ঐতিহাসিক আৰু পুৰাতত্ত্ববিদেহে আচল কথাটো ক'ব পাৰিব। ঠিকেই কৈছে।

***পুৰণি আৰু মধ্যযুগৰ অসমৰ বিষয়ে জানিবলৈ হ'লে আমবাৰী সম্পূৰ্ণকৈ খান্দিব নালাগিব জানো?***

অ' লাগে লাগে। আমবাৰী পুৰাকৈ খান্দিব লাগিব। অকল আমবাৰীয়েই নে? মইতো কটন কলেজৰ অধ্যক্ষৰ বাসভৱনটোও খন্দাব বিচাৰিছোঁ। তাত আহোম যুগৰ বহুত সমল আছে।

***অসমৰ ভৱিষ্যতৰ বিষয়ে কি কয়?***

হ'ব। খুবেই ভাল হ'ব। মোৰ কিতাপখনৰ শেষত এই বিষয়ে লিখিছোঁ। বৰ বেছি নহয়, অলপ লিখিছোঁ। কথা হ'ল, কেন্দ্ৰত চৰকাৰ সলনি হ'ব লাগিব। ভাৰতীয় জনতা পাৰ্টিৰ চৰকাৰ ক্ষমতালৈ আহোঁতে মই আশা কৰিছিলোঁ—তেওঁলোকে কিবা এটা কৰিব পাৰিব। কিন্তু নাই, কোৱালিশ্যনত থকা বিজেপিয়ে নোৱাৰে। বৰ্তমান বিজেপিয়ে একো কৰিব নোৱাৰে। ভৱিষ্যতে যদি শক্তিশালী আৰু সংখ্যাগৰিষ্ঠ ৰূপত বিজেপি ক্ষমতালৈ আহে তেতিয়া অসমৰ ভাল.... ভাল হ'ব পাৰে।

***অসমৰ ৰাইজক ইতিহাস সচেতন বা যুক্তিবাদী কৰাৰ বাবে কিবা ব্যৱস্থা ল'ব পাৰিনে?***

তুমি বৰ ডাঙৰ কথা কৈছাহে। বৰ ডাঙৰ কথা। ইতিহাস চৰ্চা এতিয়া নাই। এতিয়া সকলোৰে চিন্তা হৈছে কিদৰে টকা ঘটিব পাৰি। চিন্তা-চৰ্চালৈ কাৰো কাণ-সাৰ নাই। তাতে ইতিহাস। ইতিহাস চৰ্চাৰ বাবে আমি বহুকেইটা প্ৰতিষ্ঠান বা বিভাগৰ জন্ম দিলোঁ। সেইবোৰ হ'ল—কামৰূপ অনুসন্ধান সমিতি, ডিৰেক্টৰেট অব এইবোৰ চলোৱা ব্যক্তিগৰাকী নিয়মমতে স্পেচিয়েলিষ্ট হ'ব লাগে। এতিয়া পুৰাতত্ত্বৰ যিগৰাকী মানুহ হ'ব তেওঁ বিষয়টো জানিব লাগিব। সেই বিষয়ত কাম থাকিব লাগিব। তুমি বিশ্বাস কৰিবানে, আজি আমাৰ এজন মানুহ নাই যি আজি পুৰাতত্ত্ব বিভাগটোৰ গুৰি ধৰিব পাৰে? কাইলৈ তুমি দেখিবা যে

ইয়াত এজন এ চি এছ বিষয়া বহুৱাই দিব। সূৰ্যকুমাৰ ভূঞাৰ যিটো বিভাগ আছিল তাত এজন কেৰাণী বহুৱাই কিছুদিন কাম চলালে। সেই বিষয়ে মোৰ একলম ওলাইছিল দেখিছিলাই। দেখিছিলা? তেতিয়া বস্তুতৰে মূৰ গৰম হৈছিল। মই যিটো কৈছিলোঁ সেয়াই হ'ল। তাত বহুৱাবলৈ দ্বিতীয় মানুহ এজন নাপালে—তাত এজন এ চি এছ বহুৱালে। ঠিক আৰ্কাইভৰ বাবেও মানুহ নাপালে, তাতো এ চি এছ বহুৱালে। মই ক'লোঁ, নহয়, ফলত আমাৰ ল'ৰা-ছোৱালীৰ অসুবিধা হৈছে। আৰ্কাইভছৰ কথা নজনা মানুহ এজনক, এ চি এছ এজনক বহুৱালে কি বুজিব। চৰকাৰৰ বাবে এ-চি-এছ মকৰধ্বজ; কিন্তু ব্ৰিটিছ চৰকাৰে এই বিষয়াৰ সৃষ্টি কৰিছিল এটা কাৰণে। এইটো তোমালোকে জানিব লাগে। খাজনা তোলা আৰু আইন-শৃংখলাৰ ৰক্ষাৰ কাৰণে প্ৰশিক্ষণ দি এনে বিষয়াৰ সৃষ্টি কৰিছিল। তোমাৰ চৰকাৰে কিন্তু উল্টা কৰিলে। এতিয়া আমাৰ ইয়াত যত অন্যায়-অধৰ্ম-অনীতি, যত যি হ'ব পাৰে—এই মকৰধ্বজজাকৰ কাৰণে। আগৰ আই চি এছৰ কথা সুকীয়া আছিল। এছ কে দত্তৰ কলমত হাত দিবলৈ বিষ্ণু মেধিয়ে সাহ নকৰে। গোপীনাথ বৰদলৈয়ে দত্তৰ পৰামৰ্শ শুনিছিল।

*এতিয়া বাৰু প্ৰতিভাৰ অভাৱ হৈছে নেকি ?*

প্ৰতিভা বোলা বস্তুটো ক'ত আছে কোৱাচোন ? কোনটোৱে আজি প্ৰতিভা দেখুৱাব পাৰিছে ?

আগৰ যিবিলাক চাহাব আছিল তেওঁলোকে নিজৰ চাকৰি কৰাৰ উপৰি কিতাপ লিখি আমাক কিমান দি গ'ল। তেওঁলোকে লিখা কিতাপৰ ভিত্তিতেই কাম কৰি থকা হৈছে। তেওঁলোকৰ ওচৰত আমি কৃতজ্ঞ। এতিয়াতো গোলাম। এনে গোলাম বোধহয় আৰবতো নাই। আমাৰ গোলামকেইটা হ'ল খাটি গোলাম।

*আপুনি যোৰহাট গৱৰ্ণমেন্ট হাইস্কুলত পঢ়িছিল। যোৰহাটৰ কথা মনত নপৰে নেকি ?*

খুবেই। খুব পৰে। মই যোৰহাটৰ বিষয়ে লিখিছোঁ। জীয়াই থকাত ওলায় নে নাই মই ক'ব নোৱাৰোঁ। মৰাৰ পাছততো ওলাব। ইতিমধ্যে মই লিখিলোঁ।

*আমাৰ কাকতত দিব নেকি ?*

তোমাৰ কাকতত নিদিওঁ। এয়া মোৰ নিজা বস্তু। কেতিয়াও নিদিওঁ। তোমালোকৰ বিষয়ে বহুত কথা লিখিছোঁ। বহুত নতুন কথা পাবা মোৰ লেখাৰ পৰা। মই যদি মৰি যাওঁ তোমালোকে বিচাৰি ল'বা।

*অসমৰ সামগ্ৰিক জীৱনত যোৰহাটৰ গুৰুত্ব এতিয়া কেনে বুলি ভাবে ?*

একালত যোৰহাট আছিল অসমৰ সাংস্কৃতিক কেন্দ্ৰ। এতিয়াও ইয়াৰ পুনৰুত্থানৰ সম্ভাৱনা আছে। কিন্তু মোৰ মতে যোৰহাটৰ নিচিনা হতভাগা ঠাই আৰু নাই। এই অৰ্থত হতভাগা যে তোমাৰ তাত লিডাৰশ্বিপৰ অভাৱ। আজি মই কেৱল এম এল এ বা এম

পি, এই অৰ্থতে নেতৃত্ব দিয়া ব্যক্তিৰ কথা কোৱা নাই। যিসকল এম এল এ তেওঁলোক চাকৰিত আছে। তেওঁলোকে যোৰহাটৰ বাবে কি কাম কৰিছে মোক কোৱা? কোনে কি কাম কৰিছে? এই বিষয়ে সন্দিকৈ; তেওঁক মই ল'ৰাৰ দৰেই ভাল পাওঁ। তেওঁতো দিল্লীলৈ অহা-যোৱা কৰিয়েই আছে। কি কৰি আছে মোক কোৱা? আৰু দুলাল বৰুৱাই কি কৰিলে? হিতেন মহন্ত বা দেৱ বৰাই কি কৰিছে? হিতেনে চিএৰ-বাখৰ কৰিছে, কিন্তু কাম কৰিব পৰা নাই। দিছপুৰত তেওঁৰ অনুগামী নাই।

এজনে একো কৰিব নোৱাৰে। সমূহীয়াকৈ কৰিব লাগিব। উজনি অসমৰ সকলোৱে মিলি আঁচনি প্ৰস্তুত কৰি তাক কাৰ্যকৰী কৰিব লাগিছিল। এই কথাৰেই আমাৰ বৰ অভাৱ। নিজ স্বাৰ্থৰ কথা বাদ দি আগ বাঢ়ি আহিব লাগিব।

ভালদৰে ইংৰাজী ক'ব পৰা, হিন্দী ক'ব পৰা, নিজৰ দাবী জনাব পৰা জ্ঞানী মানুহ পঠোৱাচোন—কাইলৈকে যোৰহাটৰ চেহেৰা সলনি হৈ যাব। কিন্তু তোমালোকৰ দ্বাৰা সেইটো নহয়। ইমান তোমালোকৰ খিয়লা-খিয়লি। নিজৰ নহয়, সমূহৰ কথা ভাবিব লাগিব। আৰু বিধায়ক আদি হৈ থকাৰ সময়ো দুবছৰলৈ কমাব লাগে। এম এল এ, এম পিক চিৰদিনৰ বাবে পঠাব নালাগে। আৱশ্যে ভাল মানুহখিনিৰ কথা মই কোৱা নাই। নেতাসকলৰ কামৰ খতিয়ান ৰাইজে ল'ব লাগে। ডিব্ৰুগড়তো কোনো নাই। কেশৱ গগৈ আছিল। তেৰোঁ গ'ল। ঘাটোৱাৰে অকলে কি কৰিব? কিন্তু আমাৰ মানুহ নহ'লে কি কৰিবা?

*বৰ্তমান আপুনি নতুন কিবা কাম কৰি আছে নেকি?*

মোৰ এতিয়া কাম কৰিবৰ শক্তি নাই। ছিৰিয়াছ একো কৰা নাই। সামান্য কিবা কিবি কৰোঁ। নিজকে ব্যস্ত ৰাখি জীয়াই থাকিব লাগিব। মোৰ ঘৰৰ কথা তুমি নাজানা। মোৰ ঘৰত কোনো নাই। কাষতে জী-জোঁৱাই থাকে। এইখন ঘৰত ছোৱালী এজনী থাকে। তায়ে মোক ভাতকেইটা দিয়ে। আৰু মোৰ লগত এজন মানুহ থাকে। সেয়াও এক ইতিহাস। যোৱা ৫০ বছৰজুৰি মানুহজন মোৰ লগত আছে। সি মোক এৰা নাই। তাৰ লগত মোৰ চুক্তি আছে। তাক কৈছোঁ, "তই মোক নৱগ্ৰহত থোৱাৰ দিনাখনৰ পিছতহে যাব পাৰিবি।"

*মানুহজন ক'ৰ?*

তোমালোকে জানা যে মোৰ আৰু এটা ঘৰ আছিল। যোৰহাটৰ প্ৰথম কংক্ৰীট বিল্ডিং কোনটো জানা নে নাজানা? মোৰ দাঁতিৰ, লক্ষ্মী সন্দিকৈৰ ঘৰটো। সন্দিকৈ পৰিয়ালৰ উত্তৰফালৰ বাৰীখনেই লক্ষ্মী সন্দিকৈৰ বাৰী। কৃষ্ণকান্ত সন্দিকৈৰ উত্তৰফালৰ বাৰীখনেই হ'ল লক্ষ্মী সন্দিকৈৰ আৰু তাৰ গাতে লাগি থকা দুবিঘা মাটিৰ বাৰীখনেই আছিল মোৰ। কিনিছিলোঁ কিমানত জানানে? হাঁহিবানে? দুবিঘা মাটি মাথোঁ ১২০০ টকাত। ১৯৩৯ চনত। সেইদৰে গুৱাহাটীতো মোৰ ঘৰটোৱেই আছিল কংক্ৰীট

বিল্ডিং। ঘৰটো ভাঙি পৰে বুলি সকলোৰে ভয়।

জাপানত কংক্ৰীট বিল্ডিং হ'ব পাৰিলে গুৱাহাটীত নোৱাৰিব কিয়? সেই ঘৰটোৰপৰা মই ইয়ালৈ আহিছোঁ। মা যেতিয়া ওপৰলৈ উঠিব নোৱৰা হ'ল আৰু পৰিবাৰ যেতিয়া ওপৰলৈ উঠিব নোৱৰা হ'ল আৰু পৰিবাৰৰ যেতিয়া গা বেয়া হ'ল তেতিয়া মই ইয়ালৈ আহিলোঁ। এইটোহে আচল ঘৰ। ইয়াত ৰজাদিনীয়া গড় আছিল। মই সস্তাত লৈছিলোঁ আঠ কঠা মাটি। মোৰ চাৰিজনী ছোৱালীক দুকঠা দুকঠাকৈ দিম বুলি লৈছিলোঁ। পিছে ছোৱালীক দিয়া নহ'ল। মই নিজে আহি থাকিলোঁ। এজনীক দিলোঁ মাথোঁ।

শেষত উপায় নাই। সেই ঘৰটো বেচি মই ইয়ালৈ আহিলোঁ। অৱশ্যে সেইটো এটা ভাল কামত খৰচ হৈছে। সেই ধন মই এটা ট্ৰাষ্টক দিলোঁ। ১৯৮২ ত মই ট্ৰাষ্টক দিলোঁ ৮ লাখ। সেই টকা আজি গোটেইকেইটা বিশ্ববিদ্যালয়ে পাইছে। অকল ইয়াতে নহয়—পশ্চিমবংগত পাইছে, দিল্লীত পাইছে। দিল্লীত ভাৰতীয় ইতিহাস পৰিষদে এটা ৰাষ্ট্ৰীয় বঁটাৰ দিহা কৰিছে আৰু endowment lecture হৈছে। সেই ঘৰটো আৰম্ভ কৰোঁতে (১৯৪৯) ছয় অনা হাজিৰাত মানুহ এজন আহিছিল। তেতিয়াৰপৰা সি মোৰ লগতে থাকিল। তাক ঘৰ এটা সাজি দিলোঁ। গৱৰ্ণমেণ্ট প্ৰেছত তাক চাকৰি এটা দিহা কৰি দিলোঁ। বাৰীখন সিয়েই পাতিছে। ইয়াত বাৰীৰ শাক-পাচলিৰে মোৰ চলি যায়। এয়াই মোৰ সংসাৰ। মোৰ ঘৰুৱা কথাও ক'লোঁ তোমাক।

*ইতিহাস চৰ্চাৰ বাবে আপুনি যথেষ্ট দান দিছে?*

এইবোৰ তোমালোকে মই মৰাৰ পাছত জানিবা। এতিয়া নাজানা। আচল কথাবোৰ পাছত জানিবা। কিন্তু দান হিচাপে মোৰ জীৱনৰ স্ব-উপাৰ্জিত ধনৰ বহু অংশই দিলোঁ। অতি দুখেৰে কৈছোঁ—এই ধনৰ অপচয় হৈছে, বহুত অপচয় হৈছে। সবিশেষ মইপাছত লিখি থৈ যাম। মই যাৰপৰা আটাইতকৈ আশা কৰোঁ সেই গুৱাহাটী বিশ্ববিদ্যালয়ৰে আজি এই অৱস্থা। এইবোৰ বহুতে নাজানে, দুই-চাৰিয়ে জানে ; কিন্তু কোনেও প্ৰকাশ কৰা নাই। প্ৰকাশ কৰিবলৈ কোনেও সাহ নকৰে। কিন্তু ময়েই কৈছোঁ। মোৰ টকা লাখ লাখ অপব্যয় হৈছে ইয়াত। বহুত অপব্যয় হৈছে।

*বহু নতুন কথা জনালে আপুনি?*

কিটো ক'লোহে?

**দৈনিক জনমভূমি, ৩ জানুৱাৰী, ১৯৯৯**

*অৱচেতন জগতৰ ৰহস্যময়*
*ৰূপৰ সন্ধান কৰিছোঁ*

# হেমন্ত মিশ্ৰ

***ল'ৰালিতে আপুনি শিল্পকলাৰ প্ৰতি আকৃষ্ট হৈছিল নেকি ? হাতত তুলিকা কেতিয়াৰ পৰা লয় ?***

মই অতি সৰুৰে পৰা ছবি আঁকিবলৈ ভাল পাইছিলোঁ। চৈধ্য বছৰ বয়সতে শিল্পৰ এটি সুনিৰ্দিষ্ট পাঠ গ্ৰহণ কৰিছিলোঁ।

***আপোনাৰ শৈশৱ নলবাৰী নে শিৱসাগৰত অতিবাহিত হয় ? কি কি কাৰকে আপোনাক শিল্পচৰ্চাৰ বাবে আগ্ৰহী কৰি তুলিছিল ?***

মোৰ শৈশৱকাল শিৱসাগৰ চহৰত অতিবাহিত হয়। প্ৰকৃতিৰ বুকুত উমলি কটোৱা দিনবোৰেই মোৰ অন্তৰত শিল্পকলাৰ প্ৰতি প্ৰেৰণা জগাই তুলিছিল।

***শিৱসাগৰৰ দিনবোৰ কেনেকুৱা আছিল ? বেজবৰুৱা পৰিয়ালৰ লগত আপোনাৰ সম্পৰ্কৰ বিষয়ে অলপ ক'বনে ?***

শিৱসাগৰৰ আমোলাপট্টিৰ বেজবৰুৱা টোলত মোৰ শৈশৱৰ দিনবোৰ অতিবাহিত হয় আৰু তাৰ মিউনিচিপেলিটি স্কুলত মই পঢ়া-শুনা কৰিছিলোঁ। সেই যুগত বেজবৰুৱা টোলত এটা ডাঙৰ পুখুৰী আছিল। সেই পুখুৰীৰ তিনিপাৰজুৰি দীননাথ বেজবৰুৱা ডাঙৰীয়াৰ পৰিয়াল বাস কৰিছিল আৰু আনটো পাৰত আমাৰ ঘৰ-বাৰী আছিল। দীননাথ বেজবৰুৱাৰ পুতেক শিক্ষাবিদ শ্ৰীনাথ বেজবৰুৱাৰ কন্যা গিৰিজা সুন্দৰী দেৱী মোৰ মা আছিল। ককাদেউতাই মৰমৰ চিনস্বৰূপে আমাক এই মাটিডোখৰ দিছিল। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা মোৰ ককাদেউতাৰ সৰু ভাই আছিল। মোৰ দেউতা আছিল পণ্ডিত গৌৰীদত্ত মিশ্ৰ বিদ্যাভূষণ, বিদ্যানিধি। তেখেতে কলিকতাৰ সংস্কৃত কলেজত পঢ়া-শুনা শেষ কৰি অসমলৈ উভতি আহি শিৱসাগৰৰ চৰকাৰী হাইস্কুলত হেড পণ্ডিত হিচাপে কাম কৰিছিল। মোৰ স্মৃতিকথা 'দিখৌ, লুইত আৰু সাগৰ' ত শিৱসাগৰৰ মোৰ শৈশৱকালৰ বহুত কথা লিখা আছে।

*শিল্পকলাত আধুনিকতাৰ অৰ্থ আপুনি কিদৰে উপলব্ধি কৰে? কোন অৰ্থত এখন চিত্ৰ বা এটা ভাস্কৰ্যক আধুনিক আখ্যা দিব পাৰি ?*

আধুনিক শব্দটো আপেক্ষিক। যুগধৰ্ম অনুসাৰে (spirit of the age) যি চিত্ৰ বা ভাস্কৰ্য সৃষ্টি হয় তাকেই আধুনিক আখ্যা দিয়া যায়।

*শিল্পকলাৰ উত্তৰ -আধুনিক ধাৰাৰ বিষয়ে বহলাই ক'বনে ?*

শিল্পকলাৰ ক্ষেত্ৰত উত্তৰ আধুনিক ধাৰা কি হ'ব তাক অনুমান কৰা নাযায়। নেছাৰেলিজম, ৰিয়েলিজম আদি বহু পথ অতিক্ৰম কৰি যিদৰে এবষ্ট্ৰেক্ট আৰ্ট সৃষ্টি হৈছে, অদূৰ ভৱিষ্যতত তেনে এটা পৰিৱৰ্তন হ'ব পাৰে। কিছুদিন ধৰি আকৌ ৰিয়েলিষ্টিক ৰূপ প্ৰকাশ কৰিবলৈ শিল্পীৰ আগ্ৰহ দেখা গৈছে।

*আধুনিক শিল্পকলাই ঐতিহ্য আৰু লোককলাক কিদৰে সামৰি লৈছে ?*

আধুনিক শিল্পকলাত নানাপ্ৰকাৰ পৰীক্ষা-নিৰীক্ষা চলিছে। আমাৰ শিল্প পৰম্পৰা আৰু লগতে লোকশিল্পৰ পৰাও বহুত সমল আহৰণ কৰা দেখা যায়।

*আপোনাৰ চিত্ৰ পৰিক্ৰমাক তিনিভাগত ভগোৱাৰ কাৰণ কি ?*

মোৰ চিত্ৰকলাৰ তিনিটি পৰ্যায়ৰ কাম মই গুৱাহাটীত অনুষ্ঠিত হৈ যোৱা মোৰ পূৰ্বাপৰ প্ৰদৰ্শনীত দেখুৱাইছিলোঁ। মোৰ চিত্ৰশৈলীৰ ক্ৰমবিকাশৰ ধাৰাই বহুত সমালোচক আৰু শিল্পপ্ৰেমীকো আকৰ্ষণ কৰিছে আৰু এই বিষয়ে বহুত আলোচনাও হৈছে। মোৰ প্ৰথম পৰ্যায়ৰ সৃষ্টি একাডেমিক ইম্প্ৰেছনিষ্টিক, দ্বিতীয় পৰ্যায়ত পাশ্চাত্য কিউবিষ্টসকলৰদ্বাৰা অনুপ্ৰাণিত হ'লেও ভাৰতীয় ঐতিহ্যসন্মত ৰং-ৰেখাৰ ব্যৱহাৰ কৰি চিত্ৰকৰ্মত এটা নতুন ৰূপ দান কৰিছোঁ, তৃতীয় পৰ্যায়ত অতিবাস্তৱ ৰূপ প্ৰকাশ কৰিছোঁ। এইক্ষেত্ৰতো মই নিজস্ব বৈশিষ্ট্য ৰক্ষা কৰি আহিছোঁ।

***গুৱাহাটী আৰু শ্বিলঙত কটোৱা দিনৰ আপোনাৰ চিত্ৰশৈলী পাছৰ পৰ্যায়ৰ চিত্ৰ শৈলীলৈ কিদৰে পৰিৱৰ্তন হৈছিল ?***

গুৱাহাটী আৰু শ্বিলঙত কটোৱা কালছোৱাত মই একাডেমিক আৰু ইম্প্ৰেছনিষ্টিক পদ্ধতিত ছবি আঁকিছিলোঁ। কলকাতালৈ আহি যন্ত্ৰযুগৰ বুকুত দিন কটাই মোৰ শিল্পকলাত এটা ডাঙৰ পৰিৱৰ্তন ঘটে। তেতিয়া মই কিউবিষ্ট পদ্ধতিৰ দ্বাৰা অনুপ্ৰাণিত হৈছিলোঁ। মই ভাৰতীয় ঐতিহ্যসন্মত ছন্দোময়, বঙ্কিম ৰেখা আৰু স্নিগ্ধ ৰং ব্যৱহাৰ কৰি পাশ্চাত্য কিউবিজমক এটা নতুন ৰূপ দিবলৈ চেষ্টা কৰোঁ আৰু কলা ৰসিকসকলে মোৰ এই নতুন সৃষ্টিকৰ্মক ভাৰতীয় শিল্পক্ষেত্ৰত এটি নতুন দান বুলি স্বাগতম জনায়।

শিল্পৰ প্ৰত্যেক আঙ্গিক আৰু প্ৰকাশভঙ্গীৰ এটা সীমাৰেখা থাকে। কিছুদিনৰ পাছত এই পদ্ধতিৰ সীমাৰেখাই মোক নতুন এটি ৰূপ সন্ধান কৰিবলৈ ব্যাকুল কৰি

তোলে। তেতিয়া মই অৱচেতন জগতৰ ৰহস্যময় ৰূপ প্ৰকাশ কৰিবলৈ আৰম্ভ কৰোঁ। এই পথ যদিও জটিল মই এই পথেৰে আগুৱাই আহিছোঁ আৰু নিত্য ৰহস্যই মোক মুগ্ধ কৰি ৰাখিছে।

*কেলকাতা গ্ৰুপৰ লগত জড়িত হোৱাৰ অভিজ্ঞতা কেনে ধৰণৰ ?*

অসমৰ বহুতেই হয়তো নাজানে যে কেলকাতা গ্ৰুপ অব পেইণ্টাৰছ্ এণ্ড স্কাল্পটাৰ্ছ ভাৰতৰ আধুনিক শিল্পধাৰাৰ পথ-প্ৰদৰ্শক। এই গ্ৰুপৰ নতুন ধৰণৰ শিল্পকৰ্মই ভাৰতজুৰি আন্দোলন সৃষ্টি কৰি আধুনিক শিল্পৰ ভেটি স্থাপন কৰে। মই এই গ্ৰুপৰ সভ্য নিৰ্বাচিত হৈ শিল্পসৃষ্টিত অনুপ্ৰেৰণা লাভ কৰোঁ।

*আপোনাৰ শিল্প চেতনাক স্থানীয় ঐতিহ্যই আলোড়িত কৰা নাইনে ?*

ভাৰতীয় শিল্পৰ নিজস্ব বিশিষ্ট ৰূপ মোৰ শিল্পকলাত প্ৰকাশ কৰিবলৈ চেষ্টা কৰি আহিছোঁ। টেম্পেৰা ৰঙৰ স্নিগ্ধতা, লালিত্যপূৰ্ণ ৰেখা আৰু তাৰ লগতে দেশীয় বিষয়বস্তু আৰু ভাবধাৰাৰ সংমিশ্ৰণ মোৰ চিত্ৰত ৰূপায়িত হৈছে। কেতিয়াবা কেতিয়াবা লোকশিল্পৰ গুণৰাশিয়েও মোক আকৰ্ষণ নকৰি থকা নাই।

*ছাৰৰিয়েলিজমৰ প্ৰভাৱো আপোনাৰ চিত্ৰত পৰিছেঃ এই বিষয়ে অলপ কওকচোন?*

পঞ্চাছৰ দশকৰ মাজভাগৰপৰা মই অতিবাস্তৱবাদী চিত্ৰ সৃষ্টিত মগ্ন হৈ আছোঁ। এই শিল্পধাৰাত শিল্পীৰ অৱচেতন মনত বাহ লৈ থকা 'ইমেজ'বোৰ প্ৰকাশ কৰা হয়। ৰহস্যময় মনোজগতত লুকাই থকা নানান অভিজ্ঞতাৰ স্মৃতি, প্ৰতীক্ষাৰ অনুভূতি, অস্তিত্বহীন পদাৰ্থৰ অনুভূতি, ভ্ৰম-ভ্ৰান্তি, প্ৰমাদ, নিৰ্জ্ঞান অৱস্থাত বা আন কোনো বিশেষ মুহূৰ্তত লাভ কৰা ইমেজবোৰ অতিবাস্তৱবাদী শিল্পীৰ সমল। ইয়াৰ উপৰি স্বয়ংক্ৰিয় পদ্ধতিৰে (automation) শিল্পীয়ে বহুত ইমেজ সৃষ্টি কৰে। কোৱা বাহুল্য যে এই চিত্ৰ ৰূপ শিল্পীৰ ব্যক্তিগত অভিজ্ঞতাৰ প্ৰকাশ। সেই কাৰণে এইক্ষেত্ৰত শিল্পীৰ স্বাধীনতা অপৰিসীম আৰু প্ৰভাৱৰ কথা নুঠে। শিল্পক্ষেত্ৰত এনেকুৱা স্বাধীনতা আন কোনো ধাৰাত দেখা নাযায়।

*বৰ্তমান বিশ্বৰ, ভাৰতৰ শিল্পকলাৰ ধাৰাৰ বিষয়ে আপোনাৰ মতামত কি ?*

বৰ্তমান বিশ্বৰ শিল্পকলা আৱিষ্কাৰধৰ্মী। আজিকালি আমাৰ দেশতো এনে ধৰণৰ প্ৰচেষ্টা চলিছে। দ্বিতীয় মহাযুদ্ধৰ দিনৰপৰা শিল্প, সাহিত্য, সংগীত—সকলো ক্ষেত্ৰত এটা আমূল পৰিৱৰ্তন ঘটিছে। আধুনিক শিল্প বুজিবলৈ হ'লে দৰ্শককো এটা প্ৰস্তুতিৰ প্ৰয়োজন, এই কথাটো পাহৰি যাব নালাগে।

*এই ক্ষেত্ৰত পশ্চিমবঙ্গ আৰু অসমৰ অৱস্থাক কিদৰে বিচাৰ পাৰি ?*

অসমৰ বহুত শিল্পীয়েই ভাৰতৰ নানা শিল্প বিদ্যালয়ত শিক্ষা লাভ কৰি আহিছে, সেই কাৰণে তেওঁলোকৰ শিল্পকৰ্মত সেই বিদ্যালয়বোৰৰ প্ৰভাৱ কম-বেছি

অনুসাৰে দেখা যায়। এই প্ৰভাৱ অতিক্ৰম কৰিবলৈ সময় লাগে; সেই কাৰণে বৰ্তমান অৱস্থাত তুলনামূলকভাৱে বিচাৰ কৰা সম্ভৱ নহয়। অদূৰ ভৱিষ্যতত অসমৰ শিল্পীসকলে স্বকীয় আঙ্গিক আৰু প্ৰকাশভঙ্গীৰে অসমৰ শিল্পকলাক সমৃদ্ধ কৰি তুলিব পাৰিব বুলি মই আশা কৰোঁ।

*আপোনাৰ প্ৰিয় মাধ্যম কি ?*

মোৰ আত্মবিকাশৰ প্ৰধান মাধ্যম হ'ল ৰং আৰু তুলি। তাৰ উপৰি মই কবিতা, ৰম্য ৰচনা, শিল্প বিষয়ক প্ৰবন্ধ আদি লিখিবলৈ ভাল পাওঁ আৰু ইতিমধ্যে কেইবাখনো কিতাপো প্ৰকাশিত হৈছে।

*আপুনি সুন্দৰ লেণ্ডস্কেপ আঁকিছিল। বৰ্তমান লেণ্ডস্কেপৰ আদৰ কমিছে নেকি ?*

মই প্ৰকৃতিৰ বুকুত ডাঙৰ-দীঘল হৈছিলোঁ কাৰণে নিসৰ্গ ৰূপ প্ৰকাশ কৰি আনন্দ লভিছিলোঁ। আজি তেনে ধৰণৰ নিসৰ্গ চিত্ৰ আঁকিবলৈ এৰি দিছোঁ যদিও মাজে সময়ে মোৰ চিত্ৰকৰ্মত নিসৰ্গ ৰূপে ভুমুকি মাৰে।

শিল্পৰ নানা পৰিবৰ্তনৰ মাজতো নিসৰ্গ চিত্ৰ একেবাৰে হেৰাই যোৱা নাই। জনপ্ৰিয়তা কমি আহিলেও প্ৰকৃতিৰ ৰূপক জানো কোনোবাই অস্বীকাৰ কৰিব পাৰে?

*আপুনি ছবি আঁকাৰ আগতে ড্ৰয়িং কৰি আগ বাঢ়ে নে আনধৰণে আগ বাঢ়ে ?*

আগতে মাজে-সময়ে মই ছবি আঁকাৰ সময়ত প্ৰাথমিক স্কেচ কৰাৰ কথা মনত পৰে; কিন্তু যেতিয়াৰপৰা মই অৱচেতন জগতৰ 'ইমেজ' প্ৰকাশ কৰিবলৈ আৰম্ভ কৰোঁ তেতিয়াৰপৰা কোনো স্কেচ বা ড্ৰয়িঙৰ প্ৰয়োজন নহৈছিল।

*শিল্পৰ বাবে আনুষ্ঠানিক শিক্ষাৰ প্ৰয়োজন আছে বুলি ভাবেনে ?*

শিল্পী হ'বলৈ হ'লে শিল্পশিক্ষাৰ প্ৰয়োজন আছে। প্ৰত্যেক শিল্প-ৰীতিৰ অৰ্থাৎ নৃত্য, সঙ্গীত, সাহিত্য, চিত্ৰকলা, ভাস্কৰ্য আদিৰ নিজা ব্যাকৰণ আছে। ছাত্ৰ হিচাপে এই ব্যাকৰণ আয়ত্ত কৰিব লাগে । কিন্তু যেতিয়া শিল্পীয়ে আপোন সৃষ্টিত বিভোৰ হৈ থাকে তেতিয়া তেওঁ ৰীতি-নিয়মৰ কথা নাভাবে, তথাপি এইবিলাকে শিল্পীৰ সৃষ্টিকৰ্মত অজ্ঞাতসাৰে সহায় কৰে।

*কলকাতাৰ সাম্প্ৰতিক শিল্প পৰিৱেশ কেনে ধৰণৰ ?*

কলকাতাৰ সাম্প্ৰতিক শিল্প পৰিৱেশ শিল্পীৰ কাৰণে যথেষ্ট অনুকূল বোলা যায়। উঠি অহা শিল্পীচাম সৃষ্টি-কৰ্মত ব্যস্ত হৈ আছে আৰু তেওঁলোকৰ শিল্পকৰ্মৰ প্ৰদৰ্শনীও প্ৰায়ে হৈ থাকে।

ইয়াত ডাঙৰ ডাঙৰ গেলাৰিৰ বাহিৰেও বহুত সৰু-সুৰা প্ৰাইভেট গেলাৰি আছে য'ত তৰুণ শিল্পীয়ে ছবি দেখুৱাবলৈ সুযোগ পায়।

*আপোনাৰ সৃষ্টিক লৈ আপুনি সন্তুষ্টনে ?*

নিজৰ সৃষ্টিকৰ্মত যদি কোনো শিল্পীয়ে সন্তুষ্ট হয় তেনেহ'লে তেওঁৰ সৃষ্টিকৰ্ম আৰু আগ বাঢ়িব নোৱাৰে। যথাৰ্থ শিল্পীয়ে জীৱনজুৰি এটা অসন্তুষ্টিৰ বিষাদৰ পৰা মুক্তি নাপায়। প্ৰচেষ্টাৰ ভিতৰতেই তেওঁৰ আনন্দ, প্ৰচেষ্টাৰ ভিতৰতেই তেওঁৰ শিল্পী সত্তাৰ মুক্তি।

**শ্ৰীময়ী**, ১—১৫ মে', ১৯৯৪

## জীৱনত আশা আছে
## প্ৰেম আছে

# নলিনীধৰ ভট্টাচাৰ্য

***সুদীৰ্ঘ দিন আপুনি সাহিত্য চৰ্চা কৰি আহিছে আত্মপ্ৰকাশৰ নে আন কিহবাৰ তাগিদাই আপোনাক এই দিশে আগ বঢ়াই নিছিল ?***

আত্মপ্ৰকাশৰ তাগিদাতেই লিখিছোঁ—অৱশ্যে মঙ্গলবোধেও তাত ক্ৰিয়া নকৰাকৈ থকা নাই। লিখাৰ মাজেদি নিজক সংহত আৰু শুদ্ধ কৰিবলৈ চেষ্টা কৰিছোঁ আৰু জীৱনত ঘৃণা, ক্লান্তি, নৈৰাশ্যই যে একমাত্ৰ বস্তু নহয়, ইয়াৰ কোনোবাখিনিত যে নতুন জোনাকো আছে সেই সম্বন্ধে সচেতন হৈ কাম কৰিছোঁ। অৱশ্যে সিদ্ধিৰ দুৱাৰত এতিয়াও ওলাবগৈ পৰা নাই।

***সাহিত্যৰ সংজ্ঞা কি ? সময়ৰ পৰিবৰ্তনৰ লগে লগে সাহিত্যৰ সংজ্ঞাও সলনি হয় নেকি ? ধ্ৰুপদী আৰু উত্তৰ-আধুনিক সাহিত্যৰ মিল-অমিল কোনখিনিত ?***

সাহিত্যৰ সংজ্ঞা দিয়া টান; কাৰণ সাহিত্য-স্বভাৱ আৰু সময়-স্বভাৱৰ বিৰুদ্ধে মাজে মাজে বিদ্ৰোহ হৈ থাকে। অৱশ্যে বিদ্ৰোহ বোলাটো হয়তো যুক্তিসন্মত নহ'ব, কিয়নো সময়ে কবি-সাহিত্যিকক নতুন দিগন্তলৈ আঙুলিয়াই দিয়ে। বেজবৰুৱাই 'সাহিত্য দিব্য-দৃষ্টিৰ সৃষ্টি' বুলি কৈছিল। সৃষ্টিৰ মূলত স্বৰ্গীয় প্ৰেৰণা আছিল বুলি তেওঁ হয়তো বিশ্বাস কৰিছিল। 'জয়ন্তী যুগ'ত এই ধাৰণা সলনি হ'ল। সেইটো সময়েই কৰিলে বুলি ক'ব পাৰি। সাহিত্য সম্পৰ্কে ধাৰণা এনেকৈয়ে সলনি হয়। সাহিত্য বোধহয় সমাজ-বাস্তৱৰে মানস চিত্ৰ—ইয়েট্‌ছে ক'বৰ দৰে—'Vision of reality' পৰিৱেশেই সাহিত্যৰ জন্ম দিয়ে, সাহিত্যিকৰ মনৰ জগত আৰু বাস্তৱ জগতৰ মাজত যি দ্বন্দ্ব হয়—তাৰ পৰাই বিজুলী চমকৰ দৰে ওলাই আহে উপলব্ধিৰ বীজ ...... সিয়েই প্ৰজ্ঞাদৃষ্টি বহিঃপ্ৰসাধন আৰু ভিতৰৰ জুইৰ সমন্বয়ত মহীৰুহ হৈ দেখা দিয়ে। দুয়োখন জগতৰ সংঘাতেই সাহিত্যিকৰ অনুপ্ৰেৰণা। কেৱল মনৰ লেবৰেটৰিত নিজক নিৰ্বাসন দিলে আমি মৰুভূমিতহে ওলামগৈ। সাহিত্যিক সত্যদ্ৰষ্টা—সাহিত্যৰ সত্য অৱশ্যে বাস্তৱৰ হুবহু অনুকৰণ

নহয়—সাহিত্যত বাস্তৱ সত্য নতুন ৰূপত উদ্ভাসিত হৈ উঠে। কেৱল ইঙ্গিত বা ব্যঞ্জনাই নহয়, তাৰ মাজেদি যুগৰ উচ্চ মূল্যবোধসম্পন্ন গভীৰ উপলব্ধি ফুটি উঠে আৰু সি কালকো জয় কৰে। ধ্ৰুপদী সাহিত্যত আমি এনে হোৱা দেখিবলৈ পাওঁ। আধুনিক বা উত্তৰ-আধুনিক কালত সেই অখণ্ড স্বভাৱ স্তিমিত হৈ গৈছে যদিও তাৰো ধৰ্ম সেইটোৱেই হোৱা উচিত।

*ল'ৰালিতে আপুনি কবি হোৱাৰ সপোন দেখিছিল নেকি ? কৈশোৰ পাৰ কৰি যৌৱনৰ সময়খিনো আপুনি কিদৰে অতিবাহিত কৰিছিল ? সেই সময়ত আপোনাৰ সপোন কি আছিল ?*

সপোন দেখা নাছিলোঁ। সুধীজনৰ সান্নিধ্যলৈ আহি সাহিত্য চৰ্চাৰ প্ৰতি মন ঢাল খাইছিল। কৈশোৰতে আৰম্ভ কৰিছিলোঁ কিবাকিবি লিখিবলৈ। মোৰ যৌৱন কাল গাঁৱতে অতিবাহিত কৰিছিলোঁ। যোৰহাটৰ ওচৰৰ ঢেঁকীয়াখোৱা গাঁৱৰ মাজেদি বৈ যোৱা ডিহা নৈ, মাধৱদেৱৰ স্মৃতি-বিজড়িত বৰ নামঘৰ, বকুল বনৰ কবি আনন্দ চন্দ্ৰ বৰুৱা,আৰু তাৰ সহজ-সৰল মানুহবোৰৰ কথা আজিও মোৰ মনত পৰে। কবিক মাজে মাজে পাইছিলোঁ। তেওঁৰ সান্নিধ্যই শক্তি দিছিল। আমাৰ দিনত গাঁৱত প্ৰাণৰ মেলা আছিল। আজি সেইটো নাই। যৌৱনত ভাবিছিলোঁ অসমীয়া সাহিত্যৰ বাবে কিবা কৰিব পাৰিম বুলি—কিন্তু গাঁওবোৰত চৰ্চা কৰাৰ সুবিধা নাছিল আৰু এতিয়া প্ৰায় নিঃশেষ হৈ গৈছে। সেই যে ঘাটি পৰিল, সি আজিও পূৰণ নহ'ল। আজিৰ নগৰ চেতনাৰ লগতে গ্ৰাম-চেতনাক সাঙুৰি লৈ এটা সামগ্ৰিক দৃষ্টি নল'লে, গাঁওবোৰ বিভ্ৰান্ত হ'ব আৰু তাৰ ফলত আমাৰ জাতীয় জীৱনৰ ভেটিটোৱেই ভাগি পৰিব।

*সমাজবাদী দৃষ্টিভংগীৰ লগত আপুনি কিদৰে পৰিচিত হয় ? এই দৃষ্টিভংগীৰ পোহৰে এতিয়াও আপোনাৰ জীৱনত বাট দেখুৱায় বুলি ভাবেনে ?*

যৌৱনত মোৰ এটা ধাৰণা হৈছিল—তৃতীয় বিশ্বৰ মানুহৰ দুখ-দৈন্য আঁতৰাবলৈ হ'লে সমাজবাদৰ বিকল্প নাই। এনে এক ধাৰণা থকা বাবে বিভিন্ন কিতাপ-পত্ৰ পঢ়িছিলোঁ। গৰ্কীৰ ৰচনাবোৰে মোক প্ৰেৰণা যোগাইছিল। এংগেলছ, লেনিন আদিৰ কিছু লেখায়ো মোক উদ্বুদ্ধ কৰিছিল। মই আজিও তেনেকৈ ভাবোঁ। ৰুছ দেশত সাম্যবাদৰ বিপৰ্যয় হৈছে যদিও তাৰ বাবে মাৰ্ক্সবাদ দায়ী নহয়। তাত সৰ্বহাৰাৰ ৰাষ্ট্ৰৰ ঠাইত পাৰ্টিৰ একনায়কত্ব হ'ল—এইটোৱেই ঘাই কাৰণ। সমাজবাদ হ'লেও তাৰ এখন মানৱীয় মুখ থকাৰ প্ৰয়োজন। এইটো হ'লে আমাৰ দেশৰ নিশ্চয় মঙ্গল হ'ব।

*এগৰাকী নীৰৱ সাহিত্যকৰ্মী আৰু সচেতন ব্যক্তি হিচাপে আপোনাৰ সাহিত্য চৰ্চা আৰু জীৱন পৰিক্ৰমাত কিহে সবাতোকৈ গুৰুত্বপূৰ্ণ ভূমিকা লৈছে ?*

মই সাধাৰণ মানুহৰ পৰা বিচ্ছিন্ন হৈ নাথাকিবলৈ সদায় যত্ন কৰি আহিছোঁ। মাজে মাজে মধ্যবিত্ত-সুলভ মনটোৱে আহুকালো কৰিছে। তথাপি চহৰ-গাঁও এই দুয়োটাকে সামগ্ৰিক ৰূপত লৈ উভয়ৰে জীৱনৰ ক্লান্তি, নৈৰাশ্যৰ কুঁৱলি আঁতৰাই তাৰ ঠাইত এক সুস্থ

জীৱন-গঢ়াৰ চিন্তাতে মই ইটো-সিটো কাম কৰিছিলোঁ। কেতিয়াবা কৰ্মী, কেতিয়াবা লেখক হিচাপে। সেয়া অৱশ্যে স্বপ্ন হৈয়ে ৰ'ল। এই স্বপ্নই আজিও আমনি দি থাকে।

*সমালোচক হিচাপে অসমীয়া সাহিত্যক দীৰ্ঘদিন পৰ্যবেক্ষণ কৰাৰ সুযোগ আপুনি পাইছে— আপোনাৰ দৃষ্টিত অসমীয়া সাহিত্যৰ উত্থান-পতন বা বিৱৰ্তন কিদৰে চিহ্নিত হৈছে ?*

অসমীয়া সাহিত্যৰ ইতিহাস সুদীৰ্ঘ। এই ইতিহাসৰ কেঁকুৰিবোৰত কেতিয়াবা সাহিত্য সৃষ্টি নিষ্প্ৰভ হৈছে যদিও সি সেই দৈন্য অতিক্ৰম কৰিবও পাৰিছে। ধৰ্মীয় সাহিত্যত শংকৰ-মাধৱৰ যুগৰ উজ্জ্বলতা পাছলৈ কমি আহিছিল, ইংৰাজ অহাৰ পাছৰে পৰা অসমীয়া সাহিত্যই নতুন ৰূপ ল'লে। এই ৰোমাণ্টিক সাহিত্যও ত্ৰিশ-চল্লিশৰ দশকত চৰ্বিত-চৰ্বণ হৈ পৰিল। তেনে অৱস্থাতে জয়ন্তী চক্ৰৰ আৱিৰ্ভাৱ। এই চক্ৰৰ প্ৰভাৱতে ৰোমাণ্টিকতা-বিৰোধী সাহিত্যৰ জন্ম হ'ল। আনহাতে এচাম সাহিত্যিকে নব্য ৰোমাণ্টিক সাহিত্যৰো পোষকতা কৰিলে। ক্ৰমান্বয়ে স্বাশ্ৰয়ী আৰু সামাজিক, এই দুই ধাৰাত লেখকসকলে সাহিত্য নিৰ্মাণত লাগিল। বিশেষকৈ কাব্য নিৰ্মাণত এই লক্ষ্য প্ৰকট হৈ উঠিল। আজিও দেখা যায়, সমাজ-সচেতন ধাৰাৰ লগতে আত্মকেন্দ্ৰিক ধাৰা এটিও চলি আছে। এইবোৰ ঘটিছে বিশেষকৈ ঐতিহাসিক কাৰণত। ইংৰাজ অহাৰ পাছৰে পৰা আমাৰ লেখকসকলে আদৰ্শ সংগ্ৰহ কৰিছে বিশেষকৈ ইউৰোপীয় সাহিত্যৰ পৰা। তাৰ পৰা আমাৰ সাহিত্যৰ পৰিসৰ বৃদ্ধি হৈছে আৰু সি সমৃদ্ধও হৈছে। পৰস্মৈপদীকা, আত্মনেপদী বা এই দুয়ো ধাৰাক চিহ্নিত কৰিছোঁ যদিও এই দুই ধাৰাক পানী নসৰকা কোঠাত পৰিণত কৰিব নোৱাৰি। আত্মকেন্দ্ৰিকসকলে পৰোক্ষভাৱে কেতিয়াবা সামাজিক ইঙ্গিতো নিদিয়াকৈ থকা নাই। গল্প, উপন্যাস, নাটক আদিতো ইউৰোপীয় সাহিত্যৰ পোহৰ পৰিছে। ৰামধেনু যুগত উপন্যাস-গল্পত চেতনা-স্ৰোত, নাটকত এবছাৰ্ড-তত্ত্ব আদিৰ পৰীক্ষা-নিৰীক্ষা চলিছিল। এইদৰে আন্ধাৰ-পোহৰৰ মাজেৰে অসমীয়া সাহিত্যৰ বিবৰ্তন হৈ আহিছে।

*'ৰামধেনু' যুগৰ পৰাই আপুনি কবিতা লিখি আহিছে ; হেম বৰুৱা, নৱকান্ত বৰুৱা আপোনাৰ সমসাময়িক। এগৰাকী আধুনিক কবি হিচাপে অসমীয়া কাব্য পৰিক্ৰমাৰ কোনটো পৰ্যায় আপোনাৰ বাবে গুৰুত্বপূৰ্ণ ?*

আমাৰ সাহিত্যত 'ৰামধেনু' যুগেই বেছি গুৰুত্বপূৰ্ণ। কিছু ত্ৰুটি-বিচ্যুতি থাকিলেও ঘাইকৈ এই যুগতেই লেখক-পাঠকৰ বিশ্বসাহিত্যৰ বিভিন্ন দিশৰ স'তে বা চিন্তাৰ সতে পৰিচয় ঘটিছিল।

*১৯৫২ চনত 'পদাতিক' হৈ ১৯৭৮ চনত আপুনি 'এগৰাকী তৰুণৰ স'তে' কথা পতাই নহয়, তাৰ পিছৰ পৰ্যায়টো আপুনি কাব্য চৰ্চা কৰি আছে। আপোনাৰ এই নিৰলস পৰিক্ৰমাক ঘাইকৈ কিহে সমৃদ্ধ কৰিছে বুলি ভাবে ?*

'নিৰলস পৰিক্ৰমা', 'সমৃদ্ধ' এই ধৰণৰ শব্দবোৰ মোৰ বেলিকা প্ৰযোজ্য নহয়। যি

পাৰোঁ লিখি আছোঁ—মাজে মাজে ; সেইবোৰ হয়তো উচ্চমানৰ হোৱা নাই। ভিতৰৰ জুইকুৰাই উদগনি দি আছে। সেইদেখি লিখি আছোঁ। সন্তুষ্টি হয়তো নাই, কিন্তু হতাশ নহওঁ—মই জানো, আশা অমৰ।

*সমালোচক হিচাপে আপোনাৰ নিজৰ কবিতাৰ বিচাৰ আপুনি কিদৰে কৰে ? অলপ বহলাই ক'বনে ?*

মোৰ নিজৰ কবিতাৰ বিষয়েনো মই কি ক'ম ? কবিতা এটা লিখাৰ পাছতো সেইটো সৃষ্টি হ'লেই নে নহ'ল সন্দেহ থাকি যায়। যুগৰ বিচিত্ৰ মানস সত্তাৰ অধিকাৰী হৈছিল ধ্ৰুপদী কবিসকল—সেইসকলৰ লগত আজিৰ কবিক তুলনা কৰাটো হয়তো অপ্ৰাসঙ্গিক হ'ব। সমাজ-বাস্তৱ সম্বন্ধে কিছুমান নতুন সত্য আৱিষ্কাৰৰ বাবেই আজিৰ কবিয়ে চেষ্টা কৰিছে, ময়ো তাৰ পৰা নিলগত থাকিব পৰা নাই। মোৰ এটা দোষ অৱশ্যে আছে। মোৰ মানসলোক যি পৰিমাণে সংহত বা নিয়ন্ত্ৰিত হ'ব লাগিছিল, সেই পৰিমাণে হোৱা নাই, আৰু হোৱাৰ আশাও নাই। নিচেই সৰু কালতে চাহ বাগান (দেউতাই চাহ বাগানত কাম কৰিছিল) আৰু গাঁৱত মানুহৰ যি দুখ-দৈন্য দেখিছিলে- সেইবোৰেই মোৰ মনত চাপ বহুৱাইছিল। সেই চাপৰ পৰা মোৰ হৃদয় মনক আজিও মুক্ত কৰিব পৰা নাই। আজিও সেই দুখ-দৈন্যৰ ছবিখন য'তে-ত'তে দেখোঁ। মন গ'লেই তাৰ কথা মাজে মাজে লিখোঁ। সিদ্ধি হয়তো নহ'ল।

*কবি হিচাপে আপুনি সন্তুষ্টনে ?*

সন্তুষ্ট নহয় ; ভাল কবিতাটো এতিয়াও লিখা নহ'লগৈ।

*চন্দ্ৰকুমাৰ আগৰৱালাৰপৰা অসমীয়া কাব্য-সাহিত্য আজিৰ স্তৰত উপনীত হোৱাত পাশ্চাত্য, প্ৰাচ্য আৰু থলুৱা ঐতিহ্যৰে কিদৰে পুষ্ট হোৱা বুলি ভাবে ?*

আমাৰ কাব্য-সাহিত্য সমৃদ্ধ হৈছে ঘাইকৈ পাশ্চাত্য প্ৰভাৱৰ দ্বাৰা, এই কথা নুই কৰিব নোৱাৰি। এইটো ঐতিহাসিক ঘটনা। বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা আদিয়ে ইংলেণ্ডৰ ৰোমাণ্টিক কবিসকলৰ পৰাই প্ৰেৰণা পাইছিল। অৱশ্যে তেওঁলোকে থলুৱা ঐতিহ্যকো কামত লগাইছিল। আধুনিক যুগৰ প্ৰথম পৰ্বৰ কবিসকল অসমীয়া জাতীয়তাবাদৰ দ্বাৰা উদ্বুদ্ধ হৈছিল। অলপ ইফাল-সিফাল হৈছিল যদিও মূলতঃ তেওঁবিলাকৰ নিজা চৰ্চা সুস্থ আছিল বুলিব পাৰি। আধুনিক যুগৰ দ্বিতীয় পৰ্বতো পাশ্চাত্য প্ৰভাৱ পৰিছিল—এই কালছোৱাত ইউৰোপ, আমেৰিকাৰ উপৰি প্ৰাচ্যৰ চীন, জাপান আদিৰ প্ৰভাৱো পৰিছিল। বিশ্ব সাহিত্যৰ বীজ আহৰণ কৰাত এই যুগৰে কৃতিত্ব বেছি। মাৰ্ক্স-ফ্ৰয়েডৰ পোহৰো আহি এই সময়তে পৰিছিলহি। সত্তৰ-আশী দশকত পূব ইউৰোপ, লেটিন আমেৰিকা, আফ্ৰিকাৰ কবিতাৰ চৰ্চা আৰু অনুবাদ হোৱাত তাৰ প্ৰভাৱ কবিসকলৰ ওপৰত নপৰাকৈ নাথাকিল। থলুৱা ভাষা, সংস্কৃতিৰ সহায় সকলো সময়তে কম-বেছি পৰিমাণে কবিসকলে লৈছে। বিভিন্ন প্ৰভাৱবোৰো প্ৰায় পৰোক্ষভাৱেহে আমাৰ কবিতালৈ

আহিছে—সেইবোৰে আমাৰ কবিতাকো সমৃদ্ধ কৰিছে। এইবোৰ হৈছে বাবেই আমাৰ কবিতাত দুটা ধাৰা সমান্তৰালভাৱে চলি আছে—এটা স্বাশ্রয়ী, আনটো সামাজিক। এই কথা আজিও সঁচা যদিও ৰূপ কিছু সলনি হৈছে। পাশ্চাত্যৰ জীৱনত এই গতিশীলতা আছে—তাত প্ৰাচুৰ্যৰ কম-বেছি থাকিব পাৰে, কিন্তু সামাজিক বা মানসিক দিশৰ পৰা তেওঁলোকে যথেষ্ট অগ্ৰগতি লাভ কৰিছে। কেৱল শিক্ষা, বিজ্ঞান বা টেকনলজিৰ বাবেই নহয়, তাত একোটা নতুন ধাৰণা, চিন্তা, অভিজ্ঞতাই পুৰণিক প্ৰায় ভাঙি পেলাইছে। মাৰ্ক্স-ফ্ৰয়েডৰ কথা বাদেই, আন আন কম প্ৰতিভাৱানসকলৰ ভূমিকায়ো তাত সমাজৰ ওপৰত প্ৰভাৱ পেলাইছিল। দ্বিতীয় মহাযুদ্ধৰ পাছত তাত সমাজৰ ৰূপ সলনি হৈছে। স্বভাৱ, মন, চিন্তা, ধ্যান-ধাৰণাৰ পৰিৱৰ্তন ঘটিছে। আমাৰ দেশত তেনে হৈছে বুলিব নোৱাৰি। সেইবাবে, পাশ্চাত্যৰ ফালে খিৰিকী খোলা ৰাখিও আমাৰ হয়তো নতুন স্বতন্ত্ৰ উদ্যোগ ল'বৰ হ'ল। আমাৰ দেশত জীৱনৰ কিবা চেহেৰা আছে জানো ?

***আধুনিক কবিতা দুৰ্বোধ্য বুলি কৰা অভিযোগ সম্পৰ্কত এবাৰ কথা সুধিব বিচাৰিছোঁ। মহাভাৰত, ৰামায়ণ বা কীৰ্তনৰ পদৰ যি আকৰ্ষণ আৰু আবেদন এতিয়াও সাধাৰণ পাঠকৰ মাজত আছে, আজিৰ কবিতাৰ বেলিকা তাৰ অভাৱ কিয় ?***

মহাভাৰত, ৰামায়ণ বা কীৰ্তনৰ প্ৰাতঃস্মৰণীয় স্ৰষ্টাসকলৰ মানস-লোক খণ্ডিত নাছিল—সেইবাবেই তেওঁবিলাকৰ ৰচনা মহাজীৱনৰ বিচিত্ৰ শোভাযাত্ৰা। ভাষাও আছিল সৰল অথচ ৰসযুক্ত। আধুনিক যুগ খণ্ডিত, মানুহৰো মানসলোক খণ্ডিত—সময়ৰ লগে লগে এই জটিলতাৰ সৃষ্টি হৈছে। জটিলতাপূৰ্ণ সমাজত কবিতাও জটিল—এলিয়টৰ এই ধাৰণাই আমাৰ কবিসকলক প্ৰভাৱান্বিত কৰিছে—এলিয়টৰ আঙ্গিক সঁচাই জটিল, তেওঁ নিজেই সেই আঙ্গিকৰ সাৰ্থক প্ৰয়োগ কৰিছে। ইংলেণ্ড বা ইউৰোপত চিন্তা বা ধাৰণাৰ গতিশীলতা আছে—এইবোৰ তাৰেই ফল। আমাৰ ইয়াত সমাজ ইমান স্পন্দনময় নহয়। পাশ্চাত্যৰ আৰ্হিবোৰে কেতিয়াবা আমাৰ কবিতাকো জটিল কৰি তুলিছে। ই কাব্য-সাহিত্যক সমৃদ্ধ কৰিছে সঁচা, কিন্তু তাৰ ভিতৰত যিসকল মননজীৱী, সেইসকলে পাঠকৰ নিৰ্লিপ্ত স্বীকৃতিহে লাভ কৰিছে। পাঠকে তাৰ উপলব্ধিৰ স'তে নিজকে জড়িত কৰিবলৈ টান পায়। মননৰ প্ৰয়োজন কবিতাত আছে নিশ্চয়, কিন্তু কেৱল মননশীলতাৰ ওপৰত গুৰুত্ব দিলে কবিতাৰ প্ৰতি অন্যায় কৰা যেন লাগে। এজৰা পাউণ্ডৰ 'কেণ্টোজ' স্বয়ং এলিয়টেই বুজিছিল বুলি ধাৰণা হয়। মালাৰ্মেৰ কথা বাদেই দিলোঁ। এলিয়টৰ কবিতাৰ ইঙ্গিত বুজিলেও, অৰ্থ উপলব্ধি সহজ নহয়। কবিতাৰ গাঁথনি কিছু পৰিমাণে তীৰ্যক হ'বই—সেই তীৰ্যকতাই তাৰ ধৰ্ম। তীৰ্যকতাৰ মাজত সোমাবলৈ পাঠকে অভ্যাস কৰিব লাগিব। আমাৰ আলংকাৰিকসকলে কোৱা 'বক্ৰোক্তি'ৰো অৰ্থ তীৰ্যকতাই ; কিন্তু প্ৰতীকবাদীসকলৰ দৰে কবিতা লিখা, আমাৰ দেশত অন্ততঃ উচিত নহয়। আমাৰ সময়ে আমাক ইউৰোপীয় সাহিত্যৰ পৰা পোহৰ আনিবলৈ সকীয়াই

দিছে—হয়তো আন উপায়ো হাতত নাই। আন কোনো ভাৰতীয় সাহিত্যৰ পৰা আমি সেই পোহৰ নলওঁ কিয়? তাত পোহৰ থাকক নাথাকক, আমাৰ আগ্রহেই নাই। এইবাবে আমাৰ শিক্ষা বহু পৰিমাণে দায়ী। সি যি নহওক, আমি মহাভাৰতৰ যুগৰ পৰা বহুত আঁতৰি আহিছোঁ—ইতিহাসৰ ঘূৰ্ণিপাকত আমাৰ মনোজগত নানাভাৱে জটিল হৈ পৰিল, আমি খণ্ডিত-বিচ্ছিন্ন হ'লোঁ। সেইবাবে আমাৰ প্ৰকাশত কিছু জটিলতা আহিবই; কিন্তু কেৱল পৰিসৰ বহল কৰাৰ নামত যদি আমি একোটা জটিল দুৰ্বোধ্য ফেশ্বন গ্ৰহণ কৰোঁ তেতিয়া পাঠক কমি যাবই। কবিতাই কিবা মঙ্গল সাধন কৰে নে নকৰে? মই ভাবোঁ কবিতাৰ সোৱাদ পাঠকে পোৱা উচিত। পাঠকেও নিজক তাৰ বাবে সাজু কৰিব লাগিব। কবিতাই হৃদয়ৰ পৰিশুদ্ধি আনিব পাৰে বুলি মই বিশ্বাস কৰোঁ। ৱৰ্ডছ্বৰ্থে সেইটো বিশ্বাস কৰিছিল।

***সমালোচক হিচাপে আপুনি সাম্প্ৰতিক সাহিত্যত কি কি দুৰ্বলতা দেখিছে?***

অসমৰ সাম্প্ৰতিক সাহিত্যৰ দুৰ্বলতা আছে যদিও মই আশাবাদী। নতুন লেখকৰ প্ৰধান দুৰ্বলতা হ'ল তেওঁবিলাকৰ অধ্যয়ন, অনুশীলন আৰু অভিজ্ঞতা সীমিত। জীৱনৰ লগত সংযোগ কম। দায়িত্বশীলভাৱে ওচৰৰপৰা জীৱনক নাচালে আচল সত্য ধৰা নপৰে। দূৰৰ পৰা অৰ্ধ-সত্যতহে চকুত পৰে। অৰ্ধ-সত্য বিপজ্জনক। কবি-সাহিত্যিকে সত্যটোকে নতুন ধৰণে ক'ব লাগে। এইখিনি কৰিলে ন-লেখাৰুসকলে কৃতিত্ব দেখুৱাব পাৰিব।

***সম্প্ৰতি বহুতে আক্ষেপ কৰে যে অসমীয়া সাহিত্যত স্থবিৰতাই দেখা দিছে—এই কথা আপুনি বিশ্বাস কৰেনে? যদি নকৰে, কিয়?***

স্থবিৰতা ঠিক নহয়, আৰু স্থবিৰতা হ'লেও, স্থবিৰতাৰ অৰ্থ মৃত্যু নহয়। ক'ৰবাত নতুন জোন আছে। এদিন সি দেখা দিব। সাম্প্ৰতিক কবি-সাহিত্যিকসকলৰ ভিতৰত কেইবাগৰাকীও প্ৰতিশ্ৰুতিসম্পন্ন লেখক-লেখিকা আছে। তেওঁবিলাকৰ ওপৰত আমি ভাৰসা ৰাখিবই লাগিব। নহ'লে কাৰ ওপৰত ভাৰসা কৰিম?

***ভাষা বিজতৰীয়া হোৱা বুলিও সঘনে অভিযোগ শুনা যায়। আপুনি কি কয়?***

ভাষা বিজতৰীয়া হৈছে। ভাষাৰ কালিকা সম্বন্ধে আমাৰ সচেতনতাৰ অভাৱ হৈছে। এইটো শুভ লক্ষণ নহয়। আমাৰ সংবাদ-পত্ৰ, দূৰদৰ্শন আৰু আলোচনীসমূহ এই বিষয়ে সচেতন হ'ব লাগিব। আমাৰ ভাষাৰ জতুৱা ঠাঁচ আমি ৰক্ষা কৰিবলৈ যত্ন কৰিব লাগিব—নহ'লে অসমীয়া ভাষাৰ স্বকীয়তা ক'ত ৰক্ষা পৰিব? আমাৰ মধ্যবিত্ত পৰিয়ালবোৰত ক্ৰমবৰ্ধমান ইংৰাজী প্ৰীতিও ইয়াৰবাবে দায়ী।

নিচেই সৰুতে হিন্দী শিকাৰ পৰাও ভাষাৰ দুৰৱস্থা হৈছে। অসমীয়াই বক্তব্য দাঙি ধৰে, বক্তব্য নেৰাখে, ভাত নখায়, ৰান্ধে—এইঠাঁচবোৰ হেৰাই গ'লে দুৰ্গতি হ'ব। ভাষা-বিদ্বেষ মোৰ নাই—কিন্তু ভাষাৰ ভঙ্গীটো নষ্ট হ'লে আমাৰ লোকচান হ'ব। সংস্কৃত ভাষাৰ চৰ্চা আজিকালি স্কুলবোৰত কমি অহাটো ভাল লক্ষণ নহয়। লোক-সংস্কৃতিৰ লগত পৰিচয় দৰকাৰ।

*'অৰুনোদই'ৰ দিনতে গ্ৰহণ কৰা শিৱসাগৰৰ কথ্য ভাষাকেই সদায়ে আদৰ্শ ভাষা হিচাপে গ্ৰহণ কৰাটোৱেই ভাষা বিজতৰীয়া হোৱাৰ মাপ-কাঠী নেকি ?*

শিৱসাগৰীয়া কথ্য ভাষাকেই এসময়ত মান্য ভাষা হিচাপে সৰ্বসম্মতিক্ৰমে গ্ৰহণ কৰা বাবে লেখাত সেই ভাষাৰ ঠাঁচটোকে ৰক্ষা কৰি চলা উচিত বুলি মই ভাবোঁ। সেইবুলি নামনি অসমৰ গাঁৱে-ভূঞে ব্যৱহাৰ হোৱা শব্দ যে ব্যৱহাৰ কৰিব নালাগিব সেইটো নহয়। সৃষ্টিধৰ্মী সাহিত্যত, বিশেষকৈ গল্প, উপন্যাসত নামনিৰ কথ্য ভাষা ব্যৱহাৰ কৰিব পাৰি। প্ৰবন্ধাদিত অৱশ্যে কথাটো সুকীয়া। তাত শিৱসাগৰীয়া ঠাঁচটোকে ৰক্ষা কৰিব লাগিব। আমাৰ অভিধানবোৰত নামনি অসমৰ কিছুমান শব্দ অন্তৰ্ভুক্ত কৰা উচিত। ধৰক, 'আতাল' শব্দটো ভাল শব্দ—কিন্তু আমাৰ অভিধানত নাই। আনহাতে নামনি অসমৰ কিছুমান ঠাঁচ আমি ল'বও পাৰোঁ। উজনিত, আপুনি কোৱাৰ দৰে, 'ঘৰ সাজে', নামনিত 'ঘৰ বান্ধে।' এই দুয়োটাকে আমি ৰাখিব পাৰোঁ। গৱেষণা বা নিৰীক্ষণ কৰিলে এনেকুৱা ঠাঁচ আৰু ওলাব। ই ভাষাটো চহকী কৰিব। শিৱসাগৰীয়া কথ্য ভাষা নিকপকপীয়া নহয়; সময়ৰ লগে লগে তাৰো প্ৰসাৰ হ'ব আৰু হোৱাটো উচিত।

*অসমৰ বিভিন্ন অঞ্চলৰ থলুৱা প্ৰকাশভংগীৰ স্ফুৰণে ভাষাক নষ্ট কৰিব বুলি ভাবে নেকি?*

এইটো কৰিব পাৰিলে ভালহে হ'ব। বিভিন্ন জনগোষ্ঠীৰ ভাষাৰ শব্দ আমাৰ ভাষাত যথোপযুক্তভাৱে প্ৰয়োগ কৰিব পাৰিলে আমাৰ ভাষাৰ পৰিসৰ নিশ্চয় বাঢ়িব। ভাষাৰ এইটো ভংগীটিক, সেইটো ভুল, সেইটো নহয়—শব্দ বা কোনো খণ্ডবাক্য আন থলুৱা ভাষাৰ পৰা আনিব পৰিলে ভাল হ'ব। জনগোষ্ঠীসমূহৰ লগত আন্তৰিক আদান-প্ৰদানেও এই কামত সহায় কৰিব।

*শঙ্কৰদেৱ- মাধৱদেৱৰ ভাষাই যি এক বহল পৰিসৰৰ পৰা নিসৃত প্ৰকাশভঙ্গীৰে আমাৰ সাহিত্য সমৃদ্ধ কৰিছিল আজি তেনে প্ৰকাশভঙ্গী বৰ্জনীয় বুলি ভাবে নেকি ?*

শংকৰ-মাধৱৰ দৃষ্টি বহল আছিল সঁচা; সেই দৃষ্টিভঙ্গী আমাৰ ঐতিহ্য। উজনি-নামনিৰ চিন্তা তেওঁবিলাকৰ নাছিল,—য'ৰপৰা যেনেকৈ পাৰিছিল শব্দ বা খণ্ডবাক্য সংগ্ৰহ কৰি তেওঁবিলাকে ভাষাৰ গাঁথনি নিৰ্মাণ কৰিছিল। এই দৃষ্টি আমিও গ্ৰহণ কৰা উচিত। ই গণতান্ত্ৰিক ঐক্যৰো উপাদান।

*কামৰূপ, অবিভক্ত গোৱালপাৰা, উত্তৰবঙ্গ আৰু পূৰ্ববঙ্গ (বাংলাদেশ)ৰ কিছু অঞ্চলৰ মাজৰ ভাষিক সাদৃশ্য স্বীকৃত সত্য—গোৱালপাৰা আৰু কামৰূপৰ লেখকৰ প্ৰকাশভঙ্গীৰ লগত বঙলা প্ৰকাশভঙ্গীৰ কিছুদূৰ মিল থকাটো স্বাভাৱিক। কামৰূপ বা গোৱালপাৰাৰ লেখকৰ ভাষাত সেয়ে এনে প্ৰকাশভঙ্গী অস্বাভাৱিক হ'ব নোৱাৰে কিন্তু তেওঁলোকৰ এনে লেখাক বিজতৰীয়া বুলিব পাৰি জানো ?*

ঐতিহাসিক কাৰণত গোৱালপাৰা বা কামৰূপৰ মানুহৰ ভাষাৰ এটা বিশিষ্ট ভঙ্গী সৃষ্টি

হৈছিল। এই অঞ্চলৰ লেখকসকলৰ ৰচনাত তেওঁবিলাকৰ কথ্যভাষাৰ ছাপ স্বাভাৱিকতে পৰিবই। অৱশ্যে শিৱসাগৰীয়া ভাষাৰ মূল গাঁথনিটোৰ ভিতৰতে থাকি তেওঁবিলাকৰ নিজা নিজা বাকভঙ্গী বা শব্দ প্ৰকাশৰ স্বাধীনতা তেওঁবিলাকৰ আছে। সেইটো সহজে তেওঁবিলাকে এৰিবও নোৱাৰে। আনহাতে, তাৰপৰা অসমীয়া ভাষাৰ হানি একো নহয়—বৰং সি আদৰণীয়হে হ'ব। তেওঁবিলাকৰ ভাষাক 'বিজতৰীয়া' আখ্যা দিয়াৰ অৰ্থ নাই।

***কামৰূপত (নলবাৰী অঞ্চলত) পিঠা পোৰে, শিৱসাগৰত পিঠা ভাজে—এই দুয়োটা প্ৰকাশভঙ্গী শুদ্ধ হ'ব পাৰে নে নোৱাৰে ?***

এইবোৰ প্ৰকাশভঙ্গী অশুদ্ধ নহয়। পাৰ্থক্য কিয় হৈছে তাক জানিবলৈ চেষ্টা কৰিব লাগিব আমি। ভাষাৰ আঞ্চলিক পাৰ্থক্যৰ জ্ঞান থকা মানুহে সকলো সংকীৰ্ণতা অতিক্ৰম কৰিব পাৰে। আমাৰ মানুহৰ সৰহভাগৰে এনে জিজ্ঞাসা নাই।

***ভাষাৰ বিশুদ্ধতা আৰু সমৃদ্ধিৰ বাবে কৰণীয় কি বুলি ভাবে ?***

সংকীৰ্ণ দৃষ্টিভঙ্গীয়ে ভাষাৰ শ্ৰীবৃদ্ধি নকৰে। অসমৰ সকলো ধৰণৰ মানুহৰ মাজত সম্প্ৰীতি থাকিলে, আদান-প্ৰদান হ'লে, ভাষা আপোনা-আপুনিয়েই গঢ় ল'ব আৰু সমৃদ্ধ হ'ব। অসমৰ মানুহ যদিহে মায়া-মমতা, সহানুভূতি, পাৰস্পৰিক প্ৰীতি, জীয়াই থকাৰ প্ৰবল ইচ্ছাৰ পৰা বিচ্যুত হৈ নপৰে, সকলোৱেই সুস্থ জাতীয়তাবোধেৰে যদি উদ্বুদ্ধ হয়—তেন্তে ভাষা নিশ্চয় সমৃদ্ধ হ'ব। ভাষাৰ স্বকীয়তা ৰক্ষাৰ প্ৰশ্নও এনেবোৰ মূল্যবোধৰ মাজতে সোমাই আছে। ভাষা বোৱতী নৈ—সময়-স্বভাৱক ই উপেক্ষা কৰিব নোৱাৰে। আমি সেই সম্বন্ধেও সচেতন হোৱা প্ৰয়োজন।

***কামৰূপী কথ্যভাষাত সৌৰভ চলিহাই এটা অপূৰ্ব গল্প ৰচনা কৰিছে। ইয়াৰ দ্বাৰা অসমীয়া ভাষাৰ কালিকা বিঘ্নিত নে সমৃদ্ধ হৈছে বুলি আপুনি ভাবে ?***

গল্প সৃষ্টিশীল কলা; তাত কামৰূপী উপভাষা ব্যৱহাৰ কৰাৰ পৰা ভাষাৰ কালিকা নষ্ট হৈছে বা বিঘ্নিত হৈছে বুলি ভবা অনুচিত। লেখকৰ দৃষ্টিভঙ্গী আৰু অনুভূতি ব্যঞ্জনা কৰিবলৈ অথবা চৰিত্ৰ-পৰিৱেশ আদি ফুটাই তুলিবলৈ অসমৰ পটভূমিত কামৰূপী উপভাষাৰ সৃষ্টিশীল প্ৰয়োগ নিতান্ত প্ৰশংসনীয়। ইয়াৰ দ্বাৰা ভাষা সমৃদ্ধহে হয়, বিঘ্নিত নহয়।

***ভাষাৰ বেলিকা বেজবৰুৱা আৰু কাকতিৰ ভূমিকা কিদৰে পৰিপূৰক ?***

বেজবৰুৱাৰ গদ্য-শৈলীৰ নমনীয়তা বিস্ময়কৰ। হাস্যৰসাত্মক ৰচনাৰ পৰা গহীন ৰচনালৈকে, চুটিগল্পৰপৰা চিন্তা-গধুৰ প্ৰবন্ধ-পাতিলৈকে—এই সকলোবোৰৰ উৎস হ'ল এক অভূতপূৰ্ব শাব্দিক দক্ষতা আৰু সাবলীলতা। তেওঁৰ বাক্য-নিৰ্মাণত মান্য ভাষাৰ প্ৰাধান্য থাকিলেও সময়ে সময়ে তাক তেওঁ চেৰাই গৈছে। সমগ্ৰ অসমৰ মাটি আৰু মানুহৰ স্পৰ্শ তেওঁৰ ৰচনাত অনুভৱ কৰিব পাৰি। জাক পাতি ওলাই অহা ঘৰুৱা শব্দৰ সহায়েৰে তেওঁ এক বিশেষ বাক্য-ৰীতিৰ জন্ম দিছিল—সিয়েই তেওঁৰ স্বকীয়তাৰো কাৰণ। বাণীকান্ত

কাকতিৰ ৰচনাৰ বৈশিষ্ট্য আছিল সুকীয়া; অনুসন্ধিৎসু, মেধাসম্পন্ন আৰু সমালোচক কাকতিৰ ভাষা আছিল গভীৰ অথচ সংবেদনশীল আৰু আবেদনপূৰ্ণ। দুয়োৰে ভিতৰত এই পাৰ্থক্য থকা সত্ত্বেও এটা ক্ষেত্ৰত দুয়োৰে মিল আছিল—সেইটোৱেই হ'ল আন্তৰিকতা। উভয়ৰে ৰচনা বিশ্লেষণ কৰি চাওক—তাত পাব সততা, ক'তো কৃত্ৰিমতা নাই। এইবাবেই কাকতিয়ে বেজবৰুৱাৰ ৰচনা তৰুণ লেখকসকলক মনোযোগ দি পঢ়িবলৈ পৰামৰ্শ দিছিল। কাকতিৰ ভূমিকাত বেজবৰুৱা-বিৰোধিতা নাই; তেওঁ বেজবৰুৱাৰ ভাষাশৈলী আয়ত্ত কৰি তাক বৌদ্ধিক দৃষ্টিৰে অধিক পুষ্ট আৰু সম্প্ৰসাৰিত কৰিছিল।

*ভাষা পৰিষদৰ পুৰস্কাৰে আপোনাৰ মনত কেনে প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে ?*

ভাল পাইছোঁ। ই কাম কৰিবলৈ উৎসাহ যোগাব পাৰে। অৱশ্যে হাতত সময় আৰু বেছি নাই। হঠাৎ অনুভৱ কৰিছোঁ—জীৱনটো বৰ চুটি, মৰিশালিৰ ফালে গৈ থকা এটা চুটি যাত্ৰা। উভতি চাই দেখোঁ, উল্লেখযোগ্য বিশেষ একো কৰা নহ'ল।

*সাহিত্য-চৰ্চাৰ জৰিয়তে আপুনি কিহৰ সন্ধান কৰিছে ?*

জীৱনত কেৱল অৱক্ষয়, ক্লান্তি ঘৃণায়েই নাই—ইয়াত আশা, প্ৰেম আদিও আছে। অমঙ্গলবোধ থাকিলেও মঙ্গলবোধো ক'ৰবাত আছে—মই তাৰেই স্বপ্ন দেখোঁ, তাৰেই সন্ধান কৰোঁ।

*সুদীৰ্ঘ এই পৰিক্ৰমাই আপোনাক কি দিছে ?*

বিশেষ একো পাইছোঁ বুলি ক'ব নোৱাৰোঁ; কিন্তু ভিতৰৰ জুইকুৰা জ্বলাই ৰাখিছোঁ, নিজক শুধৰাবলৈ যত্ন কৰিছোঁ—তাৰপৰা আনৰ কিবা উপকাৰ কৰিব পাৰোঁনে ভাবিছোঁ। এই সময়টো দাহক,পাবক সময় আহিবলৈ এতিয়াও বাকী। তাৰ বাবে নিজক বা আনক উদ্বুদ্ধ কৰিবলৈ আন্তৰিকভাৱে চেষ্টা কৰিছোঁ। পৰা নাই।

*বৰ্তমানে আপুনি কি কাম কৰি আছে ?*

কিবাকিবি লিখি আছোঁ। বিশেষকৈ কবিতা, প্ৰবন্ধ, সমালোচনা খণ্ডীয়া-খুচুৰীয়াকৈ লিখি আছোঁ। দুই-এখন কিতাপো ওলাইছে।

*ভৱিষ্যতৰ পৰিকল্পনা কি ?*

বিশেষ পৰিকল্পনা কৰিব পৰা নাই। এখন কবিতা পুথি, এখন প্ৰবন্ধ পুথি আৰু 'ডাঃ ঝিভাগো' (ৰামধেনুত অনুবাদ কৰিছিলোঁ)খন সম্পূৰ্ণ কৰি প্ৰকাশ কৰাৰ কথা ভাবি আছোঁ। সময়েহে ক'ব, পাৰোঁ নে নোৱাৰোঁ।

শ্ৰীমতী ১—১৫ ফেব্ৰুৱাৰী, ১৯৯৪

## *বিচ্ছিন্ন নোহোৱাকৈয়ো স্ব-শাসনৰ সুবিধা পাব পাৰি*

# ড° অমলেন্দু গুহ

*জাতীয়তাবাদ বুলিলে ঐতিহাসিকভাবে কি বুজা যায় ?*

মানুহ সমাজবদ্ধ জীৱ। নিজৰ এটা গোট বা গোষ্ঠীৰ সদস্য বুলি পৰিচয় দিয়াৰ প্ৰৱণতা মানুহৰ থাকে। মানুহ পৰিয়াল এটাত ওপজে, এইটোৱে তেওঁৰ গোষ্ঠীবদ্ধতাৰ প্ৰাথমিক পৰ্যায়। তাৰ বাহিৰেও আৰু কিছু পৰিচয় থাকে—ভাষা বা ধৰ্মৰ বন্ধনৰ ভিত্তিত। গতিকে গোষ্ঠীকতা (ethnicity) মানুহৰ এটা স্বাভাৱিক প্ৰৱণতা। আমি আজি সমাজ বিকাশৰ যি স্তৰত আছোঁ সেই স্তৰত ভৌগোলিক আৰু ৰাজনৈতিক আৰু কিছুমান নিজস্ব গোষ্ঠীগত ঐক্যৰ চিন থাকে। এইবোৰৰ ওপৰত জোৰ দি তাৰে বান্ধ খোৱাসমূহক জাতি বুলি পৰিচয় দি তাৰ বাবে ৰাষ্ট্ৰীয় ক্ষমতা বিচৰাৰ নামেই জাতীয়তাবাদ। সমাজত পুঁজিৰ বিকাশৰ লগে লগে এইটো ঘটনা ঘটিবলৈ আৰম্ভ কৰে আৰু আজিলৈকে জাতীয়তাবাদৰ গুৰুত্ব অব্যাহত আছে। জাতীয়তাবাদক পুঁজিবাদৰ মতাদৰ্শ বুলি ক'ব পাৰি।

*এথনিচিটিৰ লগত জাতীয়তাৰ সম্পৰ্ক কি ?*

এথনিচিটী ব্যাপক শব্দ। (মই গোষ্ঠীকতা বুলি অনুবাদ কৰিছোঁ)। এইমাত্ৰ মই যিখিনি কথা ক'লোঁ—তাৰ ভিত্তিতেই ক'ব পাৰি যে নানা গোষ্ঠীবদ্ধ প্ৰকাশকে এথনিচিটি শব্দৰ দ্বাৰা বুজাব পাৰি। এথনিচিটি গোট মাৰিব পাৰে নানাভাবে—ভাষাৰ ভিত্তিত, ধৰ্মৰ ভিত্তিত বা তেজৰ সম্পৰ্কৰ ভিত্তিত। বিকাশমান পুঁজিবাদী শ্ৰেণীয়ে স্বাৰ্থপূৰণৰ বাবে যিদৰে সুবিধা হয় সেইদৰেই এথনিচিটি প্ৰকাশ কৰে। পাকিস্তান, ইজৰাইল আদি ৰাষ্ট্ৰত জাতি গঠনৰ বাবে ধৰ্মীয় ঐক্যৰ ওপৰত জোৰ দিয়া হৈছিল, অন্যত্ৰ ভাষাৰ ভিত্তিত গঢ়ি উঠা অঞ্চল এটাৰ সংস্কৃতিৰ ঐক্যই গুৰুত্ব পাইছে। এথনিচিটি দুয়ো ক্ষেত্ৰতে জড়িত।

***জাতীয়তাকৈয়ো নিশ্চয়এথনিচিটিৰ পৰিধি আৰু বহল ? কিন্তু কোনো কোনো ক্ষেত্ৰত ইয়াক সংকীৰ্ণ অৰ্থতো ব্যৱহাৰ কৰা দেখা নাযায় জানো ?***

জাতীয়তাতকৈ এথনিচিটিৰ পৰিধি আৰু ব্যাপক। ইয়াক প্ৰকাশ কৰিবলৈকে কেতিয়াবা আমি এথনিক কমিউনিটিৰ কথা ভাবোঁ, কেতিয়াবা জাতীয়তাৰ ভিত্তিত ভাবো আৰু এইবোৰ শব্দ বিভিন্নজনে বিভিন্ন অৰ্থতো ব্যৱহাৰ কৰে। গতিকে ই অলপ খেলিমেলিৰো সৃষ্টি নকৰাকৈ নাথাকে। যেনে, আমি যেতিয়া কওঁ যে এটা ৰাষ্ট্ৰবদ্ধ জাতিৰ সদস্যসকলে ধৰ্ম-ভাষা নিৰ্বিশেষে এখন ৰাষ্ট্ৰৰ নাগৰিক হিচাপে ক্ষুদ্ৰ সাম্প্ৰদায়িক স্বাৰ্থৰ উৰ্ধ্বত থাকি উমৈহতীয়া স্বাৰ্থৰ ওপৰত জোৰ দিয়ে তেতিয়া আমি জাতীয়তাক এথনিচিটিতকৈ অলপ উচ্চস্থান দিওঁ। এথনিচিটি যেন ইয়াতকৈ অলপ তলখাপৰ চেতনা, যি চেতনাক ঠিক সাম্প্ৰদায়িক বা প্ৰাদেশিক চেতনা বুলি ভবাৰ প্ৰাবল্যত জাতীয়-ৰাষ্ট্ৰীয় ঐক্য খণ্ডিত হোৱাৰ আশঙ্কা থাকে। গতিকে এক বা একাধিক এথনিক গ্ৰুপে যেতিয়া ভৌগোলিক আৰু সামাজিক-সাংস্কৃতিক সান্নিধ্যৰ ভিত্তিত এটা জাতি গঢ়ি তুলিব বিচাৰে তেতিয়াই সিবিলাকৰ উত্তৰণ হয় জাতিৰ স্তৰলৈ। তাৰ আগলৈকে সমস্যাটো এখন ৰাষ্ট্ৰৰ ভিতৰুৱা এথনিক সমস্যা হিচাপে থাকে।

***বৰ্তমান বিশ্বৰ বিভিন্ন প্ৰান্তত ethnic প্ৰৱণতাই মুৰ দাঙি উঠিছে। সমাজতান্ত্ৰিক দেশো এই প্ৰৱণতাৰ পৰা মুক্ত নহয়। কাৰণ কি?***

হয়। ই আজি দেখদেখকৈ প্ৰকট হৈ উঠিছে। বাতৰিকাকত মেলিলেই আমি দেখোঁ, ই বিভিন্ন ঠাইত গা কৰি উঠিছে। আমাৰ ধাৰণা আছিল যে ছোভিয়েট দেশত এই সমস্যাৰ কেতিয়াবাই সমাধান হৈ গৈছে আৰু তীব্ৰভাৱে কাহানিও ছোভিয়েট ইউনিয়ন বা যুগোশ্লাভিয়াত এই সমস্যাটো দেখা নিদিব। তাত গণতন্ত্ৰৰ বিকেন্দ্ৰীকৰণ বা আত্ম-নিয়ন্ত্ৰণক ব্যাপক কৰি মানুহক সন্তুষ্ট কৰা হৈছে বুলি ভাবিছিলোঁ। এতিয়া দেখিছোঁ যে আমি ভুল ভাবিছিলোঁ। তেনে ব্যৱস্থা কাকতে-পত্ৰই বা সংবিধানৰ জৰিয়তে কৰা হৈছিল যদিও কৰ্মক্ষেত্ৰত নিশ্চয় এই নীতিবোৰ সদায় মানি চলা হোৱা নাছিল। যুগোশ্লাভিয়াত ছাৰ্ব, ক্ৰোৱেছিয়ান আৰু শ্লোভেনিছ—এই তিনিটা মুল জাতি আছিল। এওঁলোকৰ ভিতৰত ধৰ্মৰ প্ৰভেদ আছে, খেনো যাইকৈ প্ৰটেষ্টাণ্ট আৰু খেনো কেথলিক। ভাষাৰ পাৰ্থক্য নিচেই কম হ'লেও আছে। এই সাংস্কৃতিক ব্যৱধানৰ কাৰণে একপ্ৰকাৰ প্ৰতিযোগিতামূলক মনোভাব থাকে। সংখ্যাৰ ফালৰপৰা যদি এটা জাতিৰ জনসংখ্যা আনতকৈ বেছি হয় তেতিয়া তেওঁলোকৰ ৰাজনৈতিক আধিপত্য থাকিবই। অতীতৰ পুঁজিবাদৰ মতাদৰ্শৰ প্ৰভাৱ সমাজবাদৰ প্ৰতিষ্ঠাৰ পাছতো অন্তৰ্হিত হ'বলৈ বহু যুগ লাগি যাব পাৰে। একদলীয় প্ৰশাসনৰ ব্যৱস্থাত আত্মনিয়ন্ত্ৰণৰ ব্যাপক ব্যৱস্থা সত্বেও সংখ্যাগৰিষ্ঠ ছাৰ্বসকলৰ আধিপত্য তাত থাকি গৈছিল। ৰাছিয়াৰ ক্ষেত্ৰতো আমি

দেখিছোঁ যে তাৰ সংবিধান খুবেই গণতান্ত্রিক আৰু তাত একেবাৰে ক্ষুদ্র জাতি এটাকো স্বীকৃতি দিয়াৰ ব্যৱস্থা আছে। তথাপিতো তাত ৰুছ জাতি ঐতিহাসিকভাৱে এটা উন্নত প্রতিপত্তি থকা জাতি। তেওঁলোকৰ পুৰণি ঐতিহ্য আছে। তাক লৈ তেওঁলোকে গৌৰব কৰে, তেওঁলোক সংখ্যাতো অধিক। ছোভিয়েট দেশৰ জনসংখ্যাৰ আধা মানুহেই ৰুছ। গতিকে পিছপৰা অঞ্চলবোৰত যেতিয়া উন্নয়নৰ কাম কৰিব লাগে তেতিয়া তালৈ ৰুছ ইঞ্জিনিয়াৰ, ৰুছ শ্রমিক আনিবলগীয়া হয়। ইয়াৰ ফলত সেইবোৰ ঠাইত ৰুছৰ সংখ্যা বাঢ়ি গৈ আছে। কাজাখস্তান ৰিপাব্লিক সৃষ্টি কৰা হৈছিল কাজাখসকলৰ কাৰণে; কিন্তু তাত এতিয়া কাজাখসকলতকৈ ৰুছৰ সংখ্যা বেছি। বাল্টিক সাগৰৰ পাৰত লাট্‌ভিয়া, লিথুৱানিয়া আৰু এছটোনিয়া ১৯৪৫লৈ স্বাধীন পুঁজিবাদী দেশ আছিল। যোৱা অর্ধশতিকা ধৰি এই তিনিখন দেশ সমাজবাদী ছোভিয়েট ইউনিয়নৰ অন্তর্ভুক্ত। এই তিনিখন দেশত ৰুছ অধিবাসীৰ সংখ্যা প্রায় চল্লিছ শতাংশ। বর্তমানে যদিও তাত সকলো ভাষাৰ সমান অধিকাৰ আছে তথাপি আন্তঃজাতি বিবাহৰ (বর্তমান খুউব হৈ আছে) ফলত হোৱা সতি-সন্ততি যেতিয়া ডাঙৰ হয়, আইনমতে তেওঁলোকে যি ভাষাকে গ্রহণ কৰে তাকেই মাতৃভাষাৰূপে স্বীকাৰ কৰা হয় কিন্তু দেখা যায়, তেওঁলোকে ৰুছ ভাষাকে (মাক-দেউতাকৰ যিকোনো এজন ৰুছ হ'লেই) মাতৃভাষা বুলি গ্রহণ কৰে। স্বাভাৱিকতে ৰুছভাষা হ'ল আটাইতকৈ উন্নত আৰু চহকী ভাষা। ফলত, পিয়লৰ পিছত পিয়ল জুৰি ৰুছ ভাষীৰ সংখ্যা অস্বাভাৱিকভাৱে বৃদ্ধি পাইছে। সেইটো আনে ভাল পোৱা নাই। ৰুছসকলৰ (জাতিগত শোষণ নাথাকিলেও) জাতিগত ভেম আছে। যেনেকৈ বঙালীসকলে মাজে মাজে খুউব গৌৰৱ কৰে আৰু উচ্চবর্ণৰ মধ্যশ্রেণীৰ বঙালীক অনুকৰণ কৰাৰো এক স্বাভাৱিক প্রৱণতা আছে । এইবোৰ নানা কাৰণত জাতিয়ে জাতিয়ে সংঘর্ষ, ভুল বুজাবুজি ছোভিয়েট দেশতো আছিল আৰু আছে। আগতে এক দলীয় প্রশাসনৰ তলত এয়া প্রকাশ পোৱা নাছিল, এতিয়া পাইছে।

***অর্থাৎ সত্তৰ বছৰীয়া সমাজতন্ত্রয়ো ৰুছবাসীক সন্তুষ্ট কৰিব পৰা নাই ?***

নাই, অসন্তুষ্টি বাঢ়িছেহে। কার্যক্ষেত্রত তেওঁলোকে সংবিধান মানি চলা নাই। আমি ষ্টেলিনক প্রায়ে শলাগোঁ জাতি সমস্যা সমাধানৰ নীতিক জনপ্রিয় কৰাৰ বাবে; কিন্তু নিজেও তেওঁ নীতিৰ বাহিৰত গৈছে। তেওঁ নিজে ৰুছ নাছিল—তেওঁ আছিল জর্জিয়ান; কিন্তু ৰুছ সংস্কৃতিক মনে-প্রাণে গ্রহণ কৰিছিল আৰু আনেও তেনেকুৱা কৰাটো বিচাৰিছিল। যুদ্ধৰ সময়ত সীমান্তত থকা সৰু সৰু জাতিবোৰক আন ঠাইলৈ জোৰ কৰি স্থানান্তৰিত কৰিছিল। সেই জাতিবোৰে আজি নিজ ঠাইলৈ ঘূৰি যাব বিচাৰিছে। ৰুছ দেশৰ এক পুৰণি পৰম্পৰা হ'ল ইহুদি বিদ্বেষ। আইনে তাক স্বীকাৰ নকৰিলেও সাংস্কৃতিকভাৱে তেওঁলোকৰ মনত এই বিদ্বেষ আছে। তেওঁলোকৰ বহুতৰে

ভ্ৰান্ত ধাৰণা যে সমাজবাদী সমাজখনতো ষ্টেলিনেই ইহুদিসকলক ঠাণ্ডা কৰি ৰাখিছিল। সম্প্ৰতি 'এতেকে ইহুদি নিপাত যাওক, ষ্টেলিন জিন্দাবাদ' শ্ল'গান থকা পোষ্টাৰ হাতত লৈ ফুৰা ৰুছ যুৱককো মস্কোৰ বাটে বাটে বিক্ষোভত যোগ দিয়া দেখা গৈছে।

***সমাজতান্ত্ৰিক দেশত উদ্ভৱ হোৱা জাতি সমস্যাৰ সমাধানৰ পথ তেনেহ'লে কি ?***

এই সমস্যা সমাধানৰ বাবে লেনিন, ষ্টেলিন সমৰ্থিত পথেই উত্তম পথ। আৰু মই ভাবোঁ, কোনো জাতিৰ যদি চেতনা থাকে যে তেওঁলোক বেলেগ মানুহ, বেলেগ জাতি—আৰু ধৰক, এশ বছৰ চেষ্টা কৰিও যদি তেওঁলোকৰ এই চেতনা আঁতৰ কৰিব নোৱাৰি তেতিয়াহ'লে তেওঁলোকক বেলেগ হৈ যোৱাৰ অধিকাৰ দিব লাগিব। জোৰ কৰি ৰাখিবলৈকেতো আমাৰ অসুবিধা। বাজেটৰ টকা আইন-শৃংখলা ৰক্ষাতে খৰচ হৈ যাব, আৰ্থিক সংকট ঘনীভূত হ'ব।

জাতি এটাক যুক্তৰাষ্ট্ৰীয় ব্যৱস্থাত থাকি যাবলৈ কোনোপধ্যেই সন্মত কৰাব নোৱাৰিলে শেহান্তৰত শান্তিপূৰ্ণ গণভোটৰ জৰিয়তে তেওঁলোকক বিচ্ছিন্ন হোৱাৰ সুযোগ দিবই লাগিব, কিন্তু ধৈৰ্য ধৰি শেষ মুহূৰ্তলৈকে ঐক্যৰক্ষাৰ চেষ্টাও কৰিব লাগিব। এইটোৱে মাৰ্ক্সবাদ-লেনিনবাদৰ অনুমোদিত গণতান্ত্ৰিক নীতি।

***কিন্তু ভাৰতবৰ্ষত জাতীয়তাৰ ক্ষেত্ৰত কেৱল জাত্যাভিমানেই নহয়, শোষণো আছে নিশ্চয় ?***

শোষণ চলিছে যদি আমি কোনটো জাতিক শোষিত বুলি ক'ম? ভাৰতবৰ্ষত এটা নহয়, দুটা নহয় - কেবাটাও জাতি আছে আৰু জাতি হৈ উঠা নাই জাতি হোৱাৰ সম্ভাৱনা আছে এনে বহু সৰু সৰু গোট আছে। ভাৰতবৰ্ষ বহুজাতিৰ দেশ যদিও সেই জাতিসমূহে এতিয়াও পূৰ্ণতা পোৱা নাই। এতিয়া আমি যদিও কওঁ যে ইয়াত জাতীয় শোষণ আছে, আমি কিন্তু আঙুলিয়াই দেখুৱাব নোৱাৰোঁ শোষক জাতি কোনটো। আমি যদি কওঁ ৰাজস্থানী শোষক জাতি তেনেহ'লে ৰাজস্থানৰ গাঁৱৰ মানুহৰ অৱস্থাতো ঐশ্বৰ্যৰ প্ৰতিফলন হ'ব লাগে; কিন্তু তেওঁলোক বহুক্ষেত্ৰত আমাৰ গাঁৱৰ মানুহতকৈ পিছপৰা। মাৰোৱাৰী একচেটিয়া পুঁজিৰ বাসস্থান ৰাজস্থানৰ বাহিৰত। তেওঁলোকৰ আৰু গুজৰাটী, পাঞ্জাবী আদিৰ পুঁজিয়ে সৰ্বভাৰতীয় ৰূপ লৈছে। ভাৰত এখন বহুজাতিক দেশ আৰু ইয়াত কোনো এটা জাতি উন্নত হৈ আন জাতিক শোষণ কৰিব পৰা নাই। প্ৰশাসনব্যৱস্থাত গুজৰাটী বা মাৰোৱাৰীৰ বিশেষ ভূমিকা নাই। তাত দক্ষিণ ভাৰত বা বেঙ্গলৰ লোকৰ সংখ্যা বেছি। ফৌজত পাঞ্জাবীৰ। এইদৰেই দেশত একপ্ৰকাৰ ভাৰসাম্যযুক্ত ব্যৱস্থা চলি আছে। অৱশ্যে সৰু সৰু জনজাতিৰ ওপৰত অজনজাতীয় মহাজন আদিৰ শোষণ চলি থকাটো সঁচা; কিন্তু সংবিধান আৰু প্ৰশাসন ব্যৱস্থাৰ ভিতৰতে ইয়াৰ সমাধান উলিয়াব পাৰি।

*যদি এনে এক ভাৰসাম্যযুক্ত শাসন ব্যৱস্থাই চলিছে তেনেহ'লে বিভিন্ন প্ৰদেশত আজি আঞ্চলিক অসন্তুষ্টি মূৰ দাঙি উঠিছে কিয়? আপুনি অন্যত্ৰ উল্লেখ কৰা বৃহৎ আৰু ক্ষুদ্ৰ জাতীয়তাবাদৰ ভিত্তিয়েই বা কি?*

ইয়াৰ প্ৰথম কথা হ'ল, দেশত যে উন্নয়ন সমান্তৰালভাৱে চলিব সি নহয়; কিন্তু অৰ্থনীতিৰ মূল কথাই হ'ল—আমি যদি কম খৰচত বেছি উৎপাদন কৰিব বিচাৰোঁ, য'ত যি উৎপাদন বেছি হয় তাত সেই ধৰণৰ উদ্যোগ গঢ় লৈ উঠে। এইদৰে পুঁজিও কেন্দ্ৰীভূত হয়। এনেকুৱা হ'ব পাৰে যে এটা অঞ্চলত উদ্যোগ কেন্দ্ৰীভূত হৈছে। আন অঞ্চলত সম্পদ আছে কিন্তু এয়াই অ-সম উন্নয়ন ব্যৱস্থা। ইয়াৰ ফলতেই উন্নয়নৰ ক্ষেত্ৰত কম পৰিমাণে হ'লেও এক ব্যৱধান সৃষ্টি হয়। আমেৰিকাতো আছে। তাৰো এটা অঞ্চল উন্নত, আনটো নহয়। সেই পৰিস্থিতি ভাৰতবৰ্ষতো আছে। ঔপনিবেশিক শাসনৰ কালৰ পৰাই আছে। বহু চেষ্টা কৰিও তাক আঁতৰাব পৰা নাই। ডাঙৰ কথা হ'ল, ভাৰতৰ উন্নয়নৰ চৰিত্ৰ পুঁজিবাদী আৰু দ্ৰুত। গাঁৱে-ভূঞে আজি পুঁজি সোমাইছে। তাৰ ফলত সমাজ শ্ৰেণীত বিভক্ত হৈছে, কৃষক বজাৰমুখী হৈছে। কৃষক বজাৰমুখী হোৱাৰ ফলত বিভিন্ন অঞ্চলত আগতে পিছ পৰি থকা কিছু কৃষিনিৰ্ভৰ জাত-পাতৰ মানুহৰ হাতত ধন গোট খাইছে। সমাজত প্ৰতিষ্ঠা পোৱাৰ বাবে আগ বাঢ়ি আহি তেওঁলোকে দেখিছে যে নিজৰ অঞ্চলৰ ৰাইজক তেওঁলোকৰ পিছত থিয় কৰাব পাৰিলেহে দিল্লীৰপৰা কিছু আদায় কৰিব পাৰিব। তেওঁলোকে ইতিমধ্যেই নিজা নিজা অঞ্চলত ৰাজনৈতিক-অৰ্থনৈতিক প্ৰতিষ্ঠা পাইছে, কিন্তু চাকৰি-বাকৰি বা সামাজিক প্ৰতিষ্ঠাৰ ক্ষেত্ৰত সুযোগ পোৱা নাই। সেই প্ৰতিষ্ঠা তেওঁলোকক লাগে। আঞ্চলিক জাতীয়তাবাদ বা ক্ষুদ্ৰ জাতীয়তাবাদ তেওঁলোকৰ মতাদৰ্শ হিচাপে প্ৰবলভাৱে সন্মুখলৈ আহিছে।

*এয়া বৰ্ণবাদী দৃষ্টিভংগীৰে ফল নেকি? ভাৰতীয় জাতীয়তাবাদৰ মূল চালিকা শক্তি আজিও বৰ্ণবাদীয়েই নে ?*

হয়। আগ বাঢ়ি অহা শ্ৰেণীটো উচ্চবৰ্ণৰেই ঘাইকৈ গঠিত। আমাৰ বৰ্ণ ব্যৱস্থাক মোটামুটি তিনিটা খলপত ভাগ কৰিব পাৰি—এটা হ'ল একেবাৰে তল শ্ৰেণীৰ যাক অস্পৃশ্য হৰিজন কোৱা হয়, একেবাৰে ওপৰ হ'ল আমাৰ ইয়াত যাক বামুণ, দৈৱজ্ঞ, কলিতা, কায়স্থ বোলা হয় আৰু আনটো হ'ল এই দুই খলপৰ মধ্যৱৰ্তী জাত-পাত। প্ৰথম যেতিয়া বৃটিছ শাসনত শিক্ষাৰ সুযোগ আহিল তেতিয়াই উচ্চবৰ্ণৰ লোকসকলে সেই সুযোগ ল'লে। নিজেই আগ বাঢ়ি আহি পাশ্চাত্য শিক্ষা ল'লে আৰু শাসন ব্যৱস্থাৰ অংগ হৈ পৰিল। আনকি মধ্যযুগতো মুছলমান সম্ৰাটসকলৰ হিচাপ-নিকাচৰ ৰক্ষক হিচাপে নাইবা জমিদাৰ-জাইগীৰদাৰ হিচাপে এই উচ্চবৰ্ণৰ লোকেই কাম কৰিছিল। এই পৰম্পৰা চলি আহিছে। মন কৰিবলগীয়া, ভাৰতীয় মুছলমানসকলৰ মাজতো উচ্চ-নীচ

জাতিভেদ আছে। সি যি নহওক, এতিয়াও আমাৰ সমাজব্যৱস্থাত উচ্চবৰ্ণৰ লোকে গুৰুত্বপূৰ্ণ স্থান লৈ আছে।

*শাসন ব্যৱস্থাতো ?*

শাসন ব্যৱস্থাতো মধ্যৱৰ্তী জাত-পাতৰ মানুহ প্ৰশাসনৰ কামলৈ আহিব ধৰিছে। জাঠ, গোৱালা, কুৰ্মী আদি ঠেলি-হেঁচি আহিব খুজিছে। তেওঁলোকে ভাবে, আন আন যোগ্যতা তেওঁলোকৰ আছে, ধন তেওঁলোকৰ আছে, শিক্ষা আছে, কিন্তু বিভিন্ন বৃত্তিত সোমাব পৰা নাই। চাকৰি-বাকৰিৰ ভাগ পোৱা নাই। তেওঁলোকৰ ধাৰণা 'আমি মুঠ জনসংখ্যাৰ ২৭% ভাগ, কিন্তু চাকৰি-বাকৰিৰ দহ শতাংশও আমাৰ হাতত নাই।' তলতীয়া অনুসূচিত জাতিৰ মানুহেতো নিজক সৰ্বক্ষেত্ৰত বঞ্চিত বুলি ভাবে।

*বৃহৎ জাতীয়তাবাদৰ দৰে ক্ষুদ্ৰ জাতীয়দাবাদৰ ক্ষেত্ৰতো এই বৰ্ণবাদী দৃষ্টিভঙ্গী প্ৰকট নেকি ?*

তাতো প্ৰকট। ক্ষুদ্ৰ জাতীয়তাবাদৰ ক্ষেত্ৰতো আঁৰ লৈ চলিলে সৰ্বোপৰি বৰ্ণবাদীসকলৰ সুবিধা হয়। সংখ্যালঘিষ্ঠ উচ্চবৰ্ণৰ মানুহে ডাঙৰ ডাঙৰ কথা কৈ জাতিৰ নামত জনসমাবেশৰ ব্যৱস্থা কৰে আৰু তাৰ যোগেদি নিজৰ স্বাৰ্থ হাচিল কৰে। প্ৰকাশ্যে, দেখাদেখিকৈ জাত-পাতৰ ৰাজনীতি নকৰে, অসুবিধা আছে। বৰং জাত-পাত ভিত্তিক চিন্তাৰ বিৰোধিতা কৰে। আনফালে, চিৰকাল সামাজিকভাৱে বঞ্চিত হৈ অহা মধ্যৱৰ্তী জাত-পাত, অনুসূচিত জনজাতি আৰু জাত-পাতৰ মানুহে প্ৰকাশ্যভাৱেই তেওঁলোকৰ জাত-পাতৰ স্বাৰ্থ ৰক্ষাৰ কথা কয়। তেনেস্থলত, ক্ষুদ্ৰ জাতীয়তাবাদৰ আঁৰটো নলগা হয়; আনকি ক্ষুদ্ৰ জাতীয়তাবাদৰ মতাদৰ্শও খণ্ডিত হৈ পৰে। ঠিত তেনেকৈ, মণ্ডল কমিছনৰ পিছে পিছে ভাৰতৰ সৰ্বত্ৰ জাত-পাতৰ ভিত্তিত চাকৰি-বাকৰিত আনুপাতিক ভাগটো সংৰক্ষণ কৰাৰ প্ৰশ্নটো ন-কৈ আৰু প্ৰবলভাৱে উঠাত উচ্চবৰ্ণৰ মানুহে পোষকতা কৰা হিন্দু ৰাষ্ট্ৰবাদীসকলৰ সাম্প্ৰদায়িকতাবাদী বৃহৎ জাতীয়তাবাদৰ তলিও ফুটা হৈ গৈছে। ইয়াৰ ফলত যুক্তৰাষ্ট্ৰীয় ব্যৱস্থাৰ আধাৰত সৰ্বভাৰতীয় তথা আঞ্চলিক জাতীয়তাবাদৰ সামঞ্জস্যপূৰ্ণ সুস্থ বিকাশৰ সম্ভাৱনা উজ্জ্বলতৰ হৈছে।

*অসম আন্দোলনৰ দৰে জনপ্ৰিয় আন্দোলনকো এই পৰ্যায়ভুক্ত কৰিব পাৰি নেকি ?*

পাৰি। নেতৃত্বত থাইকৈ প্ৰফুল্ল কুমাৰ মহন্ত, জয়নাথ শৰ্মা, বৃন্দাবন গোস্বামী, ভৃগু ফুকন আছিল—এওঁলোক উচ্চবৰ্ণৰে মানুহ। এওঁলোকক সমৰ্থন কৰা প্ৰেছো আছিল উচ্চবৰ্ণ মানুহৰ দ্বাৰা পৰিচালিত। তেওঁলোকৰ দাবীপত্ৰত সংখ্যাগৰিষ্ঠ নিম্নবৰ্গৰ দুখীয়া মানুহৰ আশা-আকাংক্ষাও প্ৰতিফলিত হোৱা নাছিল। কেন্দ্ৰীয় বিশ্ববিদ্যালয় আৰু আই-আই-টি পালেই ইষ্ট লাভ হ'ব বুলি ভাবিছিল তেওঁলোকে।

*কিন্তু আমাৰ বহুতে ক'ব খোজে যে বৰ্ণবাদী দৃষ্টিভংগী আজি আৰু নাই ।*

এই ভাবটো মানুহে মুকলিকৈ আলচ কৰিব নিবিচাৰে। ই আঁৰত থাকে। কেতিয়াবা অবচেতনভাৱেও থাকে। উচ্চবৰ্ণৰ নেতাই যে সদায় সচেতনভাৱে বৰ্ণবাদী দৃষ্টিভঙ্গী গ্ৰহণ কৰে, এনে নহয়। অসম আন্দোলনে জাত-পাতৰ কথা তোলা নাছিল ; কিন্তু তেওঁলোকৰ কাৰ্যসূচীত কোৱা হৈছিল যে স্কলাৰশ্বিৰ সংৰক্ষণ অনুসূচিত জাতি আৰু জনজাতি আদিৰ ক্ষেত্ৰত উঠাই দিব লাগে। নেতৃত্ব নিৰ্বাচনত, মন্ত্ৰিত্ব নিৰ্বাচনত অৱলীলাক্ৰমে এনে মজ্জাগত দৃষ্টিভঙ্গী প্ৰকাশ হৈ পৰে। এয়া যে কিবা ষড়যন্ত্ৰৰ ফল, সেয়া নহয়।

*তেনেহ'লে এইটো এটা ঐতিহাসিক প্ৰক্ৰিয়া নেকি ?*

ইয়াৰ পৰিৱৰ্তনৰ পথ হ'ল শ্ৰেণী সংগ্ৰামৰ পথ। কিছু সমাজবিজ্ঞানীয়ে ভাবে যে পিছপৰা জাত-পাতৰ আন্দোলনৰো এক ইতিবাচক দিশ আছে। ৰজনী কোঠাৰীৰ দৰে সমাজবিজ্ঞানীসকলে এই মত সমৰ্থন কৰে।

*অৰ্থাৎ মণ্ডল আয়োগৰ যি ধ্বনি উঠিছে ই ইতিবাচক ?*

হয়। এই সমাজবিজ্ঞানীসকলে তাকেই ভাবে। ই গণতন্ত্ৰক পৰিপূৰ্ণ হোৱাত সহায় কৰিব। তেওঁলোকে কৈছে যে ভাৰতবৰ্ষৰ পৰিস্থিতি অদ্ভুত। এছিয়াৰ ভিতৰত ভাৰতবৰ্ষই একমাত্ৰ দেশ য'ত কম-বেছি পৰিমাণে হ'লেও বাহ্যিকভাৱে পশ্চিমীয়া আধুনিক গণতন্ত্ৰৰ প্ৰয়োজনীয় দিশবোৰ আছে। কম-বেছি পৰিমাণে হ'লেও ইয়াত নিকা আৰু মুক্ত নিৰ্বাচন নিয়মীয়াকৈ হয়। ইয়াত পশ্চিমীয়া ধৰণৰ কাৰ্যকৰী ৰাষ্ট্ৰব্যৱস্থা গণতান্ত্ৰিক হোৱা সত্ত্বেও — সমাজখন অগণতান্ত্ৰিকভাৱে ৰৈ গৈছে। জাত-পাতৰ বিচাৰেই সামন্তবাদক টিকাই ৰাখিছে। সমাজক গণতান্ত্ৰিক কৰাৰ বাবে এক সবল খুন্দাৰ প্ৰয়োজন। আমি যদি গুণগত বাছ-বিচাৰ কিছু কম কৰি ১০/১৫ বছৰৰ ভিতৰত চৰকাৰী চাকৰি-বাকৰিত ৫০ শতাংশ অনুসূচিত আৰু পিছপৰা জাত-পাতৰ মানুহক নিযুক্তি দিব পাৰোঁ, তেনেহ'লে এটা বিৰাট কামেই হ'ব। প্ৰশাসনৰ আশুদক্ষতা কিছু হ্ৰাস পাব পাৰে; কিন্তু সমাজৰ গণতন্ত্ৰীকৰণৰ বাটত এখোজ আগ বাঢ়ি থকা হ'ব। বৰ্ণবাদী সমাজখনৰ বাবে খুন্দা আৰু জোকাৰণিৰ প্ৰয়োজন আছে। অৰ্থনৈতিক আৰু ৰাজনৈতিক সা-সুবিধাৰ ক্ষেত্ৰত আনুপাতিক প্ৰতিনিধিত্ব পূৰাকৈ দিব পাৰিলে, এক প্ৰজন্মৰ ভিতৰতে জাত-পাতৰ উৎপাত নোহোৱা হ'ব লাগে। এইটো মোৰ সুদৃঢ় বিশ্বাস। অনুসূচিত শ্ৰেণীৰ শতকৰা ৮০ জন মানুহ কৃষিশ্ৰমিক, কিন্তু বামুণ-কলিতাৰ শতকৰা ৩/৪ জন মাত্ৰ কৃষিশ্ৰমিক। তেনে অৱস্থা চলি থাকিলে ভাৰতত বৰ্ণবাদো চলি থাকিব।

*অৰ্থাৎ আপুনি ক'ব বিচাৰিছে যে যদি মণ্ডল পৰামৰ্শাৱলী কাৰ্যকৰী হয় তেনেহ'লে জাত-পাতৰ প্ৰৱণতা কিছু হ্ৰাস পাব ?*

হ্ৰাস পাব। এতিয়াৰ অৱস্থাত নমঃশূদ্ৰসকলক যদি সোধোঁ, 'ভাৰতীয়

গণতন্ত্ৰত তোমালোককতো সংৰক্ষণ দিয়া হৈছে, তোমালোকৰ মন্ত্ৰী-বিধায়ক আছে, তথাপিতো তোমালোকে জাত-পাতৰ এই প্ৰশ্ন উত্থাপন কৰিছা কিয় ?' তেওঁলোকে টপৰাই উত্তৰ দি ক'ব—'এটা-দুটা মন্ত্ৰী-বিধায়ক হ'লে আমাৰ সমস্যা সমাধান নহয়। আপোনালোকৰ জাতৰ ভিতৰত সামাজিক পাৰ্থক্যৰ সৃষ্টি হৈছে, তাত মাষ্টৰো আছে, ডাক্তৰ, ইঞ্জিনিয়াৰ, শিক্ষক, উকীল, সৰ্বহাৰাও আছে ; কিন্তু আমাৰ মানুহৰ মাজত সেয়া হৈছে জানো? আমাৰ ৯৯% ভাগেই দেখদেখকৈ সৰ্বহাৰা। আমি জনসংখ্যাৰ ১২ % কিন্তু চৰকাৰী চাকৰিৰ ৩% ভাগো আমাৰ হাতত নাই।' সংৰক্ষণে এক ভাৰসাম্যৰ সৃষ্টি কৰিব। তেতিয়া তেওঁলোকে জাতৰ প্ৰশ্ন উত্থাপন কৰিও নিজ জাতৰ লোকক এনে আন্দোলনত ভৱিষ্যতে চামিল কৰিব নোৱাৰিব। অনুসূচিত শ্ৰেণীৰ ধনী মানুহে অনুসূচিত শ্ৰেণীৰ গৰিব মানুহকো শোষণ কৰাটো সকলোৱে দেখা পাব।

***আমাৰ সমাজৰ এনে আদিম প্ৰৱণতাবোৰ আঁতৰ কৰিব লাগিলে আপুনি কোৱাৰ দৰে কিছু কাম কৰিব লাগিব নেকি ?***

কিন্তু সেয়াই নহয়। ই দৰকাৰী হ'লেও প্ৰৱণতা বিলোপকৰণৰ বাবে যথেষ্ট নহ'বও পাৰে। শ্ৰেণী সংগ্ৰামক শক্তিশালী কৰাৰ প্ৰয়োজনৰ কথা আগতেই এবাৰ কৈ থৈছোঁ।

***কিন্তু প্ৰশ্ন হ'ল, আমি যদি গণতন্ত্ৰত বাসেই কৰিছোঁ, তেনেহ'লে এনে ব্যৱস্থাত এই আন্দোলন বা খুন্দাৰৈইবা প্ৰয়োজন ক'ত ?***

মইতো মনা নাই যে আমি গণতান্ত্ৰিক ব্যৱস্থাত বাস কৰিছোঁ, বৰং মই ওলোটাটোহে কৈছোঁ। মই কৈছোঁ যে আমাৰ ৰাজনৈতিক ব্যৱস্থা বুৰ্জোৱা গণতান্ত্ৰিক, কিন্তু সমাজব্যৱস্থা অগণতান্ত্ৰিক আৰু সামন্তীয়। সামাজিক গণতন্ত্ৰ থাকিলেহে ৰাজনৈতিক গণতন্ত্ৰৰ সুফলবোৰ আমি পাব পাৰোঁ। সামাজিক গণতন্ত্ৰীকৰণৰ কথা কৈ থাকিলে কি হ'ব, কিছু কাৰ্যব্যৱস্থা গ্ৰহণ কৰি জোৰ কৰি হ'লেও চলিত ব্যৱস্থাৰ অৱসান ঘটাব লাগিব। আৰু অৰ্থনৈতিক ক্ষেত্ৰতো সেয়া কাৰ্যকৰী হ'ব লাগিব।

***সমাজৰ গণতন্ত্ৰীকৰণৰ কথা যে উল্লেখ কৰিছে তাৰ পৰ্যায় কি হ'ব বা কেনে ধৰণে আগ বাঢ়িব পৰা হ'ব ?***

সমাজৰ গণতন্ত্ৰীকৰণৰ বাবে যিবোৰ সামাজিক-সাংস্কৃতিক ব্যৱস্থাৰ দৰকাৰ সেইবোৰৰ কথা আগতেই কোৱা হৈছে আৰু সংবিধানতো—অস্পৃশ্যতা দূৰীকৰণ বা চাকৰি-বাকৰিৰ সংৰক্ষণৰ দৰে কিছু ব্যৱস্থা আছে। কিন্তু এতিয়া আমি দেখিছোঁ যে সংবিধানত যিবোৰ ৰক্ষাকবচৰ ব্যৱস্থা কৰা হৈছে তাৰ দ্বাৰা কাম হোৱা নাই। সংৰক্ষণ ব্যৱস্থা থকা সত্ত্বেও পিছপৰা লোকসকলে চাকৰি-বাকৰি আৰু ব্যৱসায়ৰ ক্ষেত্ৰত যি

ভাগ পাইছে সেয়া খুবেই কম। মোৰ মতে আগবাঢ়ি যাবৰ বাবে এতিয়া আয়োগে কোৱামতে যান্ত্ৰিকভাৱে নহয়, আৰু অলপ চিন্তা-চৰ্চা কৰি এৰা-ধৰাৰ মাজেদি তাৰ মূল কথাখিনি মানি লৈ চাকৰি-বাকৰিৰ যি আনুপাতিক অংশ এৰি দিবলৈ কৈছে তাক কাৰ্যকৰী কৰা। তেতিয়াহ'লে উচ্চতম ন্যায়ালয়ে বিচৰামতে সংৰক্ষণৰ বাহিৰতো অন্ততঃ ৫০% ভাগ চাকৰি সকলোৰে বাবে মুকলি হৈ থাকিব। আগবঢ়াসকলে তাৰ ভাগ পাব। উভয় ক্ষেত্ৰতে অৰ্থনৈতিক দুৰৱস্থাৰ ভিত্তিতো কিছু চাকৰি সংৰক্ষিত ৰাখিব পৰা হ'ব।

মণ্ডল আয়োগে কেৱল চৰকাৰী চাকৰিৰ ক্ষেত্ৰতহে পৰামৰ্শ দিছে। ব্যক্তিগত খণ্ডৰ কামৰ ক্ষেত্ৰত নহয়। গতিকে আমাৰ দেশৰ যিমান অৰ্থনৈতিক সা-সুবিধা, চাকৰি-বাকৰিৰ ক্ষেত্ৰ আছে তাৰ শতকৰা এভাগহে সংৰক্ষণৰ দ্বাৰা পূৰণ হ'ব।

কিন্তু সমাজত ইয়াৰ এটা নৈতিক প্ৰভাৱ প্ৰচণ্ডভাৱে পৰিব আৰু তাৰ ফলতেই কিজানি আমাৰ সমাজত জাত-পাতৰ বিভাজন কমি আহিব। তাকেই মই ক'ব বিচাৰিছোঁ।

***আন এক প্ৰশ্ন হ'ল আঞ্চলিক বৈষম্য বা শোষণ। ভাৰতীয় সমাজ ব্যৱস্থাত কেন্দ্ৰ-ৰাজ্যৰ সম্পৰ্ক শোষক আৰু শোষিতৰ নেকি ? যদি ৰাজ্য শোষিত তেনেহ'লে শোষকৰ চৰিত্ৰ ঔপনিবেশিক নেকি ?***

এই প্ৰসঙ্গত বহু আলোচনা ইতিমধ্যে হৈছে। চৰকাৰিয়া আয়োগকে ধৰি বিভিন্ন পৰ্যায়ত ই আলোচিত হৈছে। মোৰ ব্যক্তিগত মত হ'ল - প্ৰথমে কেন্দ্ৰ-ৰাজ্যৰ সম্পৰ্কৰ পুনৰ্বিন্যাস ঘটাব লাগে। পুনৰ্বিন্যাস এনেদৰে ঘটাব লাগে যাতে কেন্দ্ৰৰ ক্ষমতা কিছু কমে আৰু ৰাজ্যৰ ক্ষমতা ভালকৈ বাঢ়ে। কাৰণ দেশ গঠনৰ লগত সম্পৰ্কিত বিভাগবোৰ সকলো ৰাজ্য চৰকাৰৰ হাতত, কিন্তু দেশৰ পৰা ৰাজহ আদায়ৰ ক্ষমতা আৰু ভোগ কৰাৰ অধিকাৰ বেছিকৈ কেন্দ্ৰৰ হাতত। তাৰ ফলত ৰাজ্যই নিজ ভূমিকা ঠিকমতে পালন কৰিব নোৱাৰে কিয়নো ৰাজ্যৰ হাতত সম্পদৰ অভাৱ। মন কৰিবলগীয়া কথা হ'ল আনকি সংবিধানতো ৰাজ্যসমূহক যিখিনি ক্ষমতা আৰম্ভণিতে দিয়া হৈছিল সেই ক্ষমতা এতিয়া ৰাজ্যৰ হাতত নাই। ই ক্ৰমে সংকুচিত হৈ আহিছে। যিহেতু বছৰৰ পিছত বছৰ ধৰি কেন্দ্ৰ-ৰাজ্য উভয় ঠাইতে কংগ্ৰেছৰ আধিপত্য চলি আহিছিল সেইকাৰণে কেন্দ্ৰৰ নেতৃত্বত মুখ্যমন্ত্ৰীসকলৰ সন্মিলন বহুৱাই বুজাই-বঢ়াই বাধ্য কৰোৱা হৈছিল যে 'স্বেচ্ছাই তোমালোকে কিছু ক্ষমতা এৰি দিয়া।' আৰু সেইমতে তেওঁলোকে বহু ক্ষমতা এৰি দিছিল। সংবিধান সংশোধিত হৈছিল আৰু কিছুমান বিধিৰো সৃষ্টি হৈছিল। এইদৰেও কেন্দ্ৰ ক্ষমতাৰ গৰাকী হৈছিল। বহুক্ষেত্ৰত সংবিধানো মানি চলা হোৱা নাই। সংবিধানে কৈছিল দুই ৰাজ্যৰ মাজত বিবাদ হ'লে আন্তঃৰাজ্যিক

বোৰ্ড গঠন কৰি তাৰ মীমাংসা কৰিব লাগে ; কিন্তু আন্তঃৰাজ্যিক বোৰ্ড গঠন হোৱা নাছিল। এইদৰে আমি দেখিছোঁ যে যোৱা ৪৪ বছৰত ক্ৰমে ৰাজ্যৰ ক্ষমতা বঢ়োৱা দূৰৈৰ কথা তাৰ ওলোটাহে কৰা হৈছে।

দ্বিতীয় কথা হ'ল কেন্দ্ৰৰ হাতত আৰ্থিক ক্ষমতা বেছি। এটি গুৰু দায়িত্বও দিয়া হৈছে, সেই দায়িত্ব ভৱিষ্যতেও কেন্দ্ৰৰ হাতত থাকিব। সকলো ৰাজ্যৰ আৰ্থিক অৱস্থা সমান হ'ব নোৱাৰে। মণিপুৰ, ত্ৰিপুৰা, মেঘালয়, মিজোৰাম, কাশ্মীৰ ইত্যাদি প্ৰান্তিক ৰাজ্যৰ নিজস্ব বিত্তীয় অৱস্থা বৰকৈ দুৰ্বল হোৱা বাবে কেন্দ্ৰই এইবোৰ ৰাজ্যক কেন্দ্ৰীয় বাজেটৰপৰা বিপুলভাৱে সাহায্য কৰিব লাগে।

***কিছু ৰাজ্য অনুন্নত হোৱাৰ কাৰণ কি ?***

কাৰণ হ'ল, ৰাজহ পাব পৰা উদ্যোগবোৰ মহাৰাষ্ট্ৰ, পঞ্জাব, হাৰিয়ানা বা পশ্চিমবঙ্গত থুপ খাই আছে। এইবোৰ নাগালেণ্ডত হ'ব নোৱাৰে। কিয়নো তাত উৎপন্ন হোৱা সামগ্ৰী বিক্ৰী কৰাৰ অসুবিধা। নাগালেণ্ডত এনে ডাঙৰ উদ্যোগ প্ৰতিষ্ঠাৰ আশা কম। এটা প্ৰান্তৰপৰা ভাৰতীয় অন্য প্ৰান্তৰ বজাৰৰ লগত যোগাযোগৰ অসুবিধা আছে। গতিকে মই আগতেই কৈছোঁ যে অৰ্থনীতিয়ে অ-সম উন্নয়নৰ নিয়ম মানি চলা দেখা যায়। এসময়ত আশা কৰা হৈছিল যে সমাজবাদ হ'লে সকলো প্ৰান্ততে সম-উন্নয়ন সম্ভৱ ; কিন্তু সেয়া নাই হোৱা। অৰ্থনীতিৰ এইটোৱে নিয়ম যে য'ত বেছি সুবিধা আছে, তাতেই উদ্যোগ গঢ়ি উঠিব। কিছু ৰাজ্য শিল্পোন্নত, কিছু নহয়। যি ৰাজ্যত উদ্যোগৰ সংখ্যা বেছি, সেই ৰাজ্যৰ সম্পদৰ পৰা সঞ্চয় কৰি, অনুন্নত ৰাজ্যক সহায় কৰাটো অন্যায় নহয়। বৰং যুক্তৰাষ্ট্ৰীয় ব্যৱস্থাত ই অপৰিহাৰ্য। আঞ্চলিক স্তৰত থকা আয় বৈষম্যত কিছু সমতা অনাৰ দায়িত্ব কেন্দ্ৰকে দিব লাগিব। কেন্দ্ৰই এই দায়িত্ব পালন কৰিবলৈ হ'লে বিত্তীয় ক্ষেত্ৰত শক্তিশালী হ'ব লাগিব।

এই দুটা কথা মনত ৰাখি আমি এনে কৰিব লাগিব যাতে কেন্দ্ৰ আৰু ৰাজ্য উভয়েই শক্তিশালী হয় ; কিন্তু ৰাজ্যই কিয় নিচাত্মিকা মনোভাৱত ভুগি থাকিব লাগে? সৰু-সুৰা প্ৰতিটো কথাৰ বাবে দিল্লীলৈ দৌৰিব লাগিবই বা কিয়? সংবিধানৰ এই যে অনুদান আৰু ঋণৰ ব্যৱস্থা— তাৰ দ্বাৰা ৰাজ্যবোৰক দিল্লীমুখী হ'বলৈ বাধ্য কৰোৱা হৈছে। এই ব্যৱস্থা থাকে মানে 'লবী' কৰিবলৈ ৰাজ্য-নেতৃত্বই দিল্লীলৈ দৌৰিবই লাগিব ; কিন্তু এই ব্যৱস্থা থাকিব নালাগে। ব্যৱস্থা হ'ব লাগে আন সংঘবোৰৰ দৰে। আমাৰ সংবিধানে কেন্দ্ৰ আৰু ৰাজ্যৰ ক্ষমতা প্ৰয়োগৰ ক্ষেত্ৰ স্পষ্টভাৱে ভাগ কৰি দিব লাগে। যি ক্ষেত্ৰ ৰাজ্যৰ তাত কেন্দ্ৰৰ কোনো পৰামৰ্শৰ প্ৰয়োজন নাই আৰু কেন্দ্ৰৰ ক্ষেত্ৰতো কথাটো একেটাই। এনেদৰে স্পষ্ট সীমাৰেখা থাকিলে আৰু বিষয়-তালিকাত অনুল্লিখিত সকলো বিষয় ৰাজ্যৰ হাতত থাকিলে বৰ্তমানৰ অসুবিধা দূৰ হ'ব। তাকে

কৰিবলৈ মই সদ্যহতে কেন্দ্ৰ-ৰাজ্যৰ সম্পৰ্কৰ পুনৰ্বিন্যাস বিচাৰোঁ; কিন্তু সেইবুলি এতিয়া যে কেন্দ্ৰৰ ক্ষমতা বেছি তাক মই ঔপনিৱেশিক শোষণ-শাসনৰ লক্ষণ বুলি নকওঁ। মই কেনেকৈ কওঁ যে কেন্দ্ৰই নাগালেণ্ডক শোষণ কৰিছে ? নাগালেণ্ডৰ পৰা যিখিনি সম্পদ কেন্দ্ৰই আদায় কৰে তাতকৈ বহু বেছি ধন কেন্দ্ৰই নাগালেণ্ডক দিয়ে। আলোচনা কৰি যেতিয়া হিচাপ কৰোঁ (যাক বেলেন্স শ্বিট বুলি কোৱা হয়) তেতিয়া দেখা পাম যে নাগালেণ্ডৰপৰা কেন্দ্ৰই যিখিনি উদ্বৃত্ত উলিয়াই লৈছে, ৰাজ্যখনে ঘূৰাই পাইছে তাতকৈ বহুগুণ বেছি। অৱশ্যে এই ঋণ-অনুদানৰ খেলখনে নাগালেণ্ডৰ অমঙ্গলহে কৰিছে—তাৰ মানুহক অমিতব্যয়ী আৰু কেন্দ্ৰৰ ওপৰত নিৰ্ভৰশীল কৰি তুলিছে। আমি বিচৰামতে সংবিধান হ'লে এই অৱস্থাৰ অৱসান হ'ব।

***অসমৰ ক্ষেত্ৰতো অভিজ্ঞতা একেই নেকি ?***

অসমতো প্ৰায় তেনেকুৱাই। মইতো হিচাপ কৰা নাই; কিন্তু অৰ্থনীতিবিদসকলে কৈছে খাৰুৱা তেলৰ ক্ষেত্ৰত এতিয়া গুজৰাটে যি দাম পাইছে অসমেও নিশ্চয় একে দামেই পাব লাগে। ন্যায্য দাম যদি পোৱা নাই, গুজৰাটো জানো শোষিত ? মোৰ মতে, ঔপনিৱেশিক শোষণৰ প্ৰশ্ন নুঠে। অবিচাৰ হৈছে, অৱহেলা হৈছে; কিন্তু ঔপনিৱেশিক শোষণ হৈছে বুলি ক'ব নোৱাৰি। এতিয়া দিল্লীৰ ফালৰ ৰে'লবোৰৰ যি অৱস্থা তাৰ তুলনাত আমাৰ উত্তৰ-পূৰ্বাঞ্চলৰ ৰে'লৰ অৱস্থা অতি শোচনীয়। স্থানীয় সমস্যাবোৰৰ প্ৰতি আওকাণ কৰা হৈছে। তাৰ বাবে কেন্দ্ৰ যিদৰে দায়ী সেইদৰে আমিও সমানে দায়ী। আমাৰ প্ৰতিনিধিসকলে উপযুক্তভাৱে সমস্যাবোৰ সংসদত দাঙি ধৰিব পৰা নাই। যথাসময়ত আমি চিঞৰ-বাখৰ বৰকৈ কৰা নাই। বঞ্চনাৰ বেদনা পশ্চিমবংগতো আছে, কিন্তু সেইবুলি পশ্চিমবঙ্গকো ভাৰতৰ উপনিৱেশ বুলিলে বাতুলতা হ'ব।

***অসমত দীৰ্ঘদিন জুৰি চলি অহা বিভিন্ন আন্দোলন বা ক্ষোভৰ প্ৰকাশক অসমীয়া মধ্যবিত্তই সৰ্বভাৰতীয় ক্ষেত্ৰত প্ৰতিষ্ঠা নোপোৱাৰ সংগ্ৰাম বুলি আপুনি কয় নেকি ?***

নাই। মই তেনেকৈ নাভাবোঁ। বৰং মই ভাবোঁ যে অসমীয়া লোকে যথেষ্ট প্ৰতিষ্ঠা পাইছে। অসমৰ জনসংখ্যা মুঠ ভাৰতীয় জনসংখ্যাৰ শতকৰা ৩ ভাগতকৈ বেছি নহয় আৰু সেইমতেই তেওঁলোকে প্ৰতিনিধিত্ব পাইছে ; কিন্তু মাত্ৰ শতকৰা ৩ ভাগ হৈয়ো জাতীয় মৰ্যাদাৰ সকলো আসনতে তেওঁলোকক দেখিবলৈ পাওঁ। আমাৰ ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য সাহিত্য অকাডেমিৰ চেয়াৰমেন, ড° ভূপেন হাজৰিকা পশ্চিমবঙ্গৰ আটাইতকৈ জনপ্ৰিয় গায়ক, আমাৰ ফখৰুদ্দিন আলি আহমদ চাহাবক ৰাষ্ট্ৰপতি হিচাপে পাইছিলোঁ; কিন্তু কোনো গুজৰাটী বা বঙালী নেতা এতিয়াও ৰাষ্ট্ৰপতি হোৱা নাই । হয়, এসময়ত অসমীয়াই প্ৰতিষ্ঠা পোৱা নাছিল। সেয়া স্বাধীনতাৰ আগৰ কথা। তেতিয়া এখন বিশ্ববিদ্যালয় বা এখন মেডিকেল

কলেজ নাছিল। তেতিয়া অসমত শ্ৰেণীবিভক্ত অসমীয়া সমাজ এখন ভালগৈ গঢ়ি উঠা নাছিল। কেইজনমান ধনী মানুহৰ বাহিৰে, অসমীয়াৰ 'আকালো নাই ভঁৰালো নাই' অৱস্থা। এতিয়া তেনেকুৱা নহয়।

এতিয়া বৰুৱাজ্ এণ্ড এছোচিয়েটছ্ৰ দৰে বৃহৎ শিল্প প্ৰতিষ্ঠান আছে। আমি স্কুলত পঢ়া সময়ত অসমত দৈনিক কাকত এখনো নাছিল। এতিয়া ইংৰাজী দৈনিক কাকতেই সাতখনমান প্ৰকাশ পায়। তাৰ ভালেমানৰ মালিক অসমীয়া। অসমীয়া কাকত-আলোচনীতো আছেই। তাৰ উপৰি অসমৰ ভ্ৰাম্যমাণ থিয়েটাৰ ভাৰতৰ ভিতৰতে বিখ্যাত। পশ্চিমবঙ্গ বা ভাৰতৰ আন ঠাইৰ পৰা বিদেশলৈ যিদৰে ডাক্তৰ-ইঞ্জিনিয়াৰ যোৱাৰ ধাউতি দেখা গৈছে, সেইদৰে অসমীয়া মধ্যবিত্ত শ্ৰেণীৰো বহু ডাক্তৰ-ইঞ্জিনিয়াৰ বিদেশলৈ গৈ আছে।

মোৰ মতে অসমীয়া মধ্যবিত্ত আজি যথেষ্ট আগ বাঢ়িছে। সেয়ে ইয়াত যুৱকে তেজ বেচি বক্ৰেশ্বৰ গঢ়াৰ সপোন নেদেখে, বিচাৰে কেন্দ্ৰই বিশ্ববিদ্যালয় আৰু আই আই টি দিয়ক। ইয়াৰপৰা অসমৰ ৰাইজৰ কি লাভালাভ হ'ব বিচাৰ নকৰে। আমাৰ এতিয়ালৈকে এইটোৱে অভিজ্ঞতা যে আই আই টিৰপৰা ওলোৱা ৮০% জন ল'ৰা-ছোৱালী বিদেশত চাকৰি কৰিবলৈ গুচি গৈছে।

***অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ চৰিত্ৰক আপুনি বুৰ্জোৱা বুলি কয়নে?***

পেটি-বুৰ্জোৱা। পেটি-বুৰ্জোৱা হ'ল বুৰ্জোৱা হ'ব বিচাৰে, কিন্তু বুৰ্জোৱা হোৱা নাই—যি মাজত আছে। এই পেটি-বুৰ্জোৱাৰ আশা-আকাংক্ষা থাকে ওপৰলৈ উঠাৰ কাৰণে, কিন্তু জীৱন সংগ্ৰামত কেতিয়াবা তললৈ সৰি পৰে। কিছু আগবাঢ়ি যায়, বাছৰ মালিক হয়, ট্ৰাকৰ মালিক হয়। ভ্ৰাম্যমাণ থিয়েটাৰৰ মালিক হয়। অকৃতকাৰ্য হ'লে তললৈ নামি আহে; কিন্তু অসমত একেবাৰে বুৰ্জোৱা নাই তেনে নহয়। চাহ শিল্পপতি হেমেন্দ্ৰ প্ৰসাদ বৰুৱাৰ কথা কৈছোঁৱেই। কোটিপতি আৰু কেইঘৰমান নথকা নহয়।

***কিন্তু অসমীয়া মধ্যবিত্ত শ্ৰেণীয়ে অসমৰ সকলো জাতি-উপজাতিকে সামৰি নিশ্চয় নেতৃত্ব দিব পৰা নাই।***

নাই। কিন্তু ভাৰতীয় বুৰ্জোৱায়োতো সকলো জাতিক নেতৃত্ব দিব পৰা নাই। সেইফালৰ পৰা যিহেতুকে আমি ইংৰাজৰ উপনিবেশ আছিলোঁ, আমাৰ উন্নয়ন ব্যাহত আছিল। সেইকাৰণে আমাৰ দেশত /সমাজত আধিপত্য কৰিব পৰা (hegemonic) শ্ৰেণী এটা সৰ্বভাৰতীয় ক্ষেত্ৰত সৃষ্টি নহ'ল। সমাজ আছে, সমাজপতি নাই।

***অসমীয়া মানুহে আজি নিজকে বঞ্চিত অনুভৱ কৰি ক্ষোভত ফাটি পৰাৰ উদাহৰণো অলেখ। বঞ্চনাৰ এই অনুভৱ আৰু ক্ষোভৰ কাৰণ কি?***

যিসকলে প্ৰতিষ্ঠা পাইছে তেওঁলোক হ'ল মধ্য শ্ৰেণীৰ এক ক্ষুদ্ৰাংশ মাথোঁ।

যেতিয়া কোৱা হয় যে ডাক্তৰ-ইঞ্জিনিয়াৰ ডজনে ডজনে বিদেশত বসবাস কৰিছে তেওঁলোক মধ্যবিত্ত শ্ৰেণীৰ কেইশতাংশ? গতিকে ক্ষোভ থাকিবই। বেছিভাগেই হ'ল খেতিয়কৰ ঘৰৰপৰা উঠি অহা। বি-এ, এম-এ পাছ কৰিছে এক সুফল পোৱাৰ আশাত। তেওঁলোক আজি নিবনুৱা সমস্যাৰ সন্মুখীন হোৱাৰ লগতে যথেষ্ট মূলধনৰ অভাৱত প্ৰতিযোগিতাভিত্তিক বজাৰ গঢ়ি তুলিব পৰা নাই। খেতি-বাতিৰ উন্নতি হোৱা নাই। গতিকে ভাৰতবৰ্ষত এই যে এটা স্থায়ী সংকট চলি আছে—ই দিনে দিনে ঘনীভূত ৰূপ লৈছে। অৰ্থনৈতিক, ৰাজনৈতিক, নৈতিক সংকট সকলো একাকাৰ হৈ পৰিছে। এনে পৰিস্থিতিত দেশৰ সৰ্বত্ৰই, কেৱল অসম নহয়—পশ্চিমবংগ, গুজৰাট সকলোতে উঠি অহা বৰ্ধিত আকাৰৰ স্ফীত মধ্যবিত্ত শ্ৰেণীয়ে (শিক্ষাৰ বিস্তাৰ হৈছে, মানুহৰ মৃত্যুৰ হাৰ কমি যোৱাৰ ফলত জনসংখ্যাৰ বিস্ফোৰণ ঘটিছে) নতুন নতুন আকাংক্ষা লৈ বজাৰত সোমাইছে ; চাকৰি-বাকৰি বা উদ্যোগ আদিত অংশ গ্ৰহণৰ বাবে উঠিপৰি লাগিছে। এওঁলোক তীব্ৰ নিবনুৱা সমস্যাৰ সন্মুখীন হৈছে আৰু এয়া কেৱল অসমৰ ঘটনা নহয়। পাৰ্থক্য হ'ল এয়ে যে আন আন ঠাইত হয়তো এওঁলোকৰ সমুখত কম-বেছি পৰিমাণে ৰাজনৈতিক দলে এক বিকল্প দাঙি ধৰি তেওঁলোকৰ শক্তিক নিৰ্দিষ্ট পথেৰে পৰিচালিত কৰিব পাৰিছে। অসমত প্ৰতিষ্ঠিত নেতৃত্বই সেইটো কৰিব নোৱৰাৰ বাবে এই শক্তি অবাটেৰে গৈছে। সেই কাৰণে তেওঁলোকৰ বাবে ৰোমাণ্টিক, মৰসাহী সন্ত্ৰাসবাদ আকৰ্ষণীয় হৈ পৰিছে। কেইবছৰমান আগতেও তেওঁলোকৰ কাৰণে বিদেশী খেদা আন্দোলন আকৰ্ষণৰ থল আছিল। নিবনুৱা সমস্যা ইয়াত যেনেকুৱা পশ্চিমবঙ্গতো তেনেকুৱা। পশ্চিমবংগৰ গাঁও অঞ্চলত কিছু উন্নয়ন হোৱা বাবে গাঁৱৰ মানুহক ধৰি ৰাখিব পাৰিছে। সীমাবদ্ধভাৱে হ'লেও গাঁৱত শ্ৰেণীসংগ্ৰাম কিছু বঢ়াব পাৰিছে। এতেকে যুৱশক্তি আওবাটেৰে আৰু অবাটেৰে যাবলৈ তাত দ্বিধা কৰিছে এতিয়া। অসমত সেইটো হোৱা নাই। অসমৰ ডেকা-ডেকেৰী সদ্যহতে ক'ৰবাত ৰবিন হুড, ক'ৰবাত মাফিয়া আৰু ক'ৰবাত সিংহলৰ তামিল গেৰিলাৰ দ্বাৰা অনুপ্ৰাণিত। গাঁওবোৰ হতাশাগ্ৰস্ত।

*অৰ্থাৎ গাঁৱৰ উন্নয়ন হোৱা নাই ?*

নাই হোৱা। পঞ্চায়ত নাই। বেঙ্গলত আইনখনৰ জৰিয়তে আনকি সামাজিক প্ৰতিপত্তিৰ পুনৰ্বিন্যাসো কিছু দূৰলৈকে হৈছে। আগতে যিসকলে কৰ্তৃত্ব খটুৱাইছিল আজিকালি পৰা নাই। মজলীয়া জাত-পাতৰ হাতলৈকো কিছু ক্ষমতা আহিছে। আগতে দুৰ্নীতি হ'লে সেই ধন নগৰলৈ গৈছিল, ৰাইটাৰ্ছ বিল্ডিঙলৈ গৈছিল। অসমত যিদৰে গুৱাহাটীমুখী হয়। পশ্চিমবঙ্গৰ দুৰ্নীতিৰ ধন এতিয়া বেছিভাগেই গাঁৱত থাকে, তাতেই বজাৰখনত খৰচ হয়, আন এজনৰ আয় হয়গৈ।

*কিন্তু অসমত বিচ্ছিন্নতাৰ যি প্ৰশ্ন উঠিছে তাৰ সমাধান আপুনি কি বুলি ভাবে ?*

ইয়াৰ সমাধান ৰাইজেই কৰিব। অসম ভাৰতৰপৰা বেলেগ হৈ গ'লে অসমীয়া মানুহৰ আশা-আকাংক্ষা পূৰ্ণ হ'ব নাইবা বড়োলেণ্ড/কাৰ্বি আংলং অসমৰ পৰা বেলেগ হ'লে সংশ্লিষ্ট জনজাতিৰ আশা-আকাংক্ষা পূৰ্ণ হ'ব — এনে ধাৰণাবোৰ দেখা গৈছে। ইয়াৰো এক ইতিহাস আছে। পাকিস্তানৰ দাবী উত্থাপন কৰাৰ আগতেই কেইজনমান অসমীয়া বুদ্ধিজীৱীয়ে ভাবুকি দিছিল যে ভাৰতৰপৰা বিচ্ছিন্ন হ'লেহে অসমৰ লাভ হ'ব। জ্ঞাননাথ বৰা আছিল তাৰ অন্যতম। ১৯২৯ চনতেই জাঁজীৰ নৰনাথ শৰ্মাই 'স্বাধীন অসম' নামৰ এখন পুস্তিকা প্ৰকাশ কৰি এই দাবী উত্থাপন কৰিছিল আৰু বৃটিছ চৰকাৰে এই পুস্তিকাখন নিষিদ্ধ ঘোষণা কৰিছিল। তাৰ পাছত যেতিয়া কমিউনিষ্টসকলে ভাৰতক বহুজাতিক দেশ বুলি কাৰ্যসূচী লৈছিল তেতিয়া দ্বিতীয় ৰাজ্যিক সন্মিলনত তেওঁলোকে প্ৰস্তাৱ গ্ৰহণ কৰিছিল যে ভাৰতবৰ্ষত কেবাটাও জাতি আছে; তেওঁলোকক লৈ এখন ফেডাৰেশ্বন গঠন কৰিব লাগে আৰু সেই ফেডাৰেশ্বনত নিবিচৰাসকলৰ বাবে সংবিধানত বিচ্ছিন্ন হোৱাৰ অধিকাৰো মানি ল'ব লাগে আৰু অসমৰ ভিতৰতো কাছাৰ বা নাগালেণ্ডে বা অন্য কোনো জাতীয় গোটে যদি থাকিব নিবিচাৰে তেওঁলোকো বিচ্ছিন্ন হ'ব পাৰিব। কমিউনিষ্ট দলৰ সেই ধ্বনিকো কিন্তু বহল অৰ্থত কোনেও আদৰি নল'লে বা তাৰ ফলত তেওঁলোকৰ কোনো সাংগঠনিক লাভো নহ'ল।

*কমিউনিষ্টসকলৰ এই প্ৰস্তাৱত ৰাইজে আগ্ৰহ দেখুওৱা নাছিল কিয় ?*

১৯৪৮ চনৰ প্ৰথমছোৱাত এই প্ৰস্তাৱ লোৱা হৈছিল। কমিউনিষ্ট দলে কাৰ্যক্ষেত্ৰত কিন্তু এই মতৰ পোষকতা কৰা নাছিল। নগাসকলে এই প্ৰস্তাৱ ভাল পোৱা বুলি জনাই যেতিয়া তেওঁলোকৰ সংগ্ৰামৰ প্ৰতি সমৰ্থন বিচাৰিছিল, তেতিয়া কমিউনিষ্টসকলে পিছুৱাই গৈছিল। কাশ্মীৰৰ ক্ষেত্ৰতো দৃষ্টিভংগী একেই আছিল। এইক্ষেত্ৰত কমিউনিষ্টসকলৰ থিয়ৰি আৰু প্ৰেক্টিছৰ মিল নাছিল; কিন্তু প্ৰেকটিছ বাস্তৱসন্মত আৰু সঠিক আছিল।

*ইয়াৰ পাছত কমিউনিষ্টসকলৰ এই প্ৰস্তাৱৰ সংশোধন কৰা হৈছিলনে ?*

চি-পি-এ মে ষাঠিৰ দশকতে বিচ্ছিন্ন হোৱাৰ অধিকাৰ কাৰ্যসূচীৰপৰা বাদ দিছিল আৰু এতিয়া তেওঁলোকে কয় যে বৰ্তমানৰ বিশেষ পৰিস্থিতিত বিচ্ছিন্ন হোৱাৰ প্ৰশ্ন নুঠে, কাৰণ নিৰ্দিষ্ট শোষক জাতি ভাৰতত নাই। তেওঁলোকৰ মতে ভাৰতৰ সকলো শোষিত, নিপীড়িত শ্ৰমজীৱী মানুহ এক হ'লেহে সকলো বঞ্চনাৰ অৱসান ঘটাব পাৰি। সংখ্যালঘু জাতিৰ ক্ষেত্ৰত বেলেগ জাতীয় উন্নয়নৰ আন্দোলন গঢ়ি উঠিলে আপত্তি নাই, কিন্তু পৃথিৱীৰ বৰ্তমান সাম্ৰাজ্যবাদে গৰকা পৰিস্থিতিত ভাৰতৰ পৰা বিচ্ছিন্নতা কাম্য নহয়।

*ঐতিহাসিকভাৱে অসম এনে সকসুৰা জাতিৰ ভিতৰত পৰে নেকি ?*

অসম জাতি হৈ এখন ৰাষ্ট্ৰ হ'বলৈ গ'লে চাৰিওপিনে বিদেশী ৰাষ্ট্ৰ থাকিব। সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চল স্বাধীন নহ'লে এয়াই হ'ব। সবাতোকৈ ডাঙৰ কথাটো হ'ল, জাতি গঠনৰ মূল প্ৰেৰণা হ'ল এখন জাতীয় বজাৰ সৃষ্টি। য'ত নিজৰ মানুহৰ ডাড়ি-চুলি কাটিবলৈ আজি নিজৰ নাপিত নাই, কাপোৰ ধুবলৈ ধোবা নাই, নিজৰ শ্ৰমিক নাই, নিজৰ মূলধন নাই—তাত নেশ্বনেল মাৰ্কেটেই হ'ব নোৱাৰে। গতিকে ন্যূনতম জনসংখ্যা লাগিব, নহ'লে মোনাকোৰ দৰে ৰাষ্ট্ৰ হ'ব।

*মণিৰাম দেৱানে তাহানিতে বজাৰ স্থাপনৰ বাবে চলোৱা প্ৰয়াস ব্যাহত হ'ল নেকি ?*

মণিৰামে যে জাতি গঠনৰ দৃষ্টিভংগী বা আদৰ্শ সমুখত ৰাখি প্ৰচেষ্টা চলাইছিল তাৰ কোনো প্ৰমাণ নাই। তেতিয়াৰ দিনত ই সম্ভৱো নাছিল। অসম কোম্পানিয়ে তেওঁক দেৱান পাতিছিল। কোম্পানিৰ সুবিধাৰ বাবে তেওঁ কোম্পানিক কৈছিল যে বজাৰ এখন পাতিলে সকলোৰে সুবিধা হ'ব। তেতিয়া কোম্পানিয়ে চিংফৌসকলৰপৰা বনৰীয়া চাহপাত কিনে। কলিকতাৰ পৰা নিমখ আনি ইয়াত বেচাৰ ব্যৱস্থা কৰিলে কোম্পানি আৰু চিংফৌ উভয় পক্ষৰে সুবিধা হয়। মণিৰামে এই দৃষ্টিভঙ্গীৰেহে অৰ্জুনগুৰিৰ বজাৰখন পাতিছিল। নিঃসন্দেহে মণিৰাম এজন কৰ্মদক্ষ ব্যক্তি আছিল। তেওঁৰ চিন্তাত কিছু আধুনিক উপাদান আছিল; কিন্তু তেওঁ আছিল ন-পুৰণি চিন্তাধাৰাৰ এক মিশ্ৰণ। তেওঁক উঠি অহা অসমীয়া মধ্যমিত্তৰ পূৰ্ণাঙ্গ প্ৰতিভূ বুলি ক'ব নোৱাৰি। তেওঁ ক্ষয়িষ্ণু সামন্ত শ্ৰেণীৰ শেষ প্ৰতিনিধি আৰু আগন্তুক অসমীয়া বুৰ্জোৱা শ্ৰেণীৰো আগৰণুৱা। তেওঁ বুজিছিল যে নতুন ব্যৱস্থা এটা আহি আছে আৰু তাক গ্ৰহণ কৰিলে আমাৰ লাভ হ'ব। পুৰণি আৰু নতুন যুগৰ সংযোজনৰ সেতুস্বৰূপ আছিল তেওঁ। জাতিৰ কাৰণে তেওঁ ভবা নাই, নহ'লে তেওঁ ইমান বিতৰ্কিত ব্যক্তি নহ'লহেঁতেন।

*বিচ্ছিন্নতাৰ দাবী সন্দৰ্ভত আপুনি ৰাইজেই সমাধানৰ পথ বুলি ল'ব বুলি কৈছিল। ৰাইজে কথাটো কিদৰে বুজিব তাক অলপ বহলাই ক'বনে ?*

অভিজ্ঞতাৰ জৰিয়তেই অসমৰ ৰাইজে এই কথা ক্ৰমে বুজিব যে বিচ্ছিন্ন হোৱাৰ ফলত অসমৰ বা জনজাতীয় অঞ্চলৰ মুক্তি নহয়। চুবুৰীয়া বাংলাদেশৰ অৱস্থা দেখিছেই। পাকিস্তানৰপৰা বিচ্ছিন্ন হোৱাৰ পাছত বাংলাদেশৰ আজিৰ অৱস্থা পাকিস্তানতকৈয়ো শোচনীয়। দিনক দিনে তেওঁলোক আমেৰিকাৰ গ্ৰাসত পৰিছে। দ্বিতীয়তে অসমৰ ৰাইজে বুজিব যে বিচ্ছিন্নতাৰ নেতৃত্ব দিয়াসকল সদায় যে নিৰ্দিষ্ট এক মতাদৰ্শৰ ভিত্তিত আগ বাঢ়িছে তেনে নহয়। চৰম নিবনুৱা সমস্যাৰ অনিশ্চয়তাৰ দিনত যুৱশক্তিৰ টেঙৰ অংশই মতাদৰ্শৰ নাম কৈ আগ বাঢ়ে। আন এটা অংশই

অসামাজিক কাম-কাজত লিপ্ত হয়। ৰাইজে অভিজ্ঞতাৰ পৰা তাক বুজিব। অগপ নেতৃত্বৰ শ্ৰেণীচৰিত্ৰ ৰাইজে বুজি পাইছে আৰু উপলব্ধি কৰিছে আন্দোলনৰ দ্বাৰা কাৰ লাভ হ'ল। এতিয়া বিচ্ছিন্নতাৰ আন্দোলনৰ বিকাশ আৰু পৰিণতিয়েও বাধাৰ সন্মুখীন হ'ব। মইতো ভাবোঁ, এতিয়া যদি মুক্ত আৰু নিকা গণভোট হয়, তেনেহ'লে যোৱা নিৰ্বাচনত যিসকলে ভোট দিছিল তেওঁলোকৰ ৮০% জনেই নিজ নিজ অঞ্চলত বিচ্ছিন্ন নোহোৱাৰ মত প্ৰকাশ কৰিব।

***মিজোৰাম বা নাগালেণ্ডৰ বিচ্ছিন্নতাৰ দাবী আৰু আমাৰ বিচ্ছিন্নতাৰ দাবীৰ মিল আছে?***

সম্পূৰ্ণ বেলেগ। তাৰ মানুহে যদি কয় যে আমি ভাৰতীয় নহয় তেতিয়া মই বুজি পাওঁ যে ইয়াৰ এক লজিক আছে। তেওঁলোক কেতিয়াও মোগল সাম্ৰাজ্যৰ অধীন নাছিল। গুপ্ত যুগৰ লগতো তেওঁলোকৰ কোনো সম্পৰ্ক নাছিল। আমি যিদৰে ব্ৰিটিছ শাসনৰ তলত ওতপ্ৰোতভাৱে জড়িত আছিলোঁ, তেওঁলোক নাছিল। ব্ৰিটিছে মাথোঁ তেওঁলোকক ছুইছিলহে। তালৈ ৰে'ললাইন যোৱা নাছিল। ভাৰতৰ স্বাধীনতাৰ আন্দোলনৰ ঢৌও তাত পৰিবলৈ দিয়া নাই। তেওঁলোক পাণ্ডৱ-বৰ্জিত, ভাৰতৰ পৰা বিচ্ছিন্ন হৈয়ে আছিল।

এতিয়াও যদি ভাৰতৰ পৰা বিচ্ছিন্ন হৈ থকাৰ আকাংক্ষা তেওঁলোকৰ থাকি যায় তাৰ লজিক আছে। মই বিশ্বাস কৰোঁ যে ধীৰে ধীৰে তেওঁলোকেও নিজক ভাৰতীয় বুলিহে চিনাকি দিব। ভাৰতৰ সংস্পৰ্শলৈ আহি তেওঁলোকে যদি অনুভৱ কৰে যে তেওঁলোক লাভৱান হৈছে, প্ৰাপ্য সন্মান পাইছে তেনেহ'লে মনোভাবৰ পৰিৱৰ্তন হ'ব। তেওঁলোকৰ বিচ্ছিন্নতাৰ মনোভাবৰ এক ঐতিহাসিক ভিত্তি আছে যিটো অসমৰ ক্ষেত্ৰত নাই।

সেই প্ৰাচীন কালৰে পৰা সকলো সময়তে দেখিছোঁ, অসমৰ সংস্কৃতি ভাৰতীয় বৃহত্তৰ সংস্কৃতিৰ অঙ্গ। অসমৰ ৰাজনীতি ভাৰতৰ ৰাজনীতিৰ লগত যুক্ত। হৰ্ষবৰ্ধনৰ লগত ভাস্কৰ বৰ্মাৰ সম্পৰ্ক ঘনিষ্ঠ আছিল। পৰৱৰ্তীকালত মোগলৰ লগত আহোমৰ যুঁজ-বাগৰ হৈছিল, সন্ধি হৈছিল। এনেকৈ সদায় আমি এক সৰ্বভাৰতীয় আৱৰণৰ মাজত আছোঁ। মহাপুৰুষ শংকৰদেৱ, মাধৱদেৱে ভাৰতবৰ্ষত জন্মলাভ কৰি নিজকে ধন্য মানিছিল বুলি তেওঁলোকৰ ৰচনাত উল্লেখ কৰিছে। গতিকে ইয়াত আমাৰ যিটো জাতীয় মনোভাব সেয়া সদায় দুই খলপীয়া। আমি ভাৰতীয়, আমি অসমীয়া। ভাৰতীয় কাৰণে ৰামায়ণ-মহাভাৰতে আমাৰ মন ছোৱে, আমি অসমীয়া কাৰণে তেজীমলাৰ কাহিনীয়ে আমাৰ মন ছোৱে।

আমাৰ আছে great tradition, little tradition। এই যে দ্বৈত ভাবনা—ই *পৰস্পৰ বিৰোধী নহয়, পৰস্পৰৰ পৰিপূৰকহে।*

*ইয়াৰ সমান্তৰালভাৱে বড়ো, কার্বি বা আন জনজাতি বা জাতি-উপজাতিয়ে নিজ নিজ অধিকাৰৰ প্ৰশ্ন উত্থাপন কৰিছে। অসমীয়া জাতীয়তাবাদে ইয়াক সামৰি ল'ব নোৱৰাৰ বাবেই এনে প্ৰশ্ন উত্থাপিত হৈছে নেকি ?*

সেইটো ঠিক। সামৰি লোৱা মানে সর্বভাৰতীয় জাতীয়তাবাদে আৰম্ভণিৰে পৰা যদি পৰিপূর্ণভাৱে অসমক সামৰি ল'ব পাৰিলেহেঁতেন অর্থাৎ অসমীয়া মানুহৰ প্ৰাপ্য সা-সুবিধাখিনি দিলেহেঁতেন তেতিয়াহ'লে ক্ষুদ্ৰ অসমীয়া জাতীয়তাবাদৰ জন্ম নহ'লহেঁতেন। সৌ সিদিনালৈকে অসম বৰ অৱহেলিত আছিল। এতিয়া অলপ হেঁচা পাই কিছু পৰিবর্তন হৈছে বা অসমীয়াই নিজৰ জোৰতো বহুদূৰ সেই ব্যৱস্থা ভাঙিব পাৰিছে। অসমীয়া জাতীয়তাবাদে কার্বিকো সামৰি ল'ব পাৰিলেহেঁতেন, কিন্তু লোৱা নাছিল। তেওঁলোকক বিধানসভাৰ পৰা সকলো ক্ষেত্ৰতে সমমর্যাদা দিয়া হোৱা নাই বাবেই এই মনোভাব। কার্বিসকলৰ সুবিধা বড়োসকলৰ নাই। কাৰণ কার্বিসকল নির্দিষ্ট অঞ্চলত সংখ্যাগুৰু হিচাপে বসতি কৰিছে, বড়োসকল নিজা ঐতিহাসিক অঞ্চলতো এতিয়া সংখ্যালঘু হৈ সিঁচৰতি হৈ আছে। কার্বিসকলে ইতিমধ্যেই স্বায়ত্তশাসনৰ সামান্য সুবিধা পাইছে, বড়োসকলে একোৱেই পোৱা নাই। মই ভাবোঁ যে আমি যদি এতিয়াও গণতন্ত্ৰ বিকেন্দ্ৰীকৰণ কৰিব পাৰোঁ, বিচ্ছিন্নতাৰ দাবী তল পৰিব। যদি অঞ্চল এটাৰ মানুহে নিজৰ বাবে বেছি ক্ষমতা বিচাৰে, বুজাবুজিৰ জৰিয়তে তাক দিব লাগে। যেনেদৰে দার্জিলিঙত দিয়া হৈছে। অর্থাৎ গণতান্ত্ৰিক ব্যৱস্থাক তৃণমূললৈকে (পঞ্চায়তলৈকে) লৈ যাব পাৰিলে দেশৰ লাভ হ'ব। গাঁও পঞ্চায়তে নিজৰ ৰাজহ স্বাধীনভাৱে নিজে খৰচ কৰি থাকি ৰাজ্যৰ লগত সু-নির্দিষ্ট সু-সম্পন্ন ৰাখক। ৰাজ্য আৰু কেন্দ্ৰয়ো নিজ নিজ ক্ষেত্ৰত মনোনিৱেশ কৰি পাৰস্পৰিক সম্পর্ক ৰক্ষা কৰক। মোৰ ধাৰণা, সমস্যাৰ এইদৰে ভালেখিনি সমাধান হ'ব; কিন্তু সম্পূর্ণ সমাধান হ'ব নোৱাৰে। মই আগতেই কৈছোঁ, অর্থনীতিৰ উন্নয়নৰ এটা নিয়ম আছে—অ-সম উন্নয়নৰ বিধি । সেই নিয়ম চলি থকালৈকে কিছু অসন্তুষ্টি থাকিবই। অসন্তুষ্টিৰ সম্পূর্ণ বিলোপ অসম্ভৱ। উন্নয়নৰ অ-সম নিয়ম মানি ল'লে এনে অসন্তুষ্টি আঁতৰোৱা সম্ভৱ নহয়; কিন্তু আমি সপোন দেখিছিলোঁ সমাজবাদ প্ৰতিষ্ঠা হ'লে এইবোৰ নাথাকিব ; কিন্তু ক'তা ? অসন্তুষ্টি ব্যাপক হ'ব নে তাক manage কৰিব পৰা হ'ব সি নির্ভৰ কৰিব ৰাজনৈতিক-অর্থনৈতিক ব্যৱস্থাৰ ওপৰত । মই ভাবোঁ, আমাৰ গণতন্ত্ৰৰ বিকেন্দ্ৰীকৰণ, অর্থনৈতিক ক্ষমতাৰ বিকেন্দ্ৰীকৰণ হ'লে সমস্যা বহুদূৰ সমাধান হ'ব।

*আপুনি ফেডাৰেলিজমৰ কথা কৈছে ?*

হয়, প্ৰকৃত ফেডাৰেলিজম।

*কিন্তু ছোভিয়েট ৰাছিয়াত প্ৰকৃত ফেডাৰেলিজম হোৱা নাছিল জানো ?*

ছোভিয়েট ৰাছিয়াত আচলতে প্ৰকৃত ফেডাৰেলিজম হোৱা নাছিল। তাত

কাগজে-পত্ৰই বিচ্ছিন্নতাৰ অধিকাৰ আছিল ; কিন্তু কাৰ্যক্ষেত্ৰত ক্ষমতা কোনে নিয়ন্ত্ৰণ কৰিছিল? এটা undivided united monolithic communist পাৰ্টীয়ে। 'all power to the Soviets' ধ্বনি পৰিণত হৈছিল 'all power to the party' ধ্বনিলৈ। সেনাবাহিনী যদি এটাই থাকে আৰু কেন্দ্ৰৰ নিয়ন্ত্ৰণত, কমিউনিষ্ট পাৰ্টি যদি কেন্দ্ৰীভূত হয়, কেন্দ্ৰীভূত দলেই যদি সকলো ক্ষমতাৰ উৎস হয়, তেনেহ'লে প্ৰকৃত ফেডাৰেশ্বন গঢ়ি উঠে কেনেকৈ? কিন্তু গৰ্বাচভে এইবাৰ যিটো প্ৰস্তাৱ দিছিল সেয়া যদি গৃহীত হ'লহেঁতেন, ফেডাৰেল বা কনফেডাৰেল গণতন্ত্ৰলৈ ৰূপান্তৰিত হ'লহেঁতেন।

***অসমৰ কাৰ্বি, বড়ো আদিৰ প্ৰশ্নৰ সমাধানো ফেডাৰেলিজমৰ লগত জড়িত নেকি ?***

আলোচনাৰ জৰিয়তে অসমক ভাগ নকৰাকৈয়ো বড়ো আৰু কাৰ্বি ৰাইজৰ আশা-আকাংক্ষা পূৰণ কৰিব পাৰি। বড়োৰ বেলিকা এইটোৱে অসুবিধা যে বড়ো অধ্যুষিত অঞ্চলবোৰত নানা জাতি-জনজাতিৰ মিশ্ৰ বসতি থকা বাবে, সংখ্যাগুৰু বড়ো অঞ্চল এটা স্বায়ত্তশাসনৰ বাবে উলিয়াই দিয়াটো টান হৈ পৰিছে। এতিয়া বড়োসকল যদি কোনো অঞ্চলত সংখ্যাগৰিষ্ঠ নহয় তেনেহ'লে কিদৰে তেওঁলোকক আধিপত্য দিয়া হ'ব? এটা অঞ্চলৰপৰা লাখ লাখ মানুহক খেদি নাইবা তেওঁলোকৰ ভোটাধিকাৰ কাঢ়ি লৈতো তেওঁলোকক আধিপত্য দিব নোৱাৰি।

***অসমত উত্থাপিত সাৰ্বভৌমত্বৰ দাবীৰ সমান্তৰালভাৱে ফেডাৰেল গাঁথনিৰ দাবীয়ে এটা বিন্দুত সংঘাতৰ সৃষ্টি নকৰিবনে ?***

ভাৰতবৰ্ষত বৰ্তমান আমি এক খেলিমেলি অৱস্থা দেখিছোঁ। ভাৰতত বহুদিন জুৰি জাতি গঠনৰ প্ৰক্ৰিয়া চলি আছে। আমাৰ সমাজৰ পুঁজিবাদী ব্যৱস্থাৰ আৰম্ভণিৰে পৰা ঔপনিৱেশিক শোষণ-শাসনৰ বিৰুদ্ধে আমাৰ আন্দোলন ঠিকমতে নচলাৰ বাবেই হওক, বা আন কাৰণতেই হওক, আমাৰ জাতি গঠনৰ প্ৰক্ৰিয়া জটিল হৈ পৰিছে। হিন্দু-মুছলমান এক নে বেলেগ সি এক প্ৰশ্ন হৈ পৰিছে। ভাৰত এক জাতি নে বহুজাতি, তাক লৈ প্ৰশ্ন উঠিছে আৰু ক্ৰমাৎ দেখা গৈছে যে ভাৰত বহুজাতিক দেশ; কিন্তু বহুজাতিক দেশ হ'লে আন যি ভাষাভিত্তিক জাতিৰ কথা উঠে— এইবোৰৰ গঠন প্ৰক্ৰিয়াই সম্পূৰ্ণ হোৱা নাই। যেনে ঐতিহাসিকভাৱে চাবলৈ গ'লে অসমীয়া জাতিৰ ভিতৰত কাৰ্বি, কোঁচ-ৰাজবংশী, চুতীয়া, আহোম, বড়োসকলো সোমাই যোৱাৰ কথা আছিল। ঐতিহাসিক প্ৰক্ৰিয়াটোৱে তেনেকুৱা আছিল। বড়োৰ ক্ষেত্ৰত তেওঁলোকৰ আধা বড়ো, আধা অসমীয়া এক অৱস্থা আছিল। এই প্ৰক্ৰিয়াবোৰ সমান গতিত চলা নাই। বড়োৰ ক্ষেত্ৰত লীনৰ প্ৰক্ৰিয়া এতিয়া বন্ধ হৈ গৈছে। তেওঁলোক এতিয়া সুকীয়া জাতিসত্তা হিচাপেই নিজক বান্ধিছে। আমিও মানি লৈছোঁ; কিন্তু অদৃশ্যভাৱে এই প্ৰক্ৰিয়া চলি থাকিব। এনেকুৱা এটা পৰিস্থিতিত আমি আশা কৰিছোঁ যে সকলো জাতিক সামৰি লৈ

সর্বভাৰতীয় বৃহত্তৰ জাতি গঠনৰ প্ৰক্ৰিয়া চলি থকাটোও বন্ধ হৈ নাযায়।

বৰং, সৰু-ডাঙৰ কেবাটাও জাতি গঠনৰ প্ৰক্ৰিয়া চলি থকা অৱস্থাত এই জাতিসত্তাবোৰৰ সানমিহলি ভিত্তিত এক সর্বভাৰতীয় জাতি গঠনৰ সম্ভাৱনাও জীয়াই আছে। কাৰণ ভাৰতীয় নাগৰিকসকলৰ মনত থকা এনেবোৰ ভাবে ঠেলা-হেঁচা কৰি আছে। ‘মই বড়ো, মই অসমীয়া, মই ভাৰতীয়।’ বিশিষ্ট লেখক মেদিনী নাৰ্জি চৌধুৰীৰ জীৱনৰ বিভিন্ন পৰ্যায়ত ইয়াক দেখা গৈছে। কোঁচ ৰাজবংশীৰ বেলিকাও কথাটো একেই। কোঁচ-ৰাজবংশী, চুতীয়া বা আহোম—এওঁলোকৰ দাবী যথেষ্ট মডেষ্ট; এওঁলোকে স্বাধীন ৰাষ্ট্ৰ বিচৰা নাই। এওঁলোকে নিজৰ স্থিতিৰ পৰিবৰ্তন বিচাৰিছে। জনসংখ্যা অনুপাতে তেওঁলোকে যদি সুবিধা নাপায় তেনেহ'লে ভবাৰ থল থাকিব যে তেওঁলোক আনৰ গ্ৰাসত পৰিছে। মূল সমস্যাৰ সমাধান এটাই—আমাৰ ঘৰখন সুপৰিচালিত হ'ব লাগিব। অৰ্থনৈতিক আৰু ৰাজনৈতিকভাৱে ঘৰখন সুপৰিচালিত হ'বলৈ হ'লে, গণতন্ত্ৰক আমি তৃণমূললৈকে প্ৰসাৰিত কৰিব লাগিব। সেই গণতন্ত্ৰই আত্মনিয়ন্ত্ৰণৰ সৰ্বাধিক সুযোগ দিব। বিচ্ছিন্ন নোহোৱাকৈয়ো আত্ম-নিয়ন্ত্ৰণ বা স্ব-শাসনৰ সুবিধা পাব পাৰি।

**শ্ৰীময়ী**, ১—১৫ ছেপ্টেম্বৰ, ১৯৯১

*আমি অতীতক লৈ মগ্ন*
*হৈ থাকিলে নহ'ব*

# শীলভদ্ৰ

***শৈশৱ কিদৰে অতিবাহিত হৈছিল? শৈশৱত সাহিত্যিক হোৱাৰ সপোন আপোনাৰ আছিলনে ?***

মোৰ শৈশৱ প্ৰাচুৰ্যৰ মাজেৰে পাৰ হৈছিল। দেউতা আছিল ডাঙৰ ঠিকাদাৰ। সেই সময়ত গৌৰীপুৰ আৰু তাৰ আশে-পাশে কোনো ইটাৰ ভাতা নাছিল। মোৰ দেউতাই সেই অঞ্চলৰ বিভিন্ন ঠাইত ইটাৰ ভাতা গঢ়ি তুলিছিল আৰু তেওঁ তাৰ পৰা যথেষ্ট ধনো আৰ্জিছিল। পঢ়া- শুনাত মই ভালেই আছিলোঁ। স্কুলৰ এ টীমৰ ফুটবল খেলুৱৈ হিচাপে খেলাধূলাৰ লগতো জড়িত হৈছিলোঁ। কিন্তু দিন সমানে নাযায়। মোৰ মেট্ৰিক পৰীক্ষাৰ ছদিন আগতে দেউতা ঢুকাল। অৱশ্যে মেট্ৰিক পৰীক্ষাত মই ষ্টাৰ লাভ কৰি কৃতকাৰ্য হৈছিলোঁ।

দেউতাৰ মৃত্যুৰ পাছতহে আমি গম পালোঁ যে তেওঁৰ সঞ্চয় বুলিবলৈ একোৱে নাছিল। সমগ্ৰ অৰ্জন তেওঁ দুহাতেৰে খৰচ কৰি গৈছে। তেওঁৰ মৃত্যুৰ পাছত ইটাৰ ভাতাবোৰ দেউতাৰ বন্ধু এগৰাকীয়ে চলাবলৈ লৈছিল যদিও তাৰপৰা আমি লাভৰ মুখ নেদেখিলোঁ। বৰং সেই ব্যৱসায়ৰ চিন-ছাবেই নেহোৱা হ'ল। ঘৰৰ ডাঙৰ ল'ৰা হিচাপে তেতিয়াৰ পৰাই ঘৰৰ দায়িত্ব মোৰ ওপৰতেই ন্যস্ত হৈছিল।

মোৰ ভিনিহিদেউ নিৰোদ চৌধুৰীৰ সহায়ত মই উচ্চ শিক্ষাৰ বাবে মন মেলোঁ। মোৰ শিক্ষাৰ সকলোখিনি ব্যয় এই গৰাকী ভিনিহিদেৱে বহন কৰিবলৈ গাত লোৱাতহে মই পঢ়া-শুনাৰ বাবে মন মেলিব পাৰিছিলোঁ। বি. এছ.চিত এডমিশ্বন লোৱাৰ বাবে মেট্ৰিক পৰীক্ষাত পোৱা মোৰ সোণৰ মেডেলো বিক্ৰী কৰিবলগীয়া হৈছিল; কিন্তু ভিনদেউৰ উৎসাহ-উদ্দীপনাইহে মোক মানুহ কৰিলে, ধনেৰে সেই ঋণ পৰিশোধ সম্ভৱ নহয়।

সৰুৰে পৰা মোৰ গ্ৰন্থৰ লগত আত্মীয়তা গঢ়ি উঠিছিল। আমাৰ ঘৰত বহু গ্ৰন্থ আছিল। দেউতা ব্যৱসায়ী হ'লেও তেওঁৰ গ্ৰন্থপ্ৰেম নিভাঁজ আছিল। পুৰণি 'বাঁহী', 'আৱাহন' এতিয়াও বিচাৰিলে আমাৰ ঘৰত পোৱা যাব।

ষ্টেইনবেকৰ লেখা মই ল'ৰালিতে পঢ়িছিলোঁ। তাৰ উপৰি হাক্সলি, ছাৰ্ত্ৰে আদি বিশ্ববিখ্যাত লেখকৰ লগতো চিনাকি তেতিয়াই হৈছিল। ধুবুৰীৰ কিতাপৰ দোকানী এজনৰ যহতে সমকালীন বিশ্ব সাহিত্যৰ প্ৰায়বোৰ লেখকৰ লগতে চিনাকি হোৱাৰ সুযোগ ঘটিছিল। দোকানীজনৰ নামটো মই এই মুহূৰ্তত পাহৰিছোঁ যদিও সেই সময়ত ধুবুৰীৰ দৰে এখন সৰু আৰু পিছপৰা চহৰলৈ এনেবোৰ গ্ৰন্থ বিক্ৰীৰ বাবে অনাৰ কাৰণে তেওঁক মই আজিও ধন্যবাদ নিদি নোৱাৰোঁ।

সমকালীন সাহিত্যৰ আগ্ৰহী পাঠক হ'লেও সেই সময়ত সাহিত্যিক হোৱাৰ আকাংক্ষা মোৰ মনলৈ অহা নাছিল। সেই সময়ত মোৰ প্ৰফেছাৰৰ প্ৰতিহে দুৰ্বলতা আছিল। আমাৰ আত্মীয়-স্বজন বা চিনাকি কোনো প্ৰফেছাৰ আমাৰ ঘৰলৈ আহিলে মই পৰম শ্ৰদ্ধা আৰু মুগ্ধ দৃষ্টিৰে চাইছিলোঁ। কিয়নো প্ৰফেচাৰ হোৱাটোকে জীৱনৰ চৰম কৃতকাৰ্যতা বুলি ভাবিছিলোঁ। লেখক হোৱাৰ কথা শৈশৱত কিয়, যৌৱনতো মই কেতিয়াও ভবা নাছিলোঁ।

***তেনেহ'লে কিদৰে আপুনি হাতত কলম তুলি ল'লে? আপুনি লিখিবলৈ লোৱাৰ ক্ষেত্ৰত কোনো বিশেষ ঘটনা আছে নেকি ?***

মই লিখিবলৈ লোৱাটো আকস্মিক। এক প্ৰত্যাহ্বান হিচাপেহে মই লিখিবলৈ আৰম্ভ কৰিলোঁ। মই গৌৰীপুৰৰ ল'ৰা। ধুবুৰী, গোৱালপাৰা অঞ্চলৰ কথ্য ভাষা অসমৰ আন ঠাইৰ তুলনাত কিছু বেলেগ, উচ্চাৰণ সুকীয়া। উজনি বা কামৰূপৰ লগতো বেছি মিল নাই। সেইবাবে বহুতে আমাক অসমীয়া বুলি মানিবই নোখোজে। এই কথাটোৱে মোক অন্তৰত বৰ বেয়াকৈ আঘাত দিলে। মই জানো যে বিভিন্ন ঠাইৰ কথ্য ভাষা বেলেগ, কিন্তু লিখাৰ বেলিকা আমি সকলোৱে একেই অসমীয়া ভাষা লিখোঁ।

সি যি নহওক, আমি আচলতে গৌৰীপুৰৰ মানুহ নহয়—কামৰূপৰহে। গৌৰীপুৰৰ জমিদাৰ পৰিয়াল কায়স্থ বংশৰ। সেই সময়ত অসমৰ আন ঠাইৰপৰা উচ্চবৰ্ণৰ মানুহ নি জমিদাৰ পৰিয়ালে বিশেষ সা-সুবিধা দি গৌৰীপুৰত থাপিছিল। আমাৰ ককাদেউ তায়ো সেইদৰে গৈ গৌৰীপুৰৰ বাসিন্দা হৈছিল। আমাক অসমীয়া বুলি গণ্য কৰিব নোখোজা মনোভাবৰ প্ৰত্যুত্তৰত ধুবুৰী,গোৱালপাৰা বা গৌৰীপুৰীয়াও যে অসমীয়া তাক প্ৰতিপন্ন কৰাৰ বাবেই বয়স হোৱা সত্ত্বেও মই কলম হাতত তুলি লৈছিলোঁ। চল্লিছ বছৰ বয়সত লিখিবলৈ আৰম্ভ কৰাৰো গুৰি কথা এয়ে যে গৌৰীপুৰীয়া মানুহ অসমীয়া আৰু তেওঁলোকে অসমীয়া ভাষাৰ জৰিয়তে নিজক

প্ৰকাশ কৰিবলৈ সক্ষম। ইচ্ছা কৰিলে গৌৰীপুৰীয়া মানুহেও অসমীয়া ভাষাত গল্প-উপন্যাস লিখিব পাৰে।

*গোৱালপাৰা অঞ্চলৰ লোকক ইতিকিং কৰাৰ কথা যে ক'লে তাৰ আঁত ধৰি সুধিব বিচাৰিছোঁ যে সেই অঞ্চলৰ ব্যক্তি হিচাপে আপুনি নিজকে উপেক্ষিত বুলি ভাবেনে ?*

নিজক উপেক্ষিত বুলি নাভাবিলেও সেই অঞ্চলৰ লোক যে সৰ্বপ্ৰকাৰে উপেক্ষিত তাক অস্বীকাৰ কৰিব নোৱাৰি। কি আছে সেই অঞ্চলত ! উদ্যোগ, উচ্চশিক্ষাৰ প্ৰতিষ্ঠান একোৱেই নাই।

আমাৰ সমাজৰ নিয়ম হ'ল—শাসন বা আমোলাতন্ত্ৰৰ উচ্চস্তৰত যদি কোনো অঞ্চলৰ ব্যক্তি নাথাকে তেনেহ'লে সেই অঞ্চল উপেক্ষিত হ'বলৈ বাধ্য, কিয়নো সমাজৰ বিকাশৰ বাবে সামগ্ৰিকভাৱে সৰ্বজনৰ উন্নয়নৰ এক নীতি কাকতত থাকিলেও কাৰ্যতঃ তাক কাৰ্যকৰী কৰা নহয়। আমাৰ অঞ্চলৰ দশাও এয়াই—শিক্ষা, প্ৰশাসন বা কোনো বিভাগতে আমাৰ অঞ্চলৰ প্ৰভাৱশালী ব্যক্তি নাই। ফলত অঞ্চলটো উপেক্ষিত হৈয়ে ৰ'ল।

*ইয়াকেই আপুনি একমাত্ৰ কাৰণ বুলি ভাবেনে?*

হয়, এয়া গুৰুত্বপূৰ্ণ কথা। আমাৰ সমাজত আজিকালি খাটিৰ-বাতিৰতহে কাম হয়। আমাৰ অঞ্চলত এখন ইঞ্জিনিয়াৰিং কলেজ, এখন মেডিকেল কলেজ বা তেনে কিবা এক প্ৰতিষ্ঠান স্থাপনত কি বাধা আছিল ? জুইশলা ফেক্টৰিত বাহিৰে সেই অঞ্চলত আজিনো আছে কি ? আৰু এটা কথা—ইচ্ছা কৰিলে তুমি লিখিবও পাৰা। মই যে সাহিত্যিক পেঞ্চন পালোঁ তাৰ কাৰণ হ'ল সেই সময়ত থকা ৰাজ্যপালৰ শাসন। ১৯৮৩ চনত যদি ৰাজ্যপালৰ শাসন নাথাকিলেহেঁতেন মই পেঞ্চন নাপালোঁহেঁতেন। ৰাজ্যপালৰ শাসনৰ বাবে ৰাজনৈতিক হস্তক্ষেপৰ সুবিধা তেনেকৈ নোহোৱাৰ বাবেহে মই পেঞ্চন পালোঁ।

*শৈশৱত আপুনি জমিদাৰী শাসনৰ অভিজ্ঞতা পাইছিল। সেই সময়ৰ আপোনাৰ অভিজ্ঞতা কি ?*

সামন্তবাদৰো যে কিছু ভাল দিশ আছে তাক অস্বীকাৰ কৰিব নোৱাৰি। আমাৰ সময়ত জমিদাৰ আছিল প্ৰভাত বৰুৱা। তেখেত বিদ্যোৎসাহী আছিল। কেৱল নিজ অঞ্চলৰ নহয়, অসমৰ বিভিন্ন ঠাইৰ চোকা ছাত্ৰক তেখেতে পঢ়া-শুনাত যথেষ্ট সহায় কৰিছিল। বহুতক বিদেশলৈকো পঠাইছিল। সেই সময়ত চিকিৎসা বিনামূলীয়া আছিল। উচ্চ ডিগ্ৰীধাৰী চিকিৎসকক নিয়োগ কৰি তেওঁ চিকিৎসাৰ সু-বন্দবস্ত কৰিছিল। গৌৰীপুৰৰ সংস্কৃত টোল অসমৰ ভিতৰতে বিখ্যাত আছিল। হোষ্টেল বিদ্যাৰ্থীৰ বাবে মুকলি আছিল, খেলুৱৈ হ'লেতো কথাই নাই—তেওঁ সকলো সুবিধা পাবই।

আনকি জমিদাৰৰ অগুহী-বগুহী, সম্বন্ধীয় বা আমাৰ দৰে আশ্ৰিতসকলে দৌল পূৰ্ণিমা আৰু পূজাত জমিদাৰৰ ঘৰৰ পৰা নতুন কাপোৰ পাইছিল।

***কিন্তু সাধাৰণ মানুহৰ অৱস্থা তেতিয়া কেনে আছিল ?***

সঁচা কথা ক'বলৈ গ'লে, সাধাৰণ মানুহৰ অৱস্থা অতি বেয়া আছিল। জমিদাৰৰ সাহায্য বা বদান্যতাৰ অংশীদাৰ আছিল এচাম লোক। গাঁৱৰ মানুহৰ অৱস্থা আছিল অতি শোচনীয়। মই নিজেই দেখিছোঁ—সামান্য এডোখৰ কাপোৰেৰে লেংটি মাৰি গাঁৱৰ মানুহে লজ্জা নিবাৰণ কৰিছিল। সেই সময়ত উদ্যোগৰ প্ৰশ্নই নুঠে—কৰ্মসংস্থাপনৰ কোনো ব্যৱস্থাই নাছিল। হাজিৰা কামো পোৱা নগৈছিল। সমাজৰ এচাম লোকৰহে অৱস্থা ভাল আছিল। বৃহৎসংখ্যক লোকৰ জীৱন ধাৰণৰ মান আছিল অতি নিম্ন পৰ্যায়ৰ। জমিদাৰৰ পৰা এমুঠিমান মানুহে সুযোগ-সুবিধা পাইছিল।

***কটন কলেজৰ গণিতৰ অধ্যাপক হোৱাৰ অভিজ্ঞতা সুখৰনে ?***

কটন কলেজত চাকৰি পোৱাৰ অভিজ্ঞতা আন ধৰণৰ। মই পাছ কৰি উঠাৰ পাছত মোৰ এগৰাকী আত্মীয়ই মোক কটন কলেজত লেকচাৰাৰ হিচাপে জইন কৰাৰ বাবে পৰামৰ্শ দি তেতিয়াৰ অসমৰ প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈক লগ ধৰিবলৈ ক'লে। মই ছিলঙলৈ গৈ বৰদলৈক সাক্ষাৎ কৰাত সুধিলে—

'পোষ্ট খালী আছে নেকি ? মানুহ লাগিবনে নাই ?'

'নাজানো'। মই উত্তৰ দিলোঁ।

'চাকৰি খালী আছে নে নাই তাকো নাজানা, এইদৰে চাকৰি বিচাৰে নেকি ? এতিয়া যোৱা।' বৰদলৈৰ কথা শুনি মোৰ বৰ বেয়া লাগিল আৰু তেওঁৰ কোঠাৰ পৰা ওলাই আহিলোঁ। কিছুদুৰ যোৱাৰ পিছত ছাপ্ৰাচী এজনে মোক বৰদলৈয়ে মতা বুলি কোৱাত পুনৰ তেওঁৰ কোঠাত সোমালোঁ।

'ইয়ংমেন, আৰ ইউ হাৰ্ট ?' বুলি প্ৰশ্ন কৰি মোৰ পৰা দৰ্খাস্তখন লৈ তাত লিখি দিলে। আৰু তাৰ দুদিন পাছতেই কটন কলেজত লেকচাৰাৰ চাকৰি পালোঁ। এই ঘটনাটো এইবাবেই উল্লেখ কৰিলোঁ যে আগৰ কালত এগৰাকী নেতা বা প্ৰধানমন্ত্ৰীয়ে (আজিৰ মুখ্যমন্ত্ৰী) চাকৰি প্ৰাৰ্থী এজন ডেকাৰ প্ৰতি যেনে সহানুভূতিশীল ব্যৱহাৰ কৰিছিল, আজি জানো ই সম্ভৱ ? আজিৰ নেতাৰ মূল্যবোধ আৰু সংস্কৃতিয়েই বেলেগ।

এইদৰেই মই কটন কলেজত গণিতৰ অধ্যাপকৰূপে যোগদান কৰিলোঁ। বৰদলৈৰ ব্যৱহাৰে মোৰ মনত এক গভীৰ সাঁচ বহুৱাইছিল। সেই অভিজ্ঞতা মোৰ এটা গল্পতো বৰ্ণনা কৰিছোঁ। আৰু আজিও ই মোৰ স্মৃতিপটত সজীৱ হৈ আছে।

***আপুনি অধ্যাপনা এৰি ব্যৱসায়ত নমাৰ কথা জানো। কি কাৰণে আপুনি চৰকাৰী কলেজৰ চাকৰি এৰিছিল ?***

মই উল্লেখ কৰিছোঁৱেই যে দেউতাৰ মৃত্যুৰ পাছত ঘৰৰ দায়িত্ব মই ল'ব লগা হৈছিল। মই তেতিয়া সকলো মিলাই দৰমহা পাইছিলোঁ ২১১ টকা। সেই সামান্য ধনেৰে মই

গুৱাহাটীত ঘৰ ভাৰা লৈ নিজে চলাৰ উপৰি ঘৰলৈ টকা পঠাব লাগে—যিটো মোৰ কাৰণে অসম্ভৱ হৈ পৰিছিল। গৌৰীপুৰলৈ গ'লে মাজে-সময়ে মোৰ দেউতাৰ অধীনত চাকৰি কৰা বিভিন্নজনে উপদেশ দিছিল যে মই ঠিকাদাৰী কৰা উচিত। তেওঁলোক দেউতাৰ ঠিকাৰ কামৰ চাকৰিয়াল আছিল। ময়ো সৰুতে দেখিছিলোঁ যে ঠিকাত লাভ আছে। ঠিকা কৰিয়ে দেউতাই যথেষ্ট ধন ঘটা দেখিছিলোঁ। ঠিকা কৰাটোকে উচিত বিবেচনা কৰি মই চাকৰি এৰিলোঁ। কিন্তু কাৰ্যক্ষেত্ৰত দেখা গ'ল মোৰদ্বাৰা ঠিকাদাৰী সম্ভৱ নহয়—কিয়নো ঘোচ নিদিলে বিল পাছ হোৱাৰ কোনো উপায় নাই। মই ঘোচ দিব পৰাবিধৰ মানুহ নহয়, ফলত ঠিকাদাৰী চলোৱাটো মোৰ পক্ষে এক বোজা হৈ পৰাত তাকো বাদ দিলোঁ। এইবাৰ সাংবাদিকৰ বৃত্তি লোৱাটোকে ঠিক কৰি 'আছাম ট্ৰিবিউন'ত সোমালোঁ।

***আপোনাৰ সাংবাদিকতাৰ কথা অৱশ্যে নাজানো। সাংবাদিকতাত কিমান দিন আছিল?***

বেছিদিন নহয়। অতি কম দিনৰ ভিতৰতে মই সাংবাদিকতাও এৰিলোঁ। এইবাৰ চাহ বাগিচাৰ এছিছটেণ্ট মেনেজাৰ। কাৰণ অৰ্থৰ চিন্তা মোৰ সদায়ে আছিল। ঘৰৰ দায়িত্বকো অস্বীকাৰ কৰিব নোৱাৰোঁ। ফলস্বৰূপে নাহৰকটীয়াৰ ওচৰৰ কৰঙণি বাগিচাত এছিছটেণ্ট মেনেজাৰ হিচাপে যোগ দিলোঁ। চাহ বাগিচাৰ চাকৰিত দৰমহাও ভাল। তেতিয়াৰ দিনত দৰমহা পাইছিলোঁ ৬০০ টকা। কিন্তু প্ৰায় দুবছৰ চাকৰি কৰাৰ পাছত মানসিক শান্তি নোহোৱা হ'ল। চাহ বাগিচাৰ জীৱন আৰু পৰিৱেশ অতি সংকুচিত। কাম আৰু মদ খোৱাৰ বাহিৰে আন জীৱন নাই। লাহে লাহে মই অনুভৱ কৰিলোঁ যে এইদৰে থাকিলে সকলো শেষ হ'ব।

***ব্যৱসায়, চাহ বাগিচাৰ চাকৰি আদিত যোগ দিয়াৰ বাবে আপুনি কেতিয়াবা অনুশোচনা কৰিছে নেকি ?***

অনুশোচনা কৰাৰ প্ৰশ্নই উঠিব নোৱাৰে, বৰং ব্যৱসায় আৰু চাহ বাগিচাৰ চাকৰিয়ে মোক জীৱনৰ আন কিছু দিশৰ লগত পৰিচয় কৰাই দিলে। সাধাৰণতে অসমীয়া মানুহৰ অভিজ্ঞতা বৰ সীমিত। সেইফালৰপৰা ব্যৱসায়ত নামি বা বাগিচাৰ চাকৰি কৰি মই নিজকে অভিজ্ঞতাৰ দিশত লাভৱান হোৱা বুলিহে ভাবোঁ। প্ৰকৃতাৰ্থত মই লাভৱান হৈছোঁও। কিয়নো মোৰ লেখাৰ বেছিভাগ সমল আৰু অভিজ্ঞতা সেই সময়ৰে। চাহ বাগিচাৰ জীৱনক লৈ মই লিখিছোঁ 'তৰঙ্গিনী' আৰু ঠিকাৰ সময়ৰ অভিজ্ঞতাক কেন্দ্ৰ কৰি 'আগমনিৰ ঘাট'।

এই প্ৰসঙ্গতে মোৰ অভিজ্ঞতাৰ কথা কওঁ। ঠিকা কৰাৰ সময়ৰ কথা। এদিন জীতেন নামৰ এজন শ্ৰমিকে নিজৰ পুতেকৰ অসুখৰ কথা কৈ মোৰ পৰা ছুটী লৈ ঘৰলৈ গ'ল। তাৰ দুদিন পাছত দেখোঁ যে জীতেনে চাবল লৈ পুনৰ কামত লাগিছে। তাক মই সুধিলোঁ 'জীতেন, তোমাৰ ল'ৰাই ভাল পালেনে?' সি মুখেৰে নামাতিলে। তাৰ লগৰ এজনেহে মোক ক'লে যে জীতেনৰ পুতেক মৰিল। অথচ জীতেন কামলৈ

আহিছে। জীতেনৰ এই ঘটনা আজিও মোৰ মনত আছে। জীতেনহঁতৰ দৰে মানুহৰ পুত্ৰৰ মৃত্যুতো শোক কৰাৰ অৱকাশ নাই। এজন পুত্ৰ ঢুকালেও পৰিয়ালৰ আন মানুহ আছে—সিহঁতক খোৱা মুঠি যোগান ধৰিব লাগিব। গতিকে জীতেন শোকত বিহ্বল হৈ বহি থাকিব নোৱাৰে। জীৱন সংগ্ৰাম কি নিষ্ঠুৰ জীতেনৰ কথাই মোক আজিও সোঁৱৰাই দিয়ে । অধ্যাপকৰ চাকৰি এৰি সেয়ে মই কাহানিও অনুশোচনা কৰা নাই, কিয়নো ই মোৰ অভিজ্ঞতাৰ পৰিধি বহল কৰিছে।

***ইঞ্জিনিয়াৰিং কলেজৰ চাকৰিত কেতিয়া সোমাইছিল ?***

চাহ বাগিচাৰ কৰ্মজীৱনে আমুওৱাৰ পাছত মই ঠিক কৰিলোঁ যে পুনৰ অধ্যাপনাত লাগিম। এনেতে অসম ইঞ্জিনিয়াৰিং কলেজত গণিতৰ অধ্যাপকৰ পদ এটা খালী হৈছিল। মই তাতেই যোগ দিলোঁ। ভাবিলোঁ, বাগিচাৰ জীৱনত সোমাই থাকিলে মোৰ জীৱনৰ পৰা বহু বস্তু হেৰাই যাব। বয়সো হৈ আহিছে। সাত-পাঁচ ভাবি পুনৰ অধ্যাপনাত লাগিলোঁ আৰু অৱসৰৰ আগলৈকে মই ইঞ্জিনিয়াৰিং কলেজ আৰু গুৱাহাটী বিশ্ববিদ্যালয়তো অস্থায়ীভাৱে ভালেমান বছৰ অধ্যাপনা কৰিছিলোঁ।

***ইঞ্জিনিয়াৰিং কলেজত থকাৰ সময়তে আপুনি প্ৰথম গল্পটো লিখিছিল ? বিদেশত ৪০ বছৰ বয়সত লিখিবলৈ আৰম্ভ কৰা লোকৰ সংখ্যা বহুত। আমাৰ ইয়াত তেনে ঘটনা নিয়ম নহয়, ব্যতিক্ৰমহে । প্ৰথম গল্পটো লিখাৰ সময়ত আপোনাৰ আত্মবিশ্বাসৰ অভাৱ হৈছিল নেকি ?***

তুমি মোৰ বিষয়ে বহু কথাই জানা দেখিছোঁ। বয়স হোৱাত লিখিবলৈ লৈছিলোঁ যদিও মই আত্মবিশ্বাসৰ অভাৱ অনুভৱ কৰা নাছিলোঁ। মই ভাবোঁ, 'অভিযোগ' মোৰ প্ৰথম লেখা হ'লেও এটা ভাল গল্প। নহয় জানো ? গল্পটো তেতিয়াৰ 'অসম বাতৰি'ত প্ৰকাশ পাইছিল।

***আপোনাৰ গল্প এটা নে দুটা প্ৰকাশ পোৱাৰপাছত প্ৰখ্যাত সাহিত্যিক হোমেন বৰগোহাঞিয়ে এখন প্ৰশংসাসূচক চিঠি লিখিছিল। চিঠি পাই আপোনাৰ কেনে প্ৰতিক্ৰিয়া হৈছিল ?***

ভালেই লাগিছিল। কিয়নো অসমত লেখকসকলে পৰস্পৰৰ কিতাপ নপঢ়ে বা পাৰস্পাৰিক প্ৰশংসাৰ পৰম্পৰাও নাই। হোমেন বৰগোহাঞি ইয়াৰ ব্যতিক্ৰম। তেওঁ মোক চিনি নাপায়, মোৰ নাম নাজানে, তথাপিতো নিজাববীয়াকৈ তেওঁ মোলৈ চিঠি এখন দিছিল তেতিয়াৰ 'অসম বাতৰি'ৰ সম্পাদক চন্দ্ৰপ্ৰসাদ শইকীয়াৰ মাৰফৎ। মই পোৱা বহু চিঠিৰ ভিতৰত বৰগোহাঞিৰ চিঠিখন অতি মূল্যবান। এই চিঠিখনে মোক যথেষ্ট উদগনি দিছিল। বৰগোহাঞি ইতিমধ্যে প্ৰতিষ্ঠিত লেখক আৰু মই কলম হাতত লৈছোঁহে। মোৰ 'শোকসভা' নামৰ গল্পটো তেওঁ উচ্চস্বৰে প্ৰশংসা কৰিছিল। মোৰ দৰে এজন অজ্ঞাত লেখকক এইদৰে স্বীকৃতি দিয়াৰ বাবে মই বৰগোহাঞিৰ ওচৰত কৃতজ্ঞ।

*ছদ্মনাম কেলেই লৈছিল ?*

প্ৰায় চল্লিছ বছৰীয়া এগৰাকী গণিতৰ শিক্ষকে গল্প লিখিছে—মানুহে কি ক'ব ? তেনে ধাৰণা লৈয়ে ছদ্মনাম ব্যৱহাৰ কৰিছিলোঁ।

*গণিত আৰু সাহিত্য সাধনাৰ আপুনি কিদৰে সমন্বয় ঘটাইছে ?*

সমন্বয়ত একো অসুবিধা নাই। মই গণিতৰপৰা যথাযথতা আৰু বাহুল্য বৰ্জনৰ গুণ আয়ত্ত কৰিছোঁ। মোৰ লেখাতো বোধহয় বাহুল্য নাই। এয়া গণিতৰ প্ৰত্যক্ষ অৱদান। অপ্ৰয়োজনীয় কথা মই ক'ব নিবিচাৰোঁ। য'ত এটা বাক্যৰ প্ৰয়োজন, তাত মই দুই-তিনিটা বাক্য নিলিখোঁ। আৰু গণিতৰ মানুহেও যে সাহিত্য-চৰ্চা কৰিব নোৱাৰে সেয়া নহয়। বাৰ্ট্ৰাণ্ড ৰাছেলে যে গল্প লিখিছিল জানা নে নাজানা ? ৮০ বছৰৰ পাছত লিখা তেওঁৰ Satan in the Suburb নামৰ গল্প সংকলনখন মোৰ আছে।

*সাধাৰণ মানুহৰ জীৱনেই আপোনাৰ লেখাৰ উপজীব্য। সৰু সৰু মানুহৰ প্ৰতি আপুনি কিদৰে আগ্ৰহী হৈছিল বা তেওঁলোকক কেনেদৰে বুজাৰ চেষ্টা কৰিছিল ?*

বাগিচাৰ চাকৰি আৰু ঠিকা কৰাৰ সময়ত তেওঁলোকক ঘনিষ্ঠভাৱে জনাৰ বা বুজাৰ সুযোগ পাইছিলোঁ। গতিকে তেওঁলোকৰ সুখ-দুখ, আশা-আকাংক্ষাৰ ছবিখন ওচৰৰপৰা দেখিছিলোঁ।

*কোনো নিৰ্দিষ্ট ৰাজনৈতিক দৰ্শনত বিশ্বাস কৰে নেকি ?*

কোনো ৰাজনৈতিক দলত মই বিশ্বাসী নহয়, কিন্তু ৰাজনৈতিক দৰ্শন হিচাপে মাৰ্ক্সবাদ মই বিশ্বাস কৰোঁ। পৃথিৱীৰ পৰা শোষণ-বঞ্চনা নিৰ্মূল হোৱাটো বিচাৰোঁ।

*এতিয়াও আপুনি লিখি আছে। লিখাৰ বাবে আপুনি নিজকে কিদৰে প্ৰস্তুত কৰে ?*

লিখাৰ বাবে মোৰ কোনো বিশেষ প্ৰস্তুতি নাই। মোৰ মনক খুন্দিয়াই থকা বাস্তৱ অভিজ্ঞতাৰ প্ৰকাশৰ বাবেই মই লিখোঁ।

মোৰ গল্প বা উপন্যাসৰ তেনেকৈ কোনো আৰম্ভণি বা শেষ নাই। বিভিন্ন অভিজ্ঞতাৰ ৰূপক লিপিবদ্ধ কৰিবলৈ যাওঁতে গল্প বা উপন্যাসে যিদৰেই তাৰ বিকাশৰ পথ বিচাৰি লয় সেইদৰেই মই লেখা সামৰোঁ।

*কোন সময়ত লিখে ?*

সাধাৰণতে মই নিশা লিখোঁ। ৮ বজাৰপৰা ১০ বজালৈ।

*আপুনি 'সাহিত্য সভা বঁটা' প্ৰত্যাখ্যান কৰাৰ কাৰণ কি ?*

প্ৰত্যাখ্যানৰ কাৰণ ব্যক্তিগত বুলিয়েই ক'ব পাৰি। সাহিত্য সভাই কোনো দিনেই মোৰ লগত সম্পৰ্ক ৰখা নাই। কেতিয়াও নিমন্ত্ৰণ কৰা নাই। বুঢ়াই হ'লোঁ—মৰিবৰ সময় হৈছে। এতিয়া হঠাতে তেওঁলোকে আগ বঢ়োৱা বঁটা নহ'লেও হ'ব।

সাহিত্য সভাৰ বঁটা যে মোক দিয়া হ'ব তাক মই সংবাদ-পত্ৰৰ জৰিয়তেহে

জানিছিলোঁ। আনকি বঁটা গ্ৰহণ কৰিবলৈ গোৰেশ্বৰত উপস্থিত হ'বৰ বাবে দিয়া নিমন্ত্ৰণী পত্ৰখনো কোনোবাই দুৱাৰৰ ফাঁকেৰেহে ইয়াত পেলাই থৈ গৈছিল।

কিন্তু তুমিতো জানা যে ভাষা পৰিষদে মোক এটা বঁটা দিয়াৰ সিদ্ধান্ত লৈছে। তেওঁলোকৰ চিঠিৰ ভাষা কেনেধৰণৰ চোৱা— "I request you kindly to accept the humble token of our appreciation of your valuable contribution to the Indian literature in general and Assamese literature in particular."

***অসমীয়া সাহিত্য সন্দৰ্ভত আপোনাৰ মন্তব্য কি ?***

আমি অতীতক লৈ মগ্ন হৈ থাকিলে নহ'ব। আন ঠাইত আধুনিক, আধুনিকোত্তৰ ধ্যান-ধাৰণাক লৈ সাহিত্য বহুদূৰ আগ বাঢ়ি গৈছে। মোৰ ধাৰণা, অতীতমুখিতাই আমাৰ সাহিত্যৰ ক্ষতি কৰিছে। অৱশ্যে এয়া মোৰ ব্যক্তিগত ধাৰণাহে। আমাৰ সাহিত্যত হিন্দু-মুছলমানৰ বিবাহ জাতীয় চিন্তাই এতিয়াও প্ৰতিষ্ঠিত লেখকৰ বিষয় হৈ আছে। এই ধ্যান-ধাৰণাৰে আমি আগ বাঢ়িব নোৱাৰোঁ।

***জীৱনত আপুনি কি বিচাৰিছে ?***

জীৱনত মোৰ বৰ বেছি আকাংক্ষা নাই। মই লেখক হ'ম বুলি ভবা নাছিলোঁ। কিন্তু হ'লোঁ। পাঠকৰ মৰম-চেনেহো পাইছোঁ আৰু শিক্ষক হিচাপে মই ছাত্ৰসকলৰপৰা অকুণ্ঠ মৰম-স্নেহ পাইছোঁ। মোৰ জীৱনৰ পৰম সম্পদ হ'ল ছাত্ৰ-ছাত্ৰীৰ মৰম আৰু শ্ৰদ্ধা। ইয়াতকৈ আৰু মোক কি লাগিছে ?

***লেখক হিচাপে আপোনাৰ জনপ্ৰিয়তাৰ কাৰণ কি বুলি ভাবে ?***

নিজকে জনপ্ৰিয় বুলি ক'ব নোৱাৰোঁ; কিন্তু লিখাৰ বেলিকা মই এক আধুনিক দৃষ্টিভংগী গ্ৰহণৰ চেষ্টা চলাই আহিছোঁ। পাশ্চাত্যৰ সাহিত্যও কিছু পঢ়িছোঁ। তাত বহু পৰিৱৰ্তন ঘটিছে। আগৰ দৰে গল্প এটাৰ আৰম্ভণি বা শেষ বা মাজভাগ ইত্যাদি সংজ্ঞাৰে আজিকালি তাত লিখা নহয়। সম্পূৰ্ণ আধুনিক দৃষ্টিভঙ্গীৰে সাহিত্য-চৰ্চা হৈ আছে।

অসমীয়া সমাজৰো যথেষ্ট পৰিৱৰ্তন ঘটিছে, কিন্তু সাহিত্যত তাৰ ছবি নাই বা পৰিৱৰ্তন অনুধাৱন কৰাৰ মানসিকতা আমাৰ নাই।

***পশ্চিমৰ প্ৰিয় লেখক কোন ?***

বহু লেখকেই মোৰ প্ৰিয়; কিন্তু গেব্ৰিয়েল গাৰ্ছিয়া মাৰ্কুজ, ইছাক বেছেভিছ ছিঙ্গাৰ আৰু ছল বেলোৰ নাম সদ্যহতে মনলৈ আহিল। এওঁলোক অতি সূক্ষ্মদৰ্শী লেখক।

***লেখক হোৱাৰ কোনো হাবিয়াস নথকাকৈয়ে আপুনি লেখক হ'ল। পাঠকৰ মৰমো পালে। এই ভূমিকাৰ বাবে খেদ আছে নেকি ?***

নাই। তাৰ বাবে কোনো খেদ নাই। মোৰ ভূমিকাতে মই সুখী। মোৰ বহু কথা ক'বলগীয়া আছিল, বহু কথাই ক'লোঁ।

*সক সক মানুহ আপোনাৰ গল্প-উপন্যাসৰ চৰিত্ৰ । তেওঁলোকৰ সুখ-দুখ, আশা-আকাংক্ষাই আপোনাৰ লেখাৰ উপজীব্য। কিন্তু বাস্তৱত এওঁলোকৰ জীৱন-জীৱিকাৰ কোনো বিকাশেই হোৱা নাই এই সত্যই আপোনাক আমনি নকৰেনে ?*

হয়। এওঁলোকৰ অৱস্থা দেখি বৰ দুখ পাওঁ। পৰিবৰ্তনৰ বাবে বিভিন্ন ৰাজনৈতিক দলৰ ধ্বনিহে শুনিছোঁ কিন্তু বাস্তৱত এওঁলোকৰ অৱস্থাৰ কোনো পৰিবৰ্তনৰ পথ দেখা নাই।

**শ্ৰীময়ী** ১৬—৩১ মাৰ্চ, ১৯৯২

## *মই নাথাকিলেও সংগীত চলি থাকিব*

# ভূপেন হাজৰিকা

***বৰ্তমান অসমত সংগীতৰ বিকাশ সম্পৰ্কে আপোনাৰ অভিমত কি ?***

আমি যেতিয়া যুবক আছিলোঁ, ডেকা আছিলোঁ তেতিয়াৰ তুলনাত এতিয়া ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ যথেষ্ট চৰ্চা হৈছে। সেই বিষয়ৰ ব্যাকৰণ শিকি-মেলি অসমৰ ল'ৰা-ছোৱালী যোৱা তিনিটা দশকত ওলাই আহিছে, ব্যাকৰণমূলক সংগীত শিকিছে।

*বৰ্তমানৰ অৱস্থাটো আপোনাৰ মতে সন্তোষজনক নে ? যদি হয়, কিয় হয় বুলি ভাবিছে, যদি নহয় কিয় নহয় বুলি ভাবিছে ?*

সন্তোষজক মানে — জ্ঞান লৈ আহিছে, কিন্তু জ্ঞান বিতৰণৰ ভাল অনুষ্ঠান নাই। সেইকাৰণে সাধাৰণ ল'ৰা-ছোৱালীয়ে বোধহয় সেইবোৰ শিকিব পৰা নাই।

***গায়ক বা গায়িকা হ'বৰ বাবে আপোনাৰ মতে কেনেধৰণৰ সাধনাৰ প্ৰয়োজন ?***

গায়ক বা গায়িকা হ'বলৈ সুকণ্ঠৰতো দৰকাৰেই। এইটোও ঠিক যে কেৱল সুকণ্ঠ থাকিলেই নহয়। সাধনা নহ'লে কোনো আগুৱাই যাব নোৱাৰে।

***চৰ্চাৰ কিবা ধৰা-বন্ধা সময় আছে নেকি ?***

চৰ্চাৰ সময় ধৰা-বন্ধা হ'ব পাৰে—মানুহজনে কি কৰে তাৰ ওপৰত নিৰ্ভৰ কৰি; কিন্তু তোমালোকৰ দৰে যদি সাংবাদিক হয় আৰু ৰাতি যদি কাম কৰিব লাগে তেতিয়াহ'লে দিনত শুবাহে আৰু (হাঁহি) গতিকে চৰ্চাৰ সময় নিজৰ মতে ভগাই ল'ব লাগে।

***অসমৰ ঘৰে ঘৰে শ শ গীটাৰ, মেণ্ডলিন আদি বাদ্যযন্ত্ৰ আছে আৰু বাদ্যযন্ত্ৰৰ দোকান-পোহাৰো দিনে দিনে বাঢ়ি আহিছে। অথচ সেই অনুপাতে জানো প্ৰতিভাশালী যন্ত্ৰশিল্পীৰ সৃষ্টি হৈছে ?***

মই সম্ভাৱনা দেখিছোঁ—কিছু কিছু ল'ৰা-ছোৱালীৰ। সুন্দৰ সুন্দৰ সম্ভাৱনা দেখিছোঁ। তেওঁলোকে পৰিৱেশনৰ সুযোগ পোৱা নাই। সুযোগ পালেই বা সৰ্বভাৰতীয় প্ৰতিযোগিতাত তেওঁলোকক এক্সপ'জ কৰিব পাৰিলেই নিশ্চয় স্বীকৃতি পাব বুলি মই ভাবো।

*সমাজ এখনে কেৱল সংগীত প্ৰেমীয়েই নিৰ্বিচাৰে। সংগীতজ্ঞও বিচাৰে, নহয় জানো?*

নিশ্চয়। সংগীতপ্ৰেমীতো লাগিবই। সংগীতপ্ৰেমী নহ'লে সংগীতজ্ঞও থাকিব নোৱাৰে। সংগীত শিল্পীও থাকিব নোৱাৰে। সংগীত-পিপাসুসকলক আকৌ শিক্ষাও দিব লাগিব সংগীতজ্ঞসকলেহে। মাছ এডুকেশ্যনত—সংগীতৰ ভূমিকা আছে।

*আপোনাৰ সংগীত শিক্ষা আৰু অনুশীলন কেনে ধৰণৰ আছিল?*

মোৰ সংগীত শিক্ষা ব্যাকৰণমূলক নাছিল। ব্যাকৰণমূলক শিক্ষা লোৱাৰ সুযোগ পোৱা নাছিলোঁ। বিষ্ণুপ্ৰসাদ আৰু জ্যোতিপ্ৰসাদে যিখিনি চিন্তা দিলে সেইখিনিৰ পাছত আমি কোনো আনুষ্ঠানিক শিক্ষা লোৱাৰ সুযোগ পোৱা নাছিলোঁ। তেনেকুৱা ওস্তাদো পোৱা নাছিলোঁ। পাছত বেনাৰস হিন্দু বিশ্ববিদ্যালয়ত বি. এ. আৰু এম এ পঢ়ি থাকোঁতে ন্যূনতম যিখিনি ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ জ্ঞান লাগে সেইখিনি আহৰণ কৰিছিলোঁ। কাৰণ মই জানো, মই সৃষ্টি কৰিব লাগিব, পাণিনি নহ'লেও সাধাৰণ ব্যাকৰণৰ জ্ঞান নাথাকিলে কোনেও সৃষ্টি কৰিব নোৱাৰে। মই শিকিছোঁ সাধাৰণ মানুহৰ পৰা, শিকিছোঁ নাৱৰীয়াৰপৰা, শিকিছোঁ গাড়োৱানৰ পৰা আৰু শিকিছোঁ চাহবাগিচাৰ বনুৱাৰপৰা—শৈশৱত। তেনেদৰে আহৰণ কৰা হৈছে। কোনো শিক্ষাকেন্দ্ৰত শিকা নাছিলোঁ, কাৰণ মোৰ শিক্ষাৰ ধৰণেই সেইটো নাছিল।

*আপুনি লিখা প্ৰথম গীতটোৰ প্ৰেৰণা আপুনি ক'ৰপৰা পাইছিল? লিখি সুৰ দি উলিয়াওঁতে কিমান সময় লাগিছিল?*

শংকৰদেৱৰ পৰা। এদিনমান লাগিছিল। ক্লাছ ছিক্সত পঢ়োঁতে।

*আপুনি আজিলৈকে কিমান গীত লিখি সুৰ দিছে?*

গণনা কৰা নাই।

*আপোনাৰ প্ৰতিভাই অসমৰ সংগীত জগতখন আৱৰি আছে; আপোনাৰ মতামত কি?*

এই প্ৰশ্নটো মোক বহুতেই কৰে। আৰু মোৰ পজিশ্যন যদি সঁচাকৈয়ে আদৰ্শনীয় বুলি ভবা হয় সেয়া মই চেষ্টা কৰিছোঁ—যিখিনি অভিজ্ঞতাৰপৰা শিকিলোঁ সেইখিনি দিবৰ কাৰণে মই ল'ৰা বুটলি বুটলি লওঁ। কোনো মৰি যায়। কোনো হেৰাই যায় বাটৰ পৰা আৰু সাধনা থকা ল'ৰা মই কমেই দেখিছোঁ। যিবোৰে আন্তৰিকতাৰে সাধনা কৰিব খোজে তেওঁলোকে দুটামান গান গাই কেতিয়াও ডাঙৰ শিল্পী হোৱা বুলি নাভাবে। কিছুমানে ভাবে। গতিকে মইতো ইনজেক্ট কৰি দিব নোৱাৰোঁ। সেইকাৰণে মই ভাবোঁ, পাৰফৰ্মিং আৰ্টছৰ শিক্ষাকেন্দ্ৰ থাকিব লাগে, য'ত আমি এজন কিয় দহজনক যিকণ জানো সেয়া শিকাই দিব পাৰোঁ। মই নাভাবোঁ যে মই নহ'লে সংগীতৰ ক্ষতি হ'ব, মই নহ'লে সংগীত নচলিব। ৰবি ঠাকুৰ নোহোৱাকৈয়ে কবিতা চলি আছে। গান্ধী নহ'লেও ভাৰত চলি আছে। মই কৈছোঁ সাধনাৰ কথা। আত্মাৰ আদৰ্শেৰে সাধনা

কৰিবলৈকো শ্ৰম লাগে। সেই শ্ৰম দিবলৈ যাওঁতে মানুহে জীৱিকাৰ কথা ভাবিব লগীয়া হয় আৰু তেতিয়া কোনো এজনে নিজকে সঁপি দিব নোৱাৰে।

*কিন্তু আপুনিতো সংগীতৰ মাজেৰে জীৱিকা নিৰ্বাহ কৰিছে ?*

অ', এতিয়া কৰিছোঁ, আগতে মই কৰা নাছিলোঁ। এতিয়া মই কৰিবলগীয়া হৈছে জীৱন আৰু জীৱিকা দুয়োটাই ; কিন্তু অকল জীৱিকাৰ কাৰণে নাই কৰা। কেতিয়াও ভবা নাই। সেই কাৰণে জীৱনত যিমান পাৰোঁ কৰিছোঁ, ৫ টকা চান্দা নিদি ৫০ হাজাৰ টকা তুলি দিছোঁ গান গাই । গান গাই হয়তো এহেজাৰ লৈছোঁ, সেইখিনি ল'ব লাগিব জীয়াই থাকিবলৈ। মই বাচি থাকিব লাগিব। বহুত পুথিভঁৰাল, বহুত কলেজ, বহুত নাটঘৰ মই দি আহিছোঁ গোটেই জীৱনত; কিন্তু সেই যে ৫০ হাজাৰ টকা তুলি দিলোঁ তাৰ স্বীকৃতি পোৱা নাই। মই মোৰ কণ্ঠৰ মাধ্যমেৰে দিছোঁ।

*আমাৰ থলুৱা গীত-মাত-নৃত্যৰ নিজা ৰূপ সংৰক্ষণ কৰা সম্পৰ্কে আপোনাৰ মতামত কি? ইয়াৰ প্ৰয়োজন আছেনে ?*

অতি প্ৰয়োজন আছে। পলম হৈ গৈছে। বেছি পলম হৈ গৈছে। ১৯৪৭ চনৰ পৰাই চিঞৰি আহিছোঁ। জ্যোতি ককাইদেৱে চিঞৰিছিল। বিষ্ণু ৰাভাই চিঞৰিছিল। পাৰ্বতিপ্ৰসাদ বৰুৱাই চিঞৰিছিল। সংগীতৰ এটা বিভাগেই খোলাব নোৱাৰিলোঁ।

এতিয়া থলুৱা সংস্কৃতি কৃষ্টিৰ মাজত যেতিয়া বিভেদৰ সৃষ্টি হৈছে—তেতিয়া তৎক্ষণাৎ ক'বলৈ নমুনাই নাই। গতিকে আমাৰ ইয়াত ব্যাকৰণসন্মত পুনৰুদ্ধাৰ, শ্ৰেণীবিভাগ, গৱেষণা আৰু শিক্ষা—এই চাৰিটা বিভাগত—সকলো গোষ্ঠীৰ সকলো ভাষাৰ হ'ব লাগে। ইয়াৰে মই সপোন দেখিছিলোঁ ৰাধাগোবিন্দ বৰুৱা মিউজিক কমপ্লেক্সৰ। কাৰণ ইয়াক মাজুলীত পাতিব নোৱাৰি—পানীৰ ভয়। গুৱাহাটীতে কৰি থওঁ । আৰু সকলো টেলেণ্ট গোট খুওৱা আৰু সংৰক্ষণৰ ব্যৱস্থা কৰাৰ কথা ভাবিয়েই মই কাম হাতত লৈছোঁ।

*সত্ৰীয়া নাচৰ ক্ষেত্ৰত নিৰ্ভাঁজ ৰূপ সংৰক্ষণ কৰাৰ এটা অসুবিধা আছে। অসমীয়া সত্ৰীয়া নাচৰ এটা একক ৰূপ দিবলৈ কিহৰ প্ৰয়োজন? বৰ্তমান মতভেদৰ মাজেৰে সত্ৰীয়া নাচ বাচি থাকিব বুলি ভাবেনে ?*

একোৰে প্ৰয়োজন নাই। এইটো একেবাৰে মিছা ভয়। কোনো অতি দুষ্ট মানুহে উলিওৱা ভয়। বৰগীত গাব নোৱাৰি কাৰণ বৰপেটাত বেলেগ—আশোৱাৰী মাজুলীতো বেলেগ। বেলেগ যদি বেলেগ। সবকেইটাই শিকা। কিবা কাৰণত সবকেইটাতে আঞ্চলিক প্ৰকাশ ঘটিছে। তেতিয়াহ'লে ভাৰতীয় সংগীতত ৰাজপুতনা ঘৰানা, মহাৰাষ্ট্ৰীয় ঘৰানা, বেঙ্গলী ঘৰানা (প্ৰশ্নবোধক কণ্ঠত) একেই ৰাগেই মানি লৈছে কিয়? আমাৰ ক্ষেত্ৰত আমি কিয় মানি ল'ব নোৱাৰোঁ বৰপেটা আৰু বৰদোৱাৰ আশোৱাৰীটোৰ অলপ ডিফাৰেন্স থাকিবই। সকলোৱে এটা হ'ব লাগে বুলি মই ভাবোঁ। এইটো এটা অসুবিধাই—মানুহে

বনোৱা অসুবিধাহে। এইটোকে ভয় খুৱাই দিয়া হয়।

*আঞ্চলিক ভেদাভেদ সুমাই দিয়া বুলি ক'ব খোজে ?*

অ' মিছাকৈয়ে।

আঞ্চলিক প্ৰকাশ নেতিবাচক নহয়, নট নিগেটিভ, গোৱালপৰীয়া ভাটীয়লিটো ৰংপুৰীয়া ভাটীয়লীতকৈ অলপ বেলেগ, সেই ক্ষেত্ৰত ভয় ভাব সুমুৱাই দিব নালাগে।

*এতিয়া আমি অলপ অইন কথালৈ আহোঁ। আপুনিতো 'অসম জনসাংস্কৃতিক পৰিষদ'ৰ সভাপতি? পৰিষদৰ মাজেৰে আপুনি কি কৰিব বিচাৰে ?*

হয়। ট্ৰাইবেল আমাৰ প্লেইন ট্ৰাইবেলৰ ভাল ভাল ল'ৰা-ছোৱালী, ভাল ভাল চিন্তাবিদ আদিয়ে মোক ক'লে, দাদা এনেকুৱা এটা কৰিলে কেনেকুৱা হয়। মই দেখিলোঁ তাত ছিনচিয়েৰ ৱৰ্কাৰ গাঁৱে-ভূঞে সোমাই আছে। একেবাৰে গাঁৱে-ভূঞে। তাত নামী-দামী শিল্পী নাই। কোনো কোনোৱে কয় ইহঁত বাওঁপন্থী—অতি বাওঁপন্থী। মই কিন্তু সকলো ধৰণৰ মানুহ পাইছোঁ, মই আছুৰ ল'ৰাও পাইছোঁ।

মোৰ ৰাইট নাই বা কাৰো ৰাইট নাই যে কাৰো ভিতৰখন এক্সৰে কৰি চাম। কাৰো ৰাইট নাই যে কাইলৈ মই কাক ভোট দিম তাৰ এক্সৰে কৰি চাব। সৃষ্টি আগকথা। ঠিক সেইদৰে যদি মই শ্ৰোতা পাওঁ, সাংস্কৃতিক কৰ্মী পাওঁ, তেওঁলোকে যদি শঙ্কৰদেৱ, জ্যোতিপ্ৰসাদৰ পৰম্পৰা ৰাখি সমন্বয়ৰ কাৰণে কাম কৰে তেতিয়াহ'লে মই তেওঁলোকৰ স'তে থাকিম। সেইটো উদ্দেশ্যৰেই মই পৰিষদৰ সভাপতি হৈছোঁ আৰু সন্মতি প্ৰকাশ কৰোঁতে মই লিখিছিলোঁ—মোৰ কেইটামান কনডিশ্যন আছে—কোনো দলীয় ৰাজনীতিৰ মানুহ বিষয়ববীয়া হ'ব নোৱাৰে আৰু মই বৰ ব্যস্ত কাৰণে অৰাজনৈতিক এক এক্টিভ সভাপতি বিচাৰিছিলোঁ। তেতিয়া আমি পালোঁ—গগন সোণোৱালক। তেখেত এজন খাচ অসমীয়া। খেতিয়ক শিল্পী। পালোঁ চাৰিওফালৰ বহুতো ডেকা-ল'ৰাক—মই কাকো সোধা নাই, তোমালোকৰ পলিটিক্স কি? তেওঁলোক একগোট হ'ব এটা কাৰণত—জাতি এটা জীয়াই থাকিবলৈ হ'লে সংস্কৃতিকো জীয়াই ৰাখিব লাগিব। আৰু সমন্বয়ৰ সূত্ৰবিলাক দেখুৱাই নিদিলে আৰ্থ-সামাজিক একো হ'ব নোৱাৰে বুলি ভাবোঁ কাৰণেই পৰিষদৰ স'তে কাম কৰিছোঁ। আজিলৈকে পৰিষদে যথেষ্ট কাম কৰিছে, এবছৰো হোৱা নাই, সমবায়ৰ প্ৰচেষ্টা চলাইছে চাৰিওপিনে আৰু মই কৈয়েই দিছোঁ, কোনেও ৰাজনীতি কৰিব নোৱাৰিব আৰু যিদিনাই সেয়া হ'ব সিদিনাই মই ৰিজাইন দিম। এইবুলি কৈ দিছোঁ।

*বৰ্তমানৰ আঞ্চলিক দলৰ ভূমিকা সম্পৰ্কে কি ভাবে ?*

মই খোলাখুলিকৈ লিখিছোঁ। যিহেতু এতিয়া ৰাজনীতি উলংগ হৈ গ'ল। ১৯৮০ৰ আৰম্ভণিতে আনুভূতিক আছিল। যাৰ ভুলৰ কাৰণেই নহওক কিয়, ৰাজনীতি এতিয়া উলংগ। আমি সমাধান বিচাৰিছোঁ সাংবিধানিকভাবে, বন্দুকেৰে নহয়, হিংসাৰে নহয়।

আন্দোলনকাৰীয়েও বিচাৰিছে অহিংসাৰ মাজেৰে। যদি সেইটোৱে হয় তেতিয়াহ'লে এইটো এটা ৰাজনৈতিক খেল। ৪০ বছৰ বয়সৰ তলৰ অসমবাসী যিখিনি বৈধ নাগৰিক আছে তেওঁলোক মিলি কিয় এটা ৰাজনৈতিক শক্তি গঢ়ি তুলিব নোৱাৰিব; যাৰ শিপা অসমত বা পূৰ্বভাৰতত থাকিব, যাৰ ফলমূলবোৰ পূৰ্বভাৰতে পাব, অসমে পাব—সেয়া কৰিলে একো মহাভাৰত অশুদ্ধ নহয়—দিল্লীৰ একো অপকাৰ নহয়। অন্ততঃ যদি হ'ব পাৰে—ইয়াতো আঞ্চলিক দল হ'ব পাৰিব। ইয়াত নেতিবাচক একো নাই। নেতিবাচক দেখিলে ৰাইজেই সেই দল ওফৰাই দিব। যদি তেনেকৈ সকলোৰে কাম্য আঁচনি এটা লৈ আগ বাঢ়িব পৰা যায় তেতিয়াহ'লে মই ভাবোঁ—(মাৰিছে-পিটিছে সব ৰাজনৈতিক ভাবেহে) বিধানসভাত সোমাই সেই আই জি পি জনক কাণত ধৰি লৈ যাব পাৰিব, অপজিশ্যনত থাকিলেও পাৰিব এয়া মোৰ ধাৰণা। বিধানসভাত যদি এজনো থাকে তেওঁৰ সাংবিধানিক পাৱাৰ আছে, তেওঁ আই জি পিজনক কাণত ধৰি সীমান্তত দেখুৱাই দিব পাৰে যে—চা আজি ৪০০০ (বিদেশী) সোমাইছে, তই কিয় মিছা কৈছিলি—নাই সোমোৱা বুলি। বিধান সভাৰ মানুহজনেহে পাৰিব, কাৰণ তেওঁ ল-মেকাৰ । গতিকে ৰাজনৈতিক ভাবে যুঁজিবলৈ হ'লে ৰাজনৈতিক শক্তি এটা গঢ়ি তুলিব পাৰে।

ইমান দিনে যিসকলে তেওঁলোকৰ প্ৰতি অন্যায় কৰি থকা বুলি ভাবি আহিছে — যিসকল বৈধ নাগৰিক—ধৰা এজন মৈমনচিঙীয়া ল'ৰা, সি বৰপেটাৰ অসমীয়া স্কুলত পঢ়িছে—সি যদি ভাবে আমাক খেদিবলৈ ওলাইছে, তাকো আমি আপোন কৰি ল'ব লাগিব। এটা আঁচনিৰ মাজেৰে একগোট হৈ যুঁজিব লাগিব—৪০ বছৰৰ তলৰ মানুহখিনিয়ে এইটো কৰিব পাৰে কিয়নো তেওঁলোকে তেজ দিছে, ত্যাগ কৰিছে— সকলো দিছে। মই ভাবোঁ, ৰাজনৈতিকভাৱে ফাইট কৰিব লাগিব, যদি আমি হিংসাৰ পথ নলওঁ।

***শইকীয়া মন্ত্ৰীসভা সম্পৰ্কে কি ভাবে ? এসময়ত ৰাজনীতিৰ স'তে আপুনি জড়িত আছিল কাৰণে সুধিছোঁ ।***

মই কোনো ৰাজনৈতিক উত্তৰ নিদিওঁ। মই ভাবোঁ জাপি দিয়া নিৰ্বাচনটো এটা হত্যাকাৰী নিৰ্বাচন। এই নিৰ্বাচনে কাক কি কৰিলে সেইবোৰৰ নিশ্চয় কমেণ্ট নালাগে, ৰাইট। অবৈধ, নিষ্ঠুৰ, সাং বিধানিক বাধ্যবাধকতাৰ নামত এনেকুৱা হত্যাকাৰী নিৰ্বাচন পৃথিৱীত হোৱা নাই। তাক মই ধিক্কাৰ দিছোঁ। তাৰ ফলত কি হৈছে তাক বিশ্লেষণ কৰিবলৈ গৈ মই সময় খৰচ নকৰোঁ।

***অসমৰ সমস্যা সম্পৰ্কে আপোনাৰ মতামত কি ?***

মই প্ৰকাশ কৰি আহিছোঁৱেই—অসমতো, অসমৰ বাহিৰতো, পূৰ্বভাৰতৰ যিখিনি নোপোৱাৰ বেদনা সি বিশ্বৰ দৃষ্টি আকৰ্ষণ কৰিছে। সেই সমস্যাৰ সমাধান হ'বই লাগিব। সমাধান হ'বই লাগিব আৰু সাংবিধানিকভাবে, গণতান্ত্ৰিকভাৱে সমাধান হ'ব লাগিব।

আন্দোলনৰ এটা ইতিবাচক দিশ হ'ল সমাজৰ কেৰোণবোৰ উদঙাই দিছে। মেকুৰী জোলোঙাৰ পৰা ওলাইছে। নতুন বাস্তৱ ওলাই পৰিছে। এই নতুন বাস্তৱক লৈ নতুন ধুনীয়া অসম গঢ়িব লাগিব।

*পশ্চিমবঙ্গৰ গায়িকা ৰুমা গুহ ঠাকুৰতাই আপোনাক সুবিধাবাদী বুলি কৈছে। কাৰণ কি ?*

মই উত্তৰ নিদিওঁ। বহুত বেঙ্গলী মানুহে তাৰ উত্তৰ দিছে। She is a chauvinist, pure Bengali chauvinist. She is not called now-a-days to sing because she became big by my songs. So she has tried to make me Assamese, you see, she is the worst specimen of Bengali. She does not know much Bengali culture as I know. মোৰ জনপ্ৰিয়তাই তেওঁক ঈৰ্ষান্বিত কৰিছে। I do'nt care for ultra Bengli or ultra Assamese. I donot care for any chauvinism. I helped her to become Ruma GuhaThakurta.

*ভাৰতীয় গণনাট্য সংঘৰ বিষয়ে আপোনাৰ মতামত ?*

গণনাট্য সংঘ এতিয়া ছেদেলি-ভেদেলি হ'ল। ভাঙি গ'ল। মহাৰাষ্ট্ৰ আৰু পশ্চিমবঙ্গতে কিছু আছে। সিও ভাগ ভাগ হ'ল। হেমাঙ্গ বিশ্বাসকে এতিয়া গণনাট্য সংঘলৈ নামাতে। বহুতে ৰাজনৈতিক বাধ্যবাধকতা ভাল নাপায়। শম্ভু মিত্ৰ, উৎপল দত্ত আদিয়ে ব্যক্তিগত লেভেলত কাম কৰি আছে।

*তেনেধৰণৰ নতুন অনুষ্ঠান গঢ়ি উঠিব নেকি ?*

জনসাংস্কৃতিক পৰিষদৰ দৰে অনুষ্ঠান গঢ়ি উঠাৰ সম্ভাৱনা আছে।

*কণ্ঠশিল্পীৰ সম্ভাৱনা দেখিছে নেকি ?*

দেখিছোঁ, বহুত দেখিছোঁ। ছোৱালীৰ ভিতৰত সুন্দৰ কণ্ঠৰ সন্ধান পাইছোঁ। আমাৰ দিনত ইমান নাছিল। ব্যাকৰণ শিকি অহা প্ৰতিভা দেখিছোঁ। বাহিৰলৈ পঠিয়াব লাগে। ৰাইজে-ৰজাই সহায় কৰিব লাগে। নতুন গীতিকাৰ, সুৰকাৰ আৰু কণ্ঠশিল্পীৰ এল. পি. উলিওৱাৰ প্ৰস্তাৱ দিছোঁ। মই বাৰু কন্ডাক্ট কৰি দিম। আছুৰ প্ৰতিনিধিকো কৈছোঁ।

*অসমত নিগাজিকৈ থকাৰ কথা ভাবিছে নেকি ?*

গুৱাহাটীত কুটীৰ এটা আছে; কিন্তু মই ঘূৰিয়েই ফুৰিব লাগে—এতিয়াও মোৰ গীত শুনিব বিচাৰে।

*মই সেই অৰ্থত প্ৰশ্ন কৰা নাই। বিভিন্ন সময়ত অসমৰ বাইজে আপোনাক নিজৰ মাজত বিচৰাৰ উমান পোৱা যায়। অসম আন্দোলনৰ সময়ছোৱাত আপোনাৰ নাম ওলাইছিল।*

সেই সময়ত মই এমেৰিকাত আছিলোঁ। আহোঁতে এমাহ পলম হৈছিল। খৰ্গেশ্বৰৰ শ্ৰাদ্ধৰ দিনা আহি পাইছিলোঁ।

মোক কাম লাগে—এনেয়ে থাকি কি কৰিম, মই বৰ অশান্ত মানুহ। তিনিদিন

ছুটী ল'লেই মোক পোকে কামুৰিবলৈ আৰম্ভ কৰে। মই ঘূৰি ফুৰিব লাগিব। ৰাইজৰ আহ্বানতে। সেই কাৰণেই মিউজিক কমপ্লেক্সৰ কথা ভাবিছোঁ, তেতিয়া কামত মন দিব পাৰিম। জানো, ধনী মানুহবোৰে কি কৰে।

*নতুন চিনেমা কিবা কৰাৰ কথা ভাবিছে নেকি ?*

'চিৰাজ' কৰিম বুলি ভাবিছোঁ। ফণী শৰ্মাকো সন্মান জনোৱা হ'ব। ইমান সুন্দৰ গল্প মই পোৱা নাই। টকা-পইচা যোগাৰ কৰি ঘোষণা কৰিম, সম্পূৰ্ণ নতুন শিল্পীক লৈ।

টকা-পইচা কেবাজনেও দিব খুজিছে। পিছে মোক এজনহে লাগে। কেবাজনো থাকিলে আৰ্টিষ্টিক স্বাধীনতাত হস্তক্ষেপ হয়। বহু কেবাজনো হয় (হাঁহি)। ফণী শৰ্মাৰ ছিনাৰিঅ'ৰ ওপৰত ভেটি কৰি চিত্ৰনাট্য ৰচনা কৰিম। তেতিয়া চলচ্চিত্ৰ থিয়েটাৰিট্ৰিকেল আছিল সংলাপপ্ৰধান। এতিয়া চিত্ৰধৰ্মী। 'চিৰাজ'ৰ দৰে ইমান সুন্দৰ গল্প মই ভাৰতীয় সাহিত্যত পঢ়া নাই। ছবিখন কৰোঁতে পূৰা অৰ্থ সংগ্ৰহ হ'লেহে কৰিম। ছেগা-চেৰোকাকৈ নকৰোঁ।

**দ্য ছেণ্টিনেল**, ৪ মাৰ্চ, ১৯৮৪

## আমাৰ জাতীয় জীৱনত কৰ্মসংস্কৃতিৰ অভাৱ

# হেমেন্দ্ৰ প্ৰসাদ বৰুৱা

'অলপতে আমাৰ কোম্পানীৰ বিষয়া বিচাৰি স্থানীয় আৰু বাহিৰৰ কাকতত বিজ্ঞাপন দিয়া হৈছিল। দৰমহা প্ৰশিক্ষণ কালত মাহে ৩৬০০.০০ টকা। অৰ্হতা অতি কমেও গ্ৰেজুৱেট। প্ৰশিক্ষণৰ শেহত দৰমহা আৰু বেছি হ'ব আৰু আন সা-সুবিধা আছেই। আমাৰ কোম্পানীৰ উদ্দেশ্য হ'ল উপযুক্ত লোকক ভাল দৰমহা আৰু নিৰাপত্তা আগ বঢ়োৱা। কিন্তু ২১জন যুৱকেহে দৰ্খাস্ত দিছিল। দুদিনৰ ইন্টাৰভিউত প্ৰথমদিনা মাথোঁ তিনিজন আৰু পিছদিনা ৫জন যুৱকহে উপস্থিত আছিল। কোনে কয়, আমাৰ ল'ৰাই কাম বিচাৰি হাবাথুৰি খাইছে। কিন্তু চৰকাৰী চাকৰি প্ৰাৰ্থীৰ পৰিসংখ্যা দেখিলে তবধ মানিব লাগে। ইন্টাৰভিউ দিয়া আঠজনৰ ভিতৰত আমি কেইজনমানক নিযুক্তি দিছোঁ। তেওঁলোক কামত কেইদিন থাকিব তাৰো নিশ্চয়তা নাই। এই দিনত ঘৰৰপৰা মাতি আনিতো কাকো চাকৰি দিব নোৱাৰি।'

'সেইবাৰ আমাৰ কোম্পানীৰ বিষয়া নিযুক্তিৰ ইন্টাৰভিউ হৈছিল যোৰহাটত। গুৱাহাটীত ইন্টাৰভিউ প্ৰাৰ্থী এজনৰ দেউতাক মোৰ ওচৰলৈ আহি অনুৰোধ কৰিলে, ইন্টাৰভিউ গুৱাহাটীতে লোৱাৰ ব্যৱস্থা কৰিব নোৱাৰিনে? ল'ৰাটো মাকক এৰি যোৰহাটলৈ যাবলৈ মন কৰা নাই। আপুনিয়ে কওক, এনে পৰিস্থিতিত আপুনি কি কৰিব। এনে পিতৃ-মাতৃ আৰু সন্তানৰ কৰ্ম স্পৃহাই জাতি এটাক আগ বঢ়াই নিব পাৰেনে? এনে অলেখ উদাহৰণ মই দিব পাৰোঁ।'

'আৰু শুনক এজন ব্যক্তিৰ পুত্ৰই চাকৰি পোৱাৰ খবৰ দি মোক ক'লে, 'ল'ৰাটিয়ে ছাউথত চাকৰি পাই জইন কৰিবলৈ গৈছে। মই পিছে তাক ৰিটাৰ্ন টিকেট এটা দি পঠিয়াইছোঁ কিয়নো তাৰ যে তাত মন নবহিব সেয়া মই ভালদৰে জানো।'

'আপুনি ক'ব পাৰে, এয়া প্ৰতিভাশালী বা চোকা, উপযুক্ত চাকৰি প্ৰাৰ্থী বা ধনী ঘৰৰ সন্তানৰ ক্ষেত্ৰতহে প্ৰযোজ্য; কিন্তু দিনে দিনে বাঢ়ি অহা স্কুল, কলেজ,

বিশ্ববিদ্যালয়ৰ পৰা পাছ কৰি উঠা মধ্যমীয়া অসংখ্য চাকৰি প্ৰাৰ্থীৰ এই মানসিকতা নাই বুলি ক'ব পাৰিবনে? তেওঁলোকৰ নিজকে উপযুক্তভাৱে গঢ়ি তোলাৰ বাবে ব্যক্তিগত চেষ্টা বা সামূহিক চেষ্টা আছেনে? সুন্দৰ দৰমহাৰ এটা ভাল চাকৰিৰ উদাহৰণ দিছোঁ—চাৰ্টিফিকেটত বাহিৰে উপযুক্ত কেইজন ষ্টেনোগ্ৰাফাৰ বা টাইপিষ্ট আমাৰ নিবনুৱাসকলৰ মাজৰ পৰা ওলাব? এনেবোৰ কামক কাম বুলিয়ে গণ্য কৰা নহয়। এই পৰিৱেশৰ বাবে মই কাকো দোষাৰোপ কৰা নাই। আমাৰ কৰ্মস্পৃহা বা ভোকেশ্বনেল দৃষ্টিভঙ্গীৰ অভাৱ।'

অসমৰ তীব্ৰ নিবনুৱা সমস্যাৰ বিষয়ে আলোচনা কৰোঁতে ৰাজ্যখনৰ এগৰাকী আগশাৰীৰ উদ্যোগপতিয়ে কৰা এই মন্তব্যক একদেশদৰ্শী বুলি সমালোচনা কৰাৰ সুৰুঙা থাকিলেও তেখেতৰ সুদীৰ্ঘ কৰ্মজীৱনৰ এই অভিজ্ঞতাই আমাৰ জাতীয় জীৱনৰ এক ভয়ঙ্কৰ প্ৰৱণতাক উন্মোচিত নকৰাকৈ থকা নাই। এসময়ৰ আকালো নাই ভঁৰালো নাই—মানসিকতাৰপৰা উদ্ভূত আমাৰ জাতীয় চৰিত্ৰত আয়াসলব্ধ এক স্বচ্ছল জীৱনৰ প্ৰতি মোহ, বিনা শ্ৰম, সাধনাহীনভাৱে অৰ্থ, নাম, যশ আৰু প্ৰতিপত্তি লাভৰ এক মানসিকতাৰ গঢ় দিছে। ঠিকা আৰু পাৰ্মিট বিক্ৰীৰ সংস্কৃতিয়ে এদিনতে ৰঘুমলাসদৃশ হোৱা এচাম লোকৰ আদৰ্শই জাতীয় জীৱনত প্ৰভাৱ বিস্তাৰ নকৰাকৈ থকা নাই। অৱশ্যে আনুষঙ্গিক অনগ্ৰসৰ অৰ্থনীতি আৰু ৰাজনৈতিক বৈষম্যই এই মানসিকতা বৰং তীব্ৰ কৰি তুলিছে। বিনা কষ্টে সকলো পোৱাৰ ভাবনা সপোনহে, বাস্তৱ নহয়।

এই নিয়মৰ ব্যতিক্ৰম অৱশ্যে আছে।

যোৰহাটৰ ঠেঙালৰ পৰা হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়লৈ কৰা এই সুদীৰ্ঘ পৰিক্ৰমাৰ কথা অসমীয়া সমাজৰ বাবে একপ্ৰকাৰ কল্পনাৰো অগোচৰ আছিল বুলি ক'ব পাৰি। এনে চিন্তা তেতিয়াৰ দিনত নিয়ম নহয়, ব্যতিক্ৰমহে। একাগ্ৰতা অধ্যৱসায় আৰু দূৰদৃষ্টি অবিহনে এনে পথত অসমীয়া লোকে সততকাই ভৰি নিদিয়ে। তেতিয়াৰ দিনত ব্যৱসায়-বাণিজ্য আৰু শিক্ষা-দীক্ষাত আগবঢ়া এমুঠিমান অসমীয়া পৰিয়ালৰ আত্মপ্ৰতিষ্ঠাৰ প্ৰচেষ্টা চলিছিল বৃটিছৰ ছত্ৰছায়াত। ঐতিহাসিক ভাবেই দুৰ্বল অসমীয়া মধ্যশ্ৰেণী গঢ় লোৱাৰ এই প্ৰাথমিক পৰ্যায়ত যিকোনো ক্ষেত্ৰতে প্ৰতিযোগিতা সম্ভৱ নাছিল। বাণিজ্যৰ ক্ষেত্ৰতো ই আছিল অবাস্তৱ; কিন্তু আত্মপ্ৰতিষ্ঠাৰ জৰিয়তে স্বদেশ-স্বজাতিৰ উন্নয়নৰ সপোনো যে এওঁলোকে দেখা নাছিল তেনে নহয়। ঠেঙালৰ প্ৰসিদ্ধ বৰুৱা পৰিয়াল আছিল এনে এক চিন্তাৰ উত্তৰাধিকাৰী। ঠেঙালৰ বিষ্ণুৰাম বৰুৱাই এই সপোনৰ ভেটি গঢ়িছিল। তেওঁৰ পুত্ৰ শিৱপ্ৰসাদ বৰুৱাই এই ভেটি সবল কৰি তুলিছিল। তাক

আৰু বিস্তৃতি দান কৰা যুৱকজনেই ১৯৪৭ চনত গৈ উপস্থিত হৈছিল হাৰ্ভাৰ্ড বিশ্ববিদ্যালয় চৌহদত। তাৰ বাবে তেওঁৰ কম সাধনা আৰু নিষ্ঠাৰ আৱশ্যক হোৱা নাছিল। ল'ৰাটিয়ে বিদ্যা অৰ্জনৰ বাবে ঠেঙালৰ নিজ গৃহৰ পৰা সাত বছৰ বয়সতে আঁতৰি আহিছিল। কোনো অসন্তুষ্টিৰ চিন নাছিল এই ল'ৰাটিৰ মুখত। পুলিচৰ চাকৰি কৰা পেহাকৰ সৈতেই ইখন ঠাইৰপৰা সিখন ঠাইলৈ স্কুল বাগৰি বাগৰি শেহত চিলেটৰ পৰা তেতিয়াৰ মেট্ৰিক পৰীক্ষাত কলিকতা বিশ্ববিদ্যালয়ৰ ভিতৰতে ৬ষ্ঠ স্থান লাভ কৰিছিল। তাৰ পিছত স্কটিছ চাৰ্চ কলেজৰ পৰা ১৯৪৬ চনত ইংৰাজীত সন্মানসহ স্নাতক ডিগ্ৰী লাভ কৰা খণ্ডীয়া পৰিয়ালৰ এই চফল ডেকাটি ঢাপলি মেলে হাৰ্ভাৰ্ডলৈ মাষ্টাৰ অব বিজনেছ মেনেজমেণ্টৰ দুবছৰীয়া পাঠ্যক্ৰমত ভৰ্তি হোৱাৰ বাবে। পাঠ্যক্ৰম শেষ কৰি আহি ২৩বছৰীয়া ডেকাজনে মন দিয়ে পৰিয়ালৰ ব্যৱসায় চাহখেতিত। স্কুল-কলেজীয়া জীৱনৰ মেধাবী ছাত্ৰ মুখামুখি হ'ল কঠোৰ বাস্তৱৰ। ১২বছৰ বয়সতে দেউতাকক হেৰুৱাই ডেকা ব্যৱসায়ীৰ বাবে ব্যৱসায়ত আগ বঢ়াৰ পথ আছিল কণ্টকাকীৰ্ণ। বাগিচাৰ অৱস্থা অতি শোচনীয়, হাতত মূলধনো নাই। পৰিস্থিতিয়ে যে উৎসাহী ডেকাগৰাকীক দোদুল্যমানতাত ৰখা নাছিল তেনে নহয়। তেওঁ চাকৰিত যোগ দিবলৈকো সাজু হৈছিল; কিন্তু ব্যৱসায়ৰ প্ৰত্যাহ্বানো তেওঁ গ্ৰহণ নকৰাকৈ থাকিব নোৱাৰে। শেহত যোগ-বিয়োগৰ সিদ্ধান্ত লয় তেওঁ।

ব্ৰিটিছ কোম্পানীৰ গ্ৰাসৰ পৰা নিজ বাগিচা ৰক্ষা কৰি পিতৃ-পুৰুষৰ ব্যৱসায়ক নতুন জীৱন দান কৰা এই ডেকাজনেই আজিৰ বিশিষ্ট উদ্যোগপতি হেমেন্দ্ৰ প্ৰসাদ বৰুৱা । মৃতপ্ৰায় ব্যৱসায় পুনৰ সঞ্জীৱিত কৰি এক বিশাল আয়তন দান কৰা বৰুৱাৰ উদ্যোগ আজি অসম, মুম্বাই উৰিষ্যালৈকে বিস্তৃত। আজি তেওঁৰ ব্যৱসায়ৰ বাৰ্ষিক টাৰ্ন অভাৰ ৩০কোটি টকা। তেওঁৰ মতে, সৰ্বভাৰতীয় উদ্যোগপতিৰ তুলনাত এয়া তেনেই সামান্য। বৰুৱা সম্প্ৰতি 'ইণ্ডিয়ান টি এছোচিয়েশ্বন'ৰ সভাপতি নিৰ্বাচিত হৈছে। উদ্যোগীৰূপে বৰুৱাৰ এই সাফল্য আৰু অসমৰ অৰ্থনীতি, ব্যৱসায়-বাণিজ্য সন্দৰ্ভত বৰুৱাৰ লগত হোৱা মত বিনিময়ত তেওঁ উল্লেখ কৰিছিল যে চুক ভেকুলীৰ মানসিকতা আঁতৰাই সপ্ৰতিভভাৱে আগ বাঢ়িলে অসমৰ উন্নয়ন সম্ভৱ।

ইণ্ডিয়ান টি এছোচিয়েশ্বনৰ দৰে সন্থাৰ গুৰুত্বপূৰ্ণ পদবীত থকা কালত টি হেড কোৱাৰ্টাৰ অসমলৈ স্থানান্তৰ কৰাৰ ক্ষেত্ৰত বৰুৱাৰ ভূমিকা কি হ'ব বুলি সোধাত তেওঁ কৈছিল — 'বহুদিনীয়া এই দাবীৰ বাবে যাতে মযো লাগিব পাৰোঁ তাৰ বাবে মই এক আবেদন জনাওঁ যে কি কাৰণে টি হেড কোৱাৰ্টাৰ অসমলৈ

আনিলে আমাৰ সুবিধা হ'ব তাৰ বিস্তৃত আৰু যুক্তিযুক্ত কাৰণ দাবীদাৰ আৰু সমৰ্থকসকলে দাঙি ধৰক। মই ব্যক্তিগতভাৱে বিশ্বাস নকৰোঁ যে আৰ্থিক বা কৰ্মসংস্থানৰ দিশত আমি বৰ লাভৱান হ'ম।'

***কিয়, আন ৰাজ্যই পাই থকা ৰাজহ অসমে নাপাব জানো?***

'সেয়া বহু পুৰণি কথা। আজিকালি ব্যৱসায় য'ৰ পৰা হয় সেই ৰাজ্যই কৰ পায়, হেড কোৱাৰ্টাৰ লৈ কোনো কথা নাই। আৰু চাকৰি-বাকৰি বৰ বেছি নোলাব। অটোমেশ্বনৰ দিনত কামৰ বাবে বেছি লোকৰ দৰ্কাৰ নাই। বিশেষভাৱে প্ৰশিক্ষিত কিছু লোকেই সেই কাম পাব। তেনে ক্ষেত্ৰত বিশেষভাৱে প্ৰশিক্ষিত থলুৱা বা বাহিৰৰ লোকেও তেনে কাম পাব; কিন্তু সমস্যা হ'ল মজলীয়া বুদ্ধি-বৃত্তিৰ নিবনুৱাসকলৰ। হেড কোৱাৰ্টাৰ ইয়ালৈ আনকেই বা নানকেই তেওঁলোকৰ সমস্যা সমস্যা হৈয়ে থাকিব। হেড কোৱাৰ্টাৰ স্থানান্তৰৰ দাবীত যুক্তিতকৈ আৱেগৰহে বেছি প্ৰাধান্য বুলি মোৰ ধাৰণা।'

সুদীৰ্ঘ দিন ব্যৱসায় কৰাৰ অভিজ্ঞতাৰে সমৃদ্ধ বৰুৱাই অনুভৱ কৰে— 'আমাৰ জাতীয় জীৱনত কৰ্ম-সংস্কৃতিৰ অভাৱ। আৰু অভাৱ বহল পৃথিৱীৰ লগত মুখামুখি হোৱাৰ মানসিকতা। পৰম্পৰাগতভাৱে ঘৰতে সোমাই থাকি আকালো নথকা ভঁৰালো নথকা আমাৰ মানুহৰ বাবে ব্যৱসায়, উদ্যোগ, প্ৰতিযোগিতাৰ মনোভাব বৰ দূৰৰ বস্তু। ফলত প্ৰয়োজনীয় অৰ্থত ব্যৱসায় বা বাণিজ্যৰ ক্ষেত্ৰত অসমীয়াসকল পিছ পৰি আছে, বাহিৰৰ জগতত কি ঘটিছে তাৰ ভু নৰখাকৈ কেৱল আনক জগৰীয়া কৰাৰ মনোভাবে সামগ্ৰিকভাৱে জাতিটোকে দুৰ্বল কৰিছে। সকলোতকৈ গুৰুত্বপূৰ্ণ কথা হ'ল পৰিয়াল আৰু ঘৰখন। সামৰ্থবান যুৱক-যুৱতীকো আমাৰ পিতৃ-মাতৃয়ে ডেউকাৰ আঁৰত ৰাখিব বিচৰাৰ প্ৰৱণতাই আমাৰ বিকাশ বহুদূৰ বাধাগ্ৰস্ত কৰি তুলিছে।'

চান্দমাৰীৰ 'বৰুৱাজ্ এণ্ড এছোচিয়েটছ'ৰ কাৰ্যালয়ত বহি কথা পতা বৰুৱাক এই প্ৰসঙ্গত সোধা হৈছিল ঃ

***অসমীয়া হৈয়ো আপুনিতো ব্যৱসায়ত যথেষ্ট উন্নতি কৰাই নহয়, সাফল্যৰো গৰাকী হৈছে। এই সাফল্যৰ কাৰণ কি?***

'পাৰিবাৰিক ব্যৱসায় চলোৱাৰ বাবে বিশেষ কোনো প্ৰতিভাৰ দৰ্কাৰ নাই। কিন্তু কঠোৰ শ্ৰম, শৃংখলা আৰু নিয়মানুৱৰ্তিতাৰ প্ৰয়োজন। ব্যৱসায় চলাবলৈ গৈ আপুনি যদি নিজেই নিয়মানুৱৰ্তিতা নামানে, তেনেহ'লে আপোনাৰ কৰ্মচাৰীয়ে ইফাল-সিফাল কৰিবই। আমাৰ আজিৰ ব্যৱসায় এই পৰ্যায়ত উপনীত হোৱাৰ মূল কাৰণো এয়াই।'

এই উত্তৰে আমাৰ খু-দুৱনি মাৰ নিয়াব নোৱৰাৰ বাবেই বৰুৱাৰ জীৱনৰ আদিছোৱাৰ বিষয়ে আমি কৌতূহলী হ'লোঁ। সকলো সূত্ৰৰূপৰাই জনামতে সৰুতে পেহাকৰ লগত থকা বৰুৱাৰ ল'ৰালিৰ সময়ছোৱা কাটিছিল কঠোৰ শৃংখলা আৰু নিয়মানুবৰ্তিতাৰ মাজেৰে। কিন্তু ব্যৱসায়ৰ বাবে নিশ্চয় পৰিয়ালে পথ প্ৰশস্ত কৰি থৈছিল। এই ধাৰণাৰ বাবেই হাৰ্ভাৰ্ডৰ পৰা উভতি অহা বৰুৱাৰ সময়ৰ অসমৰ চাহ উদ্যোগৰ বিষয়ে কিছু জনা দৰ্কাৰ। তেতিয়া অসমৰ চাহ উদ্যোগ পূৰামাত্ৰাই বিদেশী কোম্পানিৰ হাতত আৰু উত্তৰ-স্বাধীনতা কালত বিদেশী কোম্পানিৰ সলনি চাহ উদ্যোগত অসমৰ বাহিৰৰ লোক সোমাই পৰে। এনে এক সন্ধিক্ষণত বহু অসমীয়া পৰিয়ালৰ চাহ ব্যৱসায় থানবান হয়। বৰুৱাৰ পাৰিবাৰিক ব্যৱসায়ৰ অৱস্থাও আছিল তথৈবচ ; কিন্তু খঙীয়া বৰুৱা পৰিয়ালৰ সেই উদ্যোগক সাৰ-পানী দি আজিৰ অৱস্থাত উপনীত কৰোৱা ব্যক্তিগৰাকীও কিন্তু বৰুৱাই। কিন্তু মূলধন?

বৰুৱাৰ মতে মন কৰিলেই চন। জবৰ্তমান অৰ্থ বা মূলধন এক সমস্যা নহয়। কিয়নো বৰ্তমান মূলধন যোগানৰ বাবে বেংকক আদি কৰি বিভিন্ন প্ৰতিষ্ঠান আছে আৰু তেনে প্ৰতিষ্ঠানেই বিত্তৰ যোগান ধৰে।

*তেনেহ'লে দায়ী কি ?*

'আমি অসমীয়া নহওঁ দুখীয়া, মনোভাব আৰু আনে আমাৰপৰা সকলো কাঢ়ি নিয়া বুলি ভবা মানসিকতা। এই মনোভাবে আমাৰ জাতীয় জীৱনত নিগৃহীতৰ মানসিকতাৰ জন্ম দিছে আৰু ইমান দ-লৈকে শিপাইছে যে ই হীনমান্যতাতো ভোগাইছে। ফলত আনৰ লগত ফেৰ মাৰি আমি আত্মপ্ৰতিষ্ঠাৰ পথ মোকলাব পৰা নাই।'

***অ-সম অৰ্থনৈতিক বিকাশৰ বাবেই এনে পৰিস্থিতিৰ উদ্ভৱ হোৱা বুলি আপুনি নাভাবেনে? আৰু আমাৰ কৰ্মসংস্কৃতিকো এনে এক পিছপৰা পৰিস্থিতিয়ে নিয়ন্ত্ৰণ কৰা নাই জানো?***

'কিন্তু ঐতিহাসিক অপ্ৰতিৰোধ্যতাক মানি চলিলেই জানো হ'ব! বা লোকৰ ওপৰত দোষ জাপি হাত সাবটি বহি থাকিলে হ'বনে? আমাৰ অৰ্থনীতি গঢ়ি তোলাৰ বাবে নিজাববীয়াকৈ প্ৰচেষ্টা চলোৱাৰ জানো প্ৰয়োজন নাই ? ইয়াৰ বাবে প্ৰেৰণা আৰু উদ্যমৰ প্ৰয়োজন। কিন্তু আমাৰ মানসিকতাক সামগ্ৰিকভাৱে 'আনে শেষ কৰি দিয়া'ৰ ভাবনাই গ্ৰাস কৰি আছে। এই মানসিকতাৰপৰা উদ্ধাৰ নাপালে নিস্তাৰ নাই।'

'মই মানি লৈছোঁ সমস্যা আছে। কিবা এটা কৰাৰ ক্ষেত্ৰত বাধা থাকিবই, তাতে এই অঞ্চল উদ্যোগৰ বাবে অনুকূল নহয়। যাতায়াত আৰু সৰবৰাহৰ অসুবিধা,

বিজুলী শক্তিৰ অসুবিধা, ৰঙা ফিটাৰ মেৰপাক এনে এশ-এবুৰি সমস্যা আছে। তদুপৰি আমাৰ দুৰ্বলতাক গাপ দি ৰখাৰ বাবে আজি আমি এই পৰ্যায়ত উপনীত হৈছোঁ।'

বৰুৱাৰ কণ্ঠত আত্মবিশ্বাসৰ সুৰ। কঠোৰ অধ্যৱসায়, দূৰদৃষ্টি আৰু সপ্ৰতিভতাৰে ঠেঙালৰ উদ্যোগ বোম্বাইলৈকে বিস্তৃত কৰা বৰুৱা পুৱা সাত বজাৰ পৰা নিশা ১২ বজালৈকে কামত ব্যস্ত থাকে। তেওঁৰ মতে, পৰিশ্ৰম আৰু শৃংখলা অবিহনে প্ৰতিষ্ঠা সম্ভৱ নহয়। সময়ৰ শৰ সময়ত মাৰিব জানিলেহে ফল পোৱা যায়।

***আপোনাৰ ব্যৱসায় বহলোৱাৰ ক্ষেত্ৰত অসমৰ বাহিৰৰ ডাঙৰ উদ্যোগপতিৰ পৰা কাহানিও বাধা পোৱা নাইনে? বা প্ৰতিযোগিতাত টিকি থাকিবলৈ অসুবিধাৰ সন্মুখীন হোৱা নাইনে ?***

মই যদি কেতিয়াবা বাধা পাইছোঁ সেয়া অসমীয়াৰ পৰাহে, আনৰ পৰা নহয়। আত্মবিশ্বাস থাকিলে প্ৰতিযোগিতাত টিকি থকাটো কঠিন নহয় আৰু ব্যৱসায়ত সাময়িক উত্থান-পতন থাকিবই। অসমীয়া বুলি মই কোনো ক্ষেত্ৰতে বাধা পোৱা নাই। আমাৰ উৰিষ্যাৰ প্ৰজেক্টৰ কথাকে ধৰক—সেই উদ্যোগৰ বাবে দুখন বিদেশী ফাৰ্মো আগ বাঢ়ি আহিছিল, কিন্তু কামটো শেহত আমিয়েই পালোঁ।

***অসমৰ এগৰাকী বিশিষ্ট উদ্যোগপতি হিচাপে আমাৰ অৰ্থনৈতিক আৰু সামাজিক জীৱনত দেখা দিয়া এই সমস্যাবোৰ সমাধানৰ ক্ষেত্ৰত আপোনাৰ পৰামৰ্শ কি ?***

মোৰ বোধেৰে আমাৰ মানসিকতাৰ সলনি অবিহনে সহজে সমস্যা সমাধান কৰাৰ কোনো কেপছুল নাই। পৰম্পৰাগতভাবে চলি অহা আমাৰ এই জীৱনধাৰা আৰু দৃষ্টিভঙ্গীৰ আঁৰৰ কেৰোণ কি তাক চিনাক্ত কৰি এক কৰ্মমুখী সংস্কৃতিৰ বাবে কঠোৰ শ্ৰমৰ প্ৰয়োজন ; কিন্তু প্ৰথমতে আমাৰ দুৰ্বলতা কি তাক জানিব লাগিব।

***এনে এক সন্ধিক্ষণত অসমৰ আগশাৰীৰ এগৰাকী উদ্যোগপতি হিচাপে আপোনাৰো যে এক ভূমিকা আছে তাক অস্বীকাৰ কৰিব নেকি ?***

'নকৰোঁ। মই কামত বিশ্বাস কৰোঁ। বক্তৃতাত নহয়। ইতিমধ্যে কোৱা মানসিকতাৰ বাবে আমাৰ ডেকাসকলক মই দোষাৰোপ কৰিব বিচৰা নাই। পৃথিৱী বা ভাৰতৰ আন ঠাইৰ যুৱকতকৈ আমাৰ যুৱকসকল সম্ভাৱনাৰ দিশৰ পৰা কোনো গুণে হীন নহয়। মাথোঁ তেওঁলোকৰ আত্মবিশ্বাস জাগ্ৰত কৰি এক কৰ্মযজ্ঞ আৰম্ভ কৰিব লাগিব। মই আমাৰ যুৱকসকলৰ লগত মত বিনিময় কৰিব বিচাৰোঁ।

তেওঁলোকক বুজাৰ চেষ্টা কৰিব খোজোঁ বা মোৰ অভিজ্ঞতাৰ ভাগো তেওঁলোকক দিব বিচাৰোঁ আৰু এই দায়িত্ব পালনৰ বিষয়ে মই নভবাকৈ থকা নাই। আমাৰ উদ্যোগ আজি এনে এক পৰ্যায়ত উপনীত হৈছে আৰু শৃংখলাবদ্ধ এনে এক

অৱস্থাত আছে যে মই সেইফালে চকু নিদিলেও ই চলি থাকিব। ইয়াৰ মাজতে সময় উলিয়াই মই আমাৰ যুৱকসকলৰ মাজলৈ অহাৰ চেষ্টাত আছোঁ।

**শ্ৰীময়ী**, ১৬-১৭ জানুৱাৰী, ১৯৯২।

*সঙ্গীতৰ জৰিয়তে মই এখন*
*সুন্দৰ জগতৰ সন্ধান কৰিছোঁ*

# দিলীপ শৰ্মা

***শাস্ত্ৰীয় সঙ্গীতৰ ঘৰাণা পৰম্পৰাৰ বৰ্তমান প্ৰাসঙ্গিকতা কি? আপুনি কোন ঘৰাণাৰ শিল্পী?***

আদিম কালত মানুহে কৰা শ্ৰমৰ ছন্দৰপৰাই সঙ্গীতৰ সৃষ্টি হৈছিল। সেই ছন্দক পাছলৈ সুৰ, কথা আৰু নৃত্যৰ লগত সংযোগ সাধন কৰিহে সঙ্গীতৰ বিকাশ ঘটাইছিল। প্ৰথমছোৱাত মানুহৰ মুখে মুখে স্বতঃস্ফূৰ্তভাৱে ওলোৱা লোকসংগীতৰহে প্ৰচলন আছিল। পাছতহে তাৰ পৰা উচ্চাঙ্গ বা শাস্ত্ৰীয় সংগীত প্ৰসাৰিত হয়।

প্ৰাচীন কালত শাস্ত্ৰীয় সংগীত আছিল গুৰুমুখী বিদ্যা। অৰ্থাৎ গুৰুৰ পৰা শিকা বিদ্যাই শিষ্যৰ মুখত পৰম্পৰাগতভাৱে চলি আহিছে। কাৰণ, সেই সময়ত সংগীতৰ পুথি নাইবা স্বৰলিপিৰ প্ৰথা আছিল। সেয়ে, সঙ্গীতত কোনোবা এজন পাৰদৰ্শী গুৰুৰ বিশেষ এক গায়ন-বায়ন বা নতুন পদ্ধতিয়েই এটি ঘৰাণা হিচাপে পৰিচিত হৈছিল। গতিকে, সংঙ্গীতৰ লগতে ঘৰাণা শব্দটো ওতপ্ৰোতভাৱে জড়িত আছিল। সেয়া নহ'লে সংঙ্গীতৰ গায়ন-বায়ন-নৰ্তন-শৈলীত কোনো বৈচিত্ৰ্য নাথাকিলেহেঁতেন।

মই কোনো বিশেষ ঘৰাণাৰ শিল্পী বুলি দাবী নকৰোঁ।

***একে শাস্ত্ৰীয় সঙ্গীতৰ ভিন ভিন ঘৰাণাৰ ষ্টাইলো বিভিন্ন হোৱাৰ কাৰণ কি ?***

বিভিন্ন ঠাইত বিভিন্ন শিল্পীয়ে জন্মগ্ৰহণ কৰি সেই ঠাইৰ পাৰিপাৰ্শ্বিকতাৰ মাজত ডাঙৰ-দীঘল হৈ সেই অঞ্চলৰ কঠিত ভাষাৰ শব্দ আৰু সুৰক অনুসৰণ কৰি তাক নিজস্ব উশাহেৰে আন্দোলিত (modulation) কৰাৰ পাছত স্বকীয় বৈশিষ্ট্যৰে গীত গালে তেওঁৰ নিজা এটা পদ্ধতিয়ে গঢ় লয়। সেইটোকে শিষ্যসকলে ভাল পাই অনুক্ৰমে শিকি থাকিলে সেই গুৰুজনাৰ নিজস্ব এটা ঘৰাণাৰ সৃষ্টি হয়। বিভিন্ন ঠাই আৰু বিভিন্ন গুৰুৰ দ্বাৰা বায়ন আৰু নৰ্তনৰ ক্ষেত্ৰতো প্ৰায় একে কথাকে খাটে। সেয়ে, শাস্ত্ৰীয় সঙ্গীতত একে ৰাগ-ৰাগিণী গালে বা বজালেও বেলেগ বেলেগ ঠাইত আৰু বেলেগ

বেলেগ গুৰুৰ ওচৰত প্ৰকাশভংগী বেলেগ হয়।

*হিন্দুস্থানী আৰু কৰ্ণাটকী শাস্ত্ৰীয় সঙ্গীতৰ পাৰ্থক্য কি ?*

অতি প্ৰাচীন কালত হিন্দুস্থানী আৰু কৰ্ণাটকী—এই দুটা পদ্ধতিয়েই এক আছিল বুলি জনা যায়; কিন্তু কালক্ৰমে ঐতিহাসিক পট পৰিৱৰ্তনৰ ফলত, বিশেষকৈ মুছলমান যুগত আল্লাউদ্দিন খিলজিৰ শাসন কালত সঙ্গীতজ্ঞ আমীৰ খুচৰুৰ (১২৯৬—১৩১৬ খ্ৰী.) সময়ৰপৰাই হিন্দুস্থানী শাস্ত্ৰীয় সংগীতে এটি নতুন ৰূপ ধাৰণ কৰে। সেয়ে, দক্ষিণ ভাৰতৰ কৰ্ণাটকী সঙ্গীতৰ লগত সেই সময়ৰপৰাই এটা পাৰ্থক্য প্ৰকট হৈ পৰে। যেনে, হিন্দুস্থানী সঙ্গীতত গীত, বাদ্য, নৃত্য আদিৰ বাবে তবলা, পাখোৱাজ আদি ব্যৱহৃত হয় আৰু কৰ্ণাটকী সঙ্গীতত ঘটম্ আৰু মৃদঙ্গম আদিৰ প্ৰচলন আছে। দুয়োটা পদ্ধতিৰ স্বৰপ্ৰবাহ আৰু ভাষিক বৈষম্যই ইয়াৰ ভিন্নতা প্ৰকাশ কৰে। কৰ্ণাটকী সঙ্গীতত গমকৰ প্ৰাধান্য বেছি আৰু হিন্দুস্থানী সঙ্গীতত নিজস্ব ভাব আৰু সুৰৰ মাজেৰে বিস্তাৰ কৰাত গুৰুত্ব দিয়ে।

*অসমত শাস্ত্ৰীয় সঙ্গীতৰ উল্লেখযোগ্য পৰম্পৰা আছেনে ? আছে যদি তাৰ প্ৰভাৱ সীমিত নেকি ? যদি নাই তাৰ কাৰণ কি বুলি ক'বনে ?*

অসমত শাস্ত্ৰীয় সঙ্গীতৰ উল্লেখযোগ্য পৰম্পৰা আছে বুলি আমি বাৰুকৈ নাজানো। তথাপি শ্ৰীমন্ত শঙ্কৰদেৱৰ কালছোৱাৰপৰা বৰগীতৰ মাজেৰেহে কিছু শাস্ত্ৰীয় সঙ্গীতৰ ধাৰাৰ প্ৰয়োগ হৈছে বুলি ক'ব পাৰি। তাৰে অনুক্ৰম হিচাপে লক্ষ্মীৰাম বৰুৱাদেৱৰ শাস্ত্ৰীয় সঙ্গীত চৰ্চাৰ কথা প্ৰাসঙ্গিকভাৱে উনুকিয়াব পাৰি; কিন্তু আনপিনে অসমক লোকসঙ্গীতৰ এটি ভঁৰাল বুলি ক'লেও অত্যুক্তি কৰা নহয়। ইয়াৰ বাৰে-বৰণীয়া লোকসঙ্গীতে মানুহৰ মন মোহিত কৰাৰ বাবে হয়তো শাস্ত্ৰীয় সঙ্গীতৰ প্ৰতি ধাউতি কম বুলি অনুমান হয়। অৱশ্যে বৰ্তমান সময়ত শাস্ত্ৰীয় সঙ্গীত-চৰ্চাৰ প্ৰতি তৰুণ-তৰুণীৰ এটা হাবিয়াস লক্ষ্য কৰা গৈছে।

*বৰগীত শাস্ত্ৰীয় সঙ্গীতৰ ভিতৰুৱা নেকি ? যদি নহয় কিয় ? সত্ৰবিশেষে বৰগীতৰ গায়কীও বেলেগ বেলেগ কি কাৰণে ?*

শঙ্কৰদেৱে সৃষ্টি কৰা বৰগীতৰ বাবে শাস্ত্ৰীয় সঙ্গীতৰ পৰা সমল গোটাইছিল যদিও ই অসমৰ লোকসংগীতৰ লগ লাগি এক নতুন সঙ্গীতৰ ৰূপ দিছে আৰু সিয়ে বৰগীত নামে পৰিচিত হৈছে। শঙ্কৰদেৱে প্ৰবৰ্তন কৰা ৰাগ-ৰাগিণী আৰু তালসমূহ উচ্চ পৰ্যায়ৰ আৰু বৰগীতক হিন্দুস্থানী ধ্ৰুপদৰ সমপৰ্যায়ৰ বুলি মত পোষণ কৰিব পাৰি; কিন্তু শঙ্কৰদেৱৰ তিৰোধানৰ পাছত বৰগীত অসমৰ বিভিন্ন সত্ৰসমূহৰ দ্বাৰা প্ৰচাৰিত হৈছিল। ইপিনে, কমলাবাৰী, বৰদোৱা আৰু বৰপেটা আদি প্ৰধান সত্ৰবোৰত বৰগীতৰ সুৰবোৰ বিভিন্ন পাৰিপাৰ্শ্বিকতাৰ মাজত থাকি আৰু সেই ঠাইৰ চলিত ভাষাৰ বৈষম্যৰ বাবে বৰগীত গোৱাৰ পদ্ধতি বিভিন্ন সত্ৰত বিভিন্ন ধৰণে প্ৰকাশ পাইছে। ইয়াৰ

প্ৰধান কাৰণ, সেই সময়ত বৰগীতৰ স্বৰলিপিৰ পুথিৰ প্ৰবৰ্তন হোৱা নাছিল।

***ৰবীন্দ্ৰ সঙ্গীত আৰু জ্যোতি সঙ্গীতৰ আপুনি একান্ত শিল্পী। আপোনাৰ মতে ৰবীন্দ্ৰ সঙ্গীতৰ দৰে জ্যোতি সঙ্গীতো স্বতন্ত্ৰ সঙ্গীত নেকি ?***

ৰবীন্দ্ৰ সঙ্গীতৰ দৰে জ্যোতি সঙ্গীতৰো এটা স্বকীয় বৈশিষ্ট্য আছে; কিন্তু বিশেষ এটি সঙ্গীত আখ্যা দিবলৈ হ'লে তাৰ ব্যাকৰণ সংক্ৰান্ত দিশবোৰ চালি-জাৰি চাব লাগে। অৱশ্যে এই কথাটো পণ্ডিতসকলৰ বিচাৰ্য বিষয়।

***জ্যোতি সঙ্গীত কি বৈশিষ্ট্যৰ বাবে অসমীয়াৰ ইমান আপোন বুলি ভাবে ? অসমীয়া মন জ্যোতি সঙ্গীতত কিদৰে প্ৰতিফলিত হৈছে ?***

জ্যোতি সঙ্গীত অসমীয়াৰ অতি আপোন। কাৰণ, জ্যোতি সঙ্গীতত অসমৰ থলুৱা গীত-মাতৰ সুৰৰ উপৰি গীতৰ কথাংশৰ গভীৰতাও প্ৰণিধানযোগ্য। জ্যোতিপ্ৰসাদৰ মতে, অসমৰ সাংস্কৃতিক বিকাশত নিজা বৈশিষ্ট্য থকাৰ লগতে এটি বিশ্বমুখী মনৰ প্ৰতিবিম্বও থাকিব লাগিব। তেওঁ কৈছিল, 'আমাৰ মনটোক কেৱল লুইতৰ বৰ চাপৰিত এৰাল দি থ'লে আমাৰ মনটোও অসমৰ গৰুৰ দৰে টিলিকা হৈ থাকিম।' অৱশ্যে এই কথা তেওঁ নিজস্ব ঐতিহ্য বিসৰ্জন দি সংস্কৃতিৰ সমন্বয় কৰিবলৈ কোৱা নাছিল। ইয়াৰ উপৰি দেশৰ পৰাধীনতাৰ শিকলি ছিঙিবলৈ মানুহক উজ্জীৱিত কৰাৰ যি মহৎ বাণী আৰু দুখীয়া ৰাইজৰ প্ৰতি যি গভীৰ সমবেদনা ব্যক্ত হৈছে সিয়েই তেওঁৰ গীতবোৰক আৰু মহান কৰি তুলিছে।

***জ্যোতি সঙ্গীতৰ দৰে অসমীয়াৰ প্ৰাণস্পৰ্শী বৈভৱৰ দ্বাৰা বৰগীতো সমৃদ্ধনে ?***

বৰগীতো প্ৰতি অসমীয়াৰ অন্তৰত সোমাই আছে। অসমীয়া উচ্চাঙ্গ সঙ্গীতৰ আৰ্হি বৰগীততহে পোৱা যায়। বৰগীতৰ তালবোৰৰ সমতুল্য অসমৰ অইন কোনো গীতিকাৰৰ সঙ্গীতত পোৱা নাযায়। বৰগীত ভালদৰে চৰ্চা কৰি অসমীয়াই হেলাৰঙে বহিৰ্বিশ্বত গৌৰৱেৰে প্ৰদৰ্শন কৰিব পাৰে।

***ৰাগপ্ৰধান বৰগীতক ভিত্তি কৰি এক বিকশমান সঙ্গীত পৰম্পৰা অসমত গঢ়ি নুঠাৰ কাৰণ কি ?***

বৰ্তমান কালত নতুন পুৰুষক বিদেশী সঙ্গীতৰ প্ৰতি বেছিকৈ আকৰ্ষিত হোৱা দেখা যায়। বিদেশী সঙ্গীতৰ আৰু লগতে ভাৰতীয় বোলছবিৰ হিন্দী গীতবোৰৰ কেছেটসমূহৰ অসমত হোৱা বিক্ৰীলৈ চাই এই কথা প্ৰতীয়মান হয়। বৰগীতক বিজ্ঞানসম্মতভাৱে চৰ্চা কৰাৰ প্ৰৱণতা উঠি অহা যুৱক-যুৱতীৰ মাজত বৰকৈ দেখা নাযায়। ইয়াৰ অইন এটা কাৰণ হ'ব পাৰে যে বাৰে-মিহলি সুৰৰ আধুনিক গীতবোৰত লাগি থাকিলে সোনকালে বোলছবি, দূৰদৰ্শন, কেছেট আদিত অংশ গ্ৰহণ কৰিব পাৰি আৰু উপাৰ্জনো কৰিব পাৰি। তদুপৰি বিভিন্ন সত্ৰসমূহৰ দ্বাৰা বৰগীতৰ বিভিন্ন সুৰ

পৰিৱেশিত হৈ থকাত ই বৰগীতৰ বিকাশত অন্তৰায় স্বৰূপ হৈ আছে।

***সম্প্ৰতি দেখা গৈছে যে সঙ্গীত প্ৰীতিয়ে এক উত্তেজক পৰ্যায় পাইছে। ইয়াৰ কাৰণ কি বুলি ভাবে ?***

ধনৰ পিপাসাই অইন সকলো কথাকে পিছ পেলায়। সেয়ে, ধনী পুঁজিপতিয়ে সঙ্গীতক উত্তেজক পৰ্যায়লৈ নি মানুহৰ মনক বিকৃত কৰি ধন ঘটে। হিন্দী বোলছবিৰ সৰহ ভাগতেই এনে সঙ্গীতৰ প্ৰাধান্য লক্ষ্য কৰা যায়।

***আজিৰ ডেকা-গাভৰুৰ মাজত শাস্ত্ৰীয় সঙ্গীততকৈ ফিল্মৰ গীত, পশ্চিমীয়া পপ সঙ্গীত আদিৰ জনপ্ৰিয়তাহে বাঢ়িছে। ই ক্ষতিকৰ প্ৰৱণতা নেকি ?***

ই ক্ষতিকৰ নে লাভজনক তাক পোনে পোনে ক'ব নোৱাৰিম; কিন্তু সাহিত্যত ৰামায়ণ-মহাভাৰত পঢ়াৰ দৰে দেশৰ নিজস্ব সঙ্গীতক জনাৰ প্ৰয়োজন নিশ্চয় আছে। পশ্চিমীয়া পপ সঙ্গীত ভালকৈ শিকি লৈ তাক ব্যৱহাৰ কৰিলে আমাৰ ক'বলগীয়া একো নাই। কাৰণ, Music is the hidden arithmatical exercise of mind অঙ্কটো শুদ্ধকৈ কৰিব নোৱাৰিলে সি ভুল হ'বই। তেনেদৰে ভিন ভিন দেশৰ সঙ্গীতক সঠিকভাৱে অনুধাৱন কৰিব নোৱাৰিলে ই যে এটা বিকৃত ৰূপ ল'ব সি সঁচা কথা।

***অসমীয়া সঙ্গীতৰ বৰ্তমান আৰু ভৱিষ্যৎ সম্পৰ্কে আপোনাৰ মত কি ?***

বৰ্তমান সময়ত চলি থকা সকলোধৰণৰ বিকৃতি বা বাধা-বিঘিনি নেওচি শেষত অসমীয়া সঙ্গীতে যে বিকাশ লাভ কৰিব এই সম্পৰ্কে মই সম্পূৰ্ণ আশাবাদী।

***আপোনাৰ জীৱনৰ সাধনাৰ পূৰ্ণতাপ্ৰাপ্তি ঘটিছেনে ? যৌৱনৰ সপোন, জীৱনৰ উদ্দেশ্য ইত্যাদি পূৰণ হ'লনে ?***

মোৰ জীৱনৰ সাধনাৰ পূৰ্ণতা প্ৰাপ্তি মুঠেই হোৱা নাই। আৰ্থিক দুৰৱস্থাৰ বিৰুদ্ধে যুঁজিবলগীয়া হোৱাত জীৱনৰ বহু সময় এনেয়ে পাৰ হৈ গ'ল। তথাপি ভাগৰি পৰা নাই। যৌৱনৰ সপোন আৰু জীৱনৰ উদ্দেশ্যক এতিয়াও মোলান পৰিবলৈ দিয়া নাই। তাক পাবলৈ এতিয়াও দুৰন্ত বাসনা আৰু কৰ্মব্যস্ততাক অটুট ৰাখিছোঁ।

***ঐতিহ্য আৰু কৰ্মসূত্ৰে আপুনি 'আৱাহন' ৰ লগতে অসমীয়া সাংবাদিকতাৰ লগতো জড়িত। দীননাথ শৰ্মাৰ পাছত 'আৱাহন' আগৰ ভূমিকাৰ গৰাকী হ'ব নোৱৰাৰ কাৰণ কি ?***

১৯২৯ চনত প্ৰকাশিত 'আৱাহন' ৰ সময়ছোৱাত অসমত এখনো দৈনিক কাকত প্ৰচলিত নাছিল। সেয়ে আৱাহনেই এমাহৰ মূৰত সাহিত্যৰ কৰণি ভৰাই আৰু বিবিধ বাতৰি কঢ়িয়াই আনি অসমীয়া পাঠকৰ হাতত তুলি দিছিল। গোটেই অসমৰ সাহিত্য-চৰ্চাৰ প্ৰতিচ্ছবি আৱাহনত প্ৰতিফলিত হৈছিল। সেয়ে, পাছলৈ আৱাহন যুগৰ সৃষ্টি হ'ল; কিন্তু আজি সেই অৱস্থা নাই। দৈনিক বাতৰিকাকত, সাপ্তাহিক, পষেকীয়া কাকতৰ উপৰি অসংখ্য আলোচনী নিতৌ প্ৰকাশ হৈ আছে। সেয়ে, বিক্ৰী বা ব্যৱসায়

আগৰ দৰে নহ'লেও বৰ্তমানে পাঠকসকল আৰু সহৃদয় লিখকসকলৰ পৰা আৱাহনে প্ৰেৰণা আৰু সহানুভূতি পাই আছে।

***আপুনি সম্প্ৰতি প্ৰকাশ কৰি থকা 'আৱাহন' এক ঐতিহ্যৰ স্মৃতি যেন হৈ পৰা নাই জানো? ব্যৱসায়িক দূৰদৃষ্টি অবিহনে কেৱল সৎ উদ্দেশ্যৰদ্বাৰা আলোচনী চলে বুলি ভাবেনে ?***

কেৱল মাত্ৰ সজ বাসনা বা উদ্দেশ্যৰ বশৱৰ্তী হৈ ক্ষুদ্ৰ আলোচনীবোৰ প্ৰকাশ হৈ থাকে। প্ৰকৃততে সিবিলাকে আলোচনী জগতত বাটকটীয়াৰ দৰে কাম কৰে। ক্ষুদ্ৰ আলোচনীবোৰ সামাজিকভাৱে দায়বদ্ধ আৰু এটা নিৰ্দিষ্ট ধাৰাৰ সৃষ্টি কৰে। ভাৰততবৰ্ষৰ বৃহৎ পুঁজিপতিসকলৰ পৃষ্ঠপোষকতাত চলা আলোচনীবোৰৰ বেছিভাগেই কোনো এটা ধৰ্ম প্ৰচাৰৰ অৰ্থে নাইবা সম্পূৰ্ণ ব্যৱসায়িক ভিত্তিত বিকৃত ৰুচি প্ৰচাৰৰ উদ্দেশ্যে নাইবা ৰাজনৈতিক মতাদৰ্শৰ প্ৰচাৰৰ অভিপ্ৰায়েৰে প্ৰকাশ হয়। আৱাহন কিন্তু সম্পূৰ্ণ নিৰপেক্ষ আৰু স্বাধীনভাৱে জনসাধাৰণৰ মৰমত বৰ্তি আছে আৰু অদূৰ ভৱিষ্যতলৈ থাকিব বুলি মোৰ বিশ্বাস।

***আৱাহন যুগৰ সাংবাদিকতা আৰু আজিৰ সাংবাদিকতাৰ মাজত আপোনাৰ দৃষ্টিত তফাৎ কি?***

আগৰ যুগৰ সাংবাদিকতা মানুহে আদৰ্শৰ ভেটিত গ্ৰহণ কৰিছিল; কিন্তু আজিৰ যুগত ই এটা বৃত্তি বা ব্যৱসায় হিচাপে গঢ় লৈছে।

***'ভাৰতীয় গণনাট্য সংঘ'ৰ আগৰ ভূমিকা নাই । শিল্পীসকলকো উদ্বুদ্ধ কৰিব পৰা নাই বা গণ সঙ্গীতবো প্ৰসাৰ তেনেই সীমিত, সংঘত জড়িত শিল্পী হিচাপে আপোনাৰ মতামত কি ?***

সংঘৰ আগৰ ভূমিকা নাই বুলি ক'লে ঠিক কোৱা নহ'ব। প্ৰগতিশীল সমবেত সঙ্গীত, বেলে নৃত্য, ছায়া-নাটিকা, নাটক, বিভিন্ন লোকসংগীত আদি সংঘৰ দৰে দেশৰ অইন কিছুমান অনুষ্ঠানেও মাজে-সময়ে প্ৰদৰ্শন কৰে। সেয়ে, সংঘৰ ভূমিকা আগৰ দৰে এতিয়া চকুত নপৰে। অৱশ্যে এই কথা মানিব লাগিব যে, আগৰ দৰে আদৰ্শবান আৰু ত্যাগী কৰ্মীও আজিকালি পাবলৈ টান। তথাপি সংঘৰ দৰে ছফদৰ হাছমী প্ৰতিষ্ঠিত 'জনমঞ্চ' ই দেশৰ বিভিন্ন সমস্যাৰ বিষয়ে কৰা প্ৰগতিশীল বাটৰ নাটসমূহৰ প্ৰয়োজনীয়তাৰ কথা কোনেনো নুই কৰিব পাৰে?

***সাংবাদিক, শিক্ষকতা, সঙ্গীত, কোন দিশত আপুনি প্ৰাণ ঢালি দিব পাৰিছে বা আপোনাৰ সাফল্য কোন দিশত হৈছে বুলি ভাবে ? বিভিন্ন কামত এইদৰে নিজক নিয়োজিত কৰিবলগীয়া হোৱাত নিৰ্দিষ্ট দিশত আপোনাৰ বিকাশ বাধাপ্ৰাপ্ত হোৱা বুলি ভাবেনে ?***

মই সাংবাদিক, শিক্ষক তথা সঙ্গীতজ্ঞ হিচাপে পৰিচিত যদিও, শিক্ষকতাৰ পৰা ১৯৮৫ চনত অৱসৰ গ্ৰহণ কৰিছোঁ। বৰ্তমান সময়ত বাকী দুটা বিষয়তহে মনোযোগ দিছোঁ; কিন্তু সাফল্য কোনো দিশতে পোৱা নাই। সাফল্যৰ মানে যেন হিমালয় পৰ্বতত

আৰোহণ কৰি পৃথিৱীৰ সৰ্বোচ্চ শৃঙ্গ এভাৰেষ্টত উঠা যেন লাগিব লাগিব। আৰু তাৰ পাছত কৰিবলগীয়া একো নাই বুলি মোৰ ধাৰণা হয়। আজিকালিৰ যুগত কোনো এটা বিষয়ত বিশেষজ্ঞ হোৱাটোৱে সকলোৱে বিচাৰে। তেতিয়াহ'লে কাম কৰিবলৈ বহু সুবিধা হয়। তথাপি বিশ্ববৰেণ্য শিল্পী লিওনাৰ্ড দ্যা ভিঞ্চিৰ যে বহু দিশত প্ৰতিভাৰ স্ফুৰণ হৈছিল, সেই কথাৰ উল্লেখ নকৰি নোৱাৰি। তেওঁ অঁকা পৃথিৱী বিখ্যাত চিত্ৰ 'মনালিছা' ৰ কথা কোনেনো নাজানে? সেইবাবে ভাব হয়, সঙ্গীতৰ লগত সাহিত্য বা সাংবাদিকতাৰ যোগ হ'লে দুয়োপিনে দৃষ্টিভংগী বহল হোৱাৰ আশা থাকে। এটা নতুন ৰূপ লয়, এটা নতুন দিশৰ ইংগিত দিয়ে।

***সঙ্গীতৰ জৰিয়তে আপুনি কিহৰ সন্ধান কৰিছে ?***

সঙ্গীতৰ জৰিয়তে মই এখন সুন্দৰ জগতৰ সন্ধান কৰিছোঁ — য'ত কোনো ধৰণৰ শোষণৰ কদৰ্য ৰূপ নাথাকিব — মানুহৰ অৰিয়া-অৰিত অস্ত্ৰই ঝন্‌ঝন্ শব্দ নকৰিব — হিৰোছিমা আৰু নাগাছাকিৰ বোমাবৰ্ষণৰ পুনৰাবৃত্তি নঘটিব— মাথোন সুন্দৰ সংস্কৃতিৰে, সুন্দৰ ফল-ফুলেৰে ভৰা এইখন পৃথিৱীত সুখ আৰু শান্তি বিৰাজ কৰিব।

***আপোনাৰ জীৱনৰ সুদীৰ্ঘ পৰিক্ৰমাৰ অভিজ্ঞতাই আপোনাক কি শিকাইছে ? বৰ্তমান কি কৰি আছে, ভৱিষ্যতৰ পৰিকল্পনা কি ?***

বিশেষ কথা একো কৈ নাথাকি কাম কৰি যোৱাটোহে অতি উত্তম কথা। লগতে সামাজিক দায়বদ্ধতা থাকিলেহে জনসাধাৰণে মানুহজনক সকলো ভুল-ভ্ৰান্তিৰ পৰা আঁতৰাই ৰাখি সঠিক বাটেৰে যাবলৈ সহায় কৰে বুলি বোধ হয়। বৰ্তমান সময়ত 'আৱাহন'ৰ সম্পাদক, 'জয়জয়ন্তী' কলাকেন্দ্ৰ নামৰ সঙ্গীতানুষ্ঠানৰ অধ্যক্ষ, 'পূবেৰুণ' নামৰ (উত্তৰ-পূব ভাৰতৰ সাংস্কৃতিক উন্নয়নৰ কেন্দ্ৰ) এটি অনুষ্ঠানৰ সাধাৰণ সম্পাদক হিচাপে কাম কৰি আছোঁ। 'পূবেৰুণ'ৰ বাবে গুৱাহাটীৰ কাহিলীপাৰা অঞ্চলত জিলা পুথিভঁৰালৰ দৰে এটা ডাঙৰ প্ৰেক্ষাগৃহৰ লগতে লাইব্ৰেৰী আদি স্থাপন কৰাৰ বাবে স্থানীয় ৰাইজৰ লগ লাগি প্ৰচেষ্টা চলাই আছোঁ। গীতৰ ক্ষেত্ৰত জ্যোতি সঙ্গীতত আৰু ৰবীন্দ্ৰ সঙ্গীতৰ অসমীয়া অনুবাদ — এই দুটা কেছেট কৰিবলৈ চেষ্টা কৰি আছোঁ। ইতিমধ্যে অসম চৰকাৰৰ সাংস্কৃতিক বিভাগে জ্যোতি সঙ্গীতৰ এটি কেছেট মোৰ পৰিচালনাত অসমৰ বিভিন্ন লব্ধপ্ৰতিষ্ঠ শিল্পীৰদ্বাৰাই ১৯৯০ চনৰ জানুৱাৰী মাহত বাণীবদ্ধ কৰাইছিল; কিন্তু সেই কেছেট আজিলৈকে বজাৰত নুলিওৱাৰ কাৰণ নাজানো। কিছুদিনৰ আগতে গুণসিন্ধু হাজৰিকা পৰিচালিত আৰু বিপুল বৰুৱা প্ৰযোজিত 'অবুজ বেদনা' নামৰ শিশু বোলছবিখনিৰ সঙ্গীত পৰিচালনা কৰিছোঁ। দক্ষিণ ভাৰতত অলপতে হৈ যোৱা বিশ্ব শিশু-বোলছবি উৎসৱত এই বোলছবিখন প্ৰদৰ্শিত হৈছে।

আৱাহনৰ পুৰণি সংখ্যাবোৰ (১৯২৯ চনৰ পৰা ১৯৪২ চন) প্ৰায় বাৰটা ডাঙৰ সংকলন কৰি নতুনকৈ ছপাই উলিয়াই ইতিমধ্যে কামখিনি সম্পূৰ্ণ কৰিব পাৰিম বুলি দৃঢ় বিশ্বাস আছে।

**শ্ৰীময়ী**, ১-১৫ এপ্ৰিল, ১৯৯১।

*যেতিয়াই মন যায়*
*তেতিয়াই গীত গাওঁ*

# সুদক্ষিণা শৰ্মা

***সঙ্গীতজ্ঞ, সাংবাদিক, শিক্ষক আৰু ভাৰতীয় গণনাট্য সংঘৰ শিল্পী দিলীপ শৰ্মাৰ দৰে এগৰাকী ব্যক্তিৰ পৰিবাৰ হোৱাৰ অভিজ্ঞতা কেনে ধৰণৰ? আপুনি নিজেও শিল্পী। সামগ্ৰিকভাৱে জীৱনৰ এই দায়িত্বক কিদৰে গ্ৰহণ আৰু পালন কৰিছে?***

সংসাৰত প্ৰত্যেকজন ব্যক্তিয়েই যিদৰে কিছু নহয় কিছু অভিজ্ঞতা অৰ্জন কৰে, সেইদৰে মোৰ জীৱনতো কিছু অভিজ্ঞতা অৰ্জন কৰিছোঁ। সঁচাকৈ ক'বলৈ গ'লে, মোৰ কিন্তু কোনো বিষয়তে পাণ্ডিত্য নাই। জীৱনত যি সহজভাৱে অনুভৱ কৰিছোঁ তাকেই ক'ম। শৰ্মাৰ লগত জীৱন কটাই লাভ কৰা অভিজ্ঞতা বৰ মনোগ্ৰাহী। টকাৰ ইপিঠি-সিপিঠিৰ দৰে সুখ আৰু দুখো মোৰ জীৱনৰ লগৰীয়া হৈ আছে। ব্যক্তিগত কথাবোৰ প্ৰকাশ কৰিব ভাল নালাগিলেও আপোনাৰ প্ৰশ্নৰ উত্তৰ দিবলৈ চেষ্টা কৰিছোঁ। এইখিনিতে কিছুমান এৰি অহা দিনৰ কথা মনত পৰিছে। যেনেদৰে অসমৰ ভিতৰুৱা গাঁও অঞ্চলত লাইন বাছেৰে ওখৰা-মোখৰা ৰাস্তাইদি গৈ ভূপেনদাৰ ৰচিত 'পানেইৰ পোনাকণ' গীতটি শৰ্মাৰ লগত গাওঁতে মানুহে চকুপানী টোকা দেখিছোঁ আৰু ঘৰলৈ ঘুৰি আহি নিজৰ গুৱাহাটীৰ ঘৰটো বানপানীত বুৰ যোৱা দেখিছোঁ, তেনেদৰে কলিকতা, পাটনা আদি চহৰত বিমানেৰে গৈ মঞ্চত গীত গাবলৈ থিয় হৈছোঁ। আজিও ডলাৰ বগৰীৰ দৰে শৰ্মাৰ লগত গীত গাই ঘুৰি ফুৰিছোঁ। সামগ্ৰিকভাৱে জীৱনৰ দায়িত্ব এনেদৰে হাঁহিমুখে গ্ৰহণ কৰিছোঁ আৰু পালন কৰিবলৈ চেষ্টা কৰিছোঁ।

***শৰ্মাৰ ব্যক্তিত্বই আপোনাক গ্ৰাস কৰা বুলি আপোনাৰ কেতিয়াবা ভাব হৈছে নে? নিজৰ বিকাশৰ ক্ষেত্ৰত মোৰ পৰা কোনো বাধাৰ সৃষ্টি হোৱা নাইনে?***

শৰ্মাৰ ব্যক্তিত্বই মোক কেতিয়াও গ্ৰাস কৰা নাই। কাৰণ শৰ্মাই শাসন আৰু শোষণ নামানে। বিবাহৰ আগত আৰু বিবাহৰ পাছতো মোৰ সঙ্গীত-চৰ্চাৰ বিকাশত বিশেষ বাধা পোৱা নাই। অৱশ্যে আৰ্থিক অৱস্থাই কিছু পৰিমাণে ব্যাঘাত ঘটাইছে। তথাপি হেঁপাহ থকা কাৰণে আজিলৈকে চেষ্টা কৰি আছোঁ।

*ড° ভূপেন হাজৰিকাৰ সান্নিধ্য আৰু ব্যক্তিত্বই আপোনাক কিদৰে প্ৰভাৱান্বিত কৰিছিল বা কৰিছে ?*

ভূপেনদাৰ ব্যক্তিত্বই মোক প্ৰভাৱান্বিত কৰাটো স্বাভাৱিক। তাৰ বৰ মৰমৰ আছিলোঁ। সৰুকালৰ পৰাই সি মোক উপদেশেৰে বাট দেখুৱাইছে। ভূপেনদাৰ যোগে সৰু কালতেই অসমৰ সংস্কৃতিৰ পূজাৰী ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ, কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা আৰু নটসূৰ্য ফণী শৰ্মাক ঘৰুৱাভাৱে পাওঁ।

*দীননাথ শৰ্মাৰ সামাজিক ভূমিকাৰ বিষয়ে বহু কথাই আমি জানো; কিন্তু শহুৰ হিচাপে আপুনি নিশ্চয় তেখেতক অতি ওচৰৰ পৰা পাইছিল। দীননাথ শৰ্মাৰ বিষয়ে অলপ ক'বনে?*

যুগ সৃষ্টিকাৰী 'আৱাহন'ৰ সম্পাদক দীননাথ শৰ্মা মোৰ শহুৰদেউতা। বিয়াৰ পাছত ২৪ বছৰ দেউতাক পাইছোঁ। প্ৰকৃত অৰ্থত ক'বলৈ গ'লে, তেখেত আছিল এজন নীৰৱ সাধক।

মানুহ হিচাপে তেখেত অভিমানী, অল্পভাষী আৰু ভোজনবিলাসী লোক। প্ৰচাৰবিমুখ এই ব্যক্তিজনে নিজৰ লক্ষ্যত উপনীত হ'বলৈ জীৱনৰ শেষ দিনলৈকে অচল-অটলভাৱে কাম কৰি গৈছিল। 'আৱাহন'ৰ মাজেৰে অসমৰ সাহিত্যৰ ফুলনিখনিত তেওঁ এজন সুদক্ষ মালীৰ দৰেই কাম কৰি গ'ল। আৱাহনৰ জন্মৰ পঞ্চাছ বছৰ পূৰ্ণ হোৱাটো তেওঁ নিজে চাই যাবলৈ বৰ হেঁপাহ কৰিছিল।

*বিশেষকৈ বিশিষ্ট ব্যক্তিৰ ভগ্নী, পত্নী আৰু বোৱাৰীৰূপে পাৰিবাৰিক দায়িত্ব পালনৰ অভিজ্ঞতা কি? এইবোৰ দায়িত্বৰ মাজত নিজৰ সঙ্গীত চৰ্চা বা সাধনা ব্যাহত হোৱা বুলি কেতিয়াবা খেদ কৰেনে? বা নাৰী হোৱাৰ বাবেই এনেবোৰ দায়িত্বই আপোনাৰ প্ৰতিভাৰ বিকাশত বাধা দিয়া বুলি অনুভৱ হয়নে?*

ঘৰুৱাভাৱে শহুৰদেউতা দীননাথ শৰ্মাৰ ধৈৰ্য আৰু সাধনা, ভূপেনদাৰ সৃষ্টিশীল কৰ্মৰ প্ৰতি থকা সজাগতা আৰু শৰ্মাৰ দুখ-কষ্টত ভাগৰি নপৰা উদ্যম আৰু অমায়িকতাৰ প্ৰতি মই সজাগ আছিলোঁ। তিনিজন বেলেগ ব্যক্তি হ'লেও ক'ৰবাত যেন তিনিওজনৰ এটা মনৰ সাদৃশ্য আছিল। তিনিওটা সন্তানৰে বহুতো বাধা-বিঘিনি নেওচি সংসাৰখনৰ দায়িত্ব পালন কৰিবলৈ আজিলৈকে চেষ্টা কৰি আছোঁ। সঙ্গীত বা যিকোনো কামৰ বাবে সংসাৰৰ মাজতেই চেষ্টা কৰিব লাগিব। সংসাৰৰ দায়িত্ব ল'লৈই যে সংগীত-চৰ্চা ব্যাহত হয়, সেই কথা ঠিক নহয়।

*আপোনাৰ যৌৱনৰ স্বপ্ন কি আছিল সেয়া পূৰণ হ'লনে?*

যৌৱনৰ স্বপ্ন কিছু পূৰণ হৈছে, কিছু হোৱা নাই। তাৰ বাবে কোনো খেদ নাই।

*সঙ্গীত সাধনাৰ বাবে আপুনি আহৰি কেনেকৈ উলিয়ায় ?*

সঙ্গীত চৰ্চাৰ মোৰ কোনো ধৰা-বন্ধা নিয়ম নাই । যেতিয়াই মন যায় তেতিয়াই গীত গাওঁ।

*আপোনাৰ আৰু আপোনাৰ প্ৰজন্মৰ ছোৱালীৰ মাজত কি কি সামাজিক পাৰ্থক্য আপোনাৰ দৃষ্টিগোচৰ হৈছে? আপুনি ভাবেনে যে আপোনাৰ সন্তানৰ দিনতকৈ আপোনালোকৰ দিনবোৰ ভাল আছিল?*

বিজ্ঞানৰ অগ্ৰগতিয়ে মানুহৰ জীৱনলৈ বহুতো সা-সুবিধা ক্ৰমান্বয়ে কঢ়িয়াই আনিছে। মোৰ যুগতকৈ মোৰ ছোৱালীৰ সময়ত সা-সুবিধা বেছি হৈছে। ঠিক তেনেকৈয়ে মোৰ নাতিনীজনীৰ দিনত আৰু বেছি সুবিধা হ'ব। গতিকে তাৰ বাবে দুখ কৰাৰ প্ৰয়োজন নাই। ভাল-বেয়া লগাটো কাল বা সময়ৰ লগত জড়িত নহয়, মন আৰু কামৰ মাজতহে প্ৰকাশ পায়। বেলেগ বেলেগ যুগৰ বেয়াখিনিক বাদ দি ভালখিনিকহে আঁকোৱালি ল'ব লাগে।

*নাৰী পুৰুষৰ দ্বাৰা শোষিত বুলি বিশ্বাস কৰেনে ? ফেমিনিজম্ সম্পৰ্কে আপোনাৰ ধাৰণা কি?*

সামাজিক জীৱনত নাৰীৰ বহুতো বান্ধোন আছে। নাৰী পুৰুষৰ দ্বাৰা যুগে যুগে শোষিত হৈ আহিছে, ই সঁচা কথা। অৱশ্যে এইক্ষেত্ৰত ব্যক্তিগতভাৱে মইবৰ এটা বাধা পোৱা নাই। স্ত্ৰী-পুৰুষৰ সমান অধিকাৰ-বিষয়ক মতবাদকে সাধাৰণভাৱে মই ফেমিনিজম বুলি জানো। এই মতবাদটোত আন মতবাদৰ দৰেই ভাল-বেয়া দুয়োটা দিশেই আছে বুলি মই ভাবোঁ। নাৰী-পুৰুষ উভয়ে উভয়ৰ পৰিপূৰক হোৱা উচিত। প্ৰকৃত শিক্ষাৰ মাজেদি যদি আমি সকলোৱে অন্ধবিশ্বাস আৰু কু-সংস্কাৰবোৰ আঁতৰাব পাৰোঁ, তেতিয়াহ'লে নাৰীয়ে নিজৰ স্থান নিজেই ল'ব পাৰিব। এইখিনিতে বহুতো বিদুষী মহিলাৰ লগতে মোৰ ঘৰুৱা পৰিৱেশত পোৱা দুগৰাকী নাৰীলৈ মনত পৰে। কাৰণ তেওঁলোক নাৰীসমাজৰ উন্নতিৰ বিষয়ে সজাগ আছিল। তেওঁলোক হ'ল মোৰ নবৌ প্ৰিয়ম হাজৰিকা (ভূপেনদাৰ পৰিবাৰ) আৰু মোৰ ননদ আৰতি ঠাকুৰ (শৰ্মাৰ ভনী আৰু বঙ্গৰ বিখ্যাত ঠাকুৰ পৰিবাৰৰ শিল্পী সুভো ঠাকুৰৰ পত্নী)।

*সঙ্গীতে জীৱনত আপোনাক কি দিছে ?*

সঙ্গীতে মোক বিশালতাক উপলব্ধি কৰিবলৈ শিকাইছে আৰু মোক জনসমাজলৈ লৈ গৈছে। সঙ্গীতৰ প্ৰতি টান থকা কাৰণেই হয়তো আজিলৈকে মই গান গাই আছোঁ।

*আপোনালোকৰ যুগ্ম জীৱনৰ আদৰ্শ সংগ্ৰাম আৰু সাধনাৰ পৰিক্ৰমা আয়াসলব্ধ নে কষ্টসাধ্য? সমাজক দিব পাৰিম বুলি ভৱাখিনি দিব পাৰিছেনে ?*

নিশ্চিতভাৱে ই কষ্টসাধ্য। কামৰ মাজেদিহে সুখ পোৱা যায়। সমাজক দিব পৰা কথাটো মোৰ বিচাৰ্য বিষয় নহয়। ৰাইজেহে বিচাৰ কৰিব।

*বৰ্তমান কি কৰি আছে, ভৱিষ্যতৰ পৰিকল্পনা কি ?*

বৰ্তমানে মঞ্চ, আকাশবাণী, দূৰদৰ্শন আদিত গীত গাই আছোঁ। ভৱিষ্যতে মোৰ ভাল লগা গীতৰ এটা কেছেট কৰাৰ ইচ্ছা আছে। অলপতে 'অবুজ বেদনা' নামৰ বোলছবিত গীত গাইছোঁ। এইবোৰৰ উপৰি গীতৰ মাজেৰে দেশৰ অনাগত সোণালী দিনৰ বাবে বাট চাই আছোঁ।

**শ্ৰীমতী**, ১-১৫ ডিচেম্বৰ, ১৯৯১।

*হেঁপাহ কৰা আৰু হেঁপাহ পূৰোৱা*
*দুটা দুই মেৰুৰ কথা যেন পাওঁ*

# কেশৱ মহন্ত

***আপোনাৰ হেঁপাহৰ বিষয়ে বিস্তৃতভাৱে জানিব খুজিছোঁ ? সময়ৰ লগে লগে হেঁপাহো নিশ্চয় সলনি হৈছে। ল'ৰালি, কৈশোৰৰ হেঁপাহ নিশ্চয় যৌৱনত সলনি হৈছিল। কৈশোৰ, যৌৱন আৰু এতিয়াৰ আপোনাৰ বহু হেঁপাহৰ বিষয়ে বহলাই কওকচোন।***

দেশৰ স্বাধীনতা মোৰ কৈশোৰৰ হেঁপাহ আছিল; কিন্তু ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰচাৰৰ পৰা মনতে এটা ধাৰণা হৈছিল যে ৰাজনৈতিক স্বাধীনতা মানেই সামাজিক মুক্তি। তেতিয়া জাতীয় কংগ্ৰেছৰ শ্ৰেণী-অৱস্থান সম্পৰ্কে একেবাৰেই ধাৰণা নাছিল। যিসকল নেতাক অনুসৰণ কৰিছিলোঁ তেখেতসকলৰ ঐকান্তিকতা, ত্যাগ আৰু আচাৰ-আচৰণ দেখিয়েই ধাৰণা হৈছিল যে ভাৰত স্বাধীন হ'লে আমাৰ আৰ্থিক দুখৰো অৱসান হ'ব।

যৌৱনৰ দুৱাৰডলিত ভৰি দি দেখিলোঁ, মোৰ ধাৰণা সঠিক নহয়। বুজিলোঁ, দলৰ কৰ্মনীতি (Policy) হে আচল কথা, ব্যক্তি নহয়। সেইকালত আমি লগ পোৱা কংগ্ৰেছী নেতাসকলৰ সৰহভাগক ব্যক্তি হিচাপে আমি বৰ শ্ৰদ্ধা আৰু ভক্তি কৰিছিলোঁ, জীয়াই থকাসকলক এতিয়াও কৰোঁ; কিন্তু কৰ্মনীতিহে আচল কথা। বিষ্ণুপ্ৰসাদ ৰাভাৰ সেই বিখ্যাত পদফাঁকিলৈ মনত পৰিল। দেহৰ বৰণৰহে সলনি হ'ল, বগা ছালৰ ঠাইত ক'লা ছাল। শোষণ অব্যাহত থাকিল, অৰ্থাৎ আৰ্থ-সামাজিক ব্যৱস্থাৰ কোনো মৌলিক পৰিবৰ্তন নহ'ল। গতিকেই বুজি পালোঁ, সামাজিক মুক্তিহে প্ৰকৃত স্বাধীনতা—দেশৰ স্বাধীনতা মানে দেশবাসীৰ স্বাধীনতা। জাতীয় জীৱনত এইটো মোৰ দ্বিতীয় হেঁপাহ। কল্পনাৰ জগতখনেই যিহেতু মোৰ বাস্তৱ জগত, সেয়ে মানুহৰ মুক্তিৰ স্বপ্নটোকেই মই তাৰ আত্মিক ৰূপত, কলাত্মক ৰূপত ব্যক্ত কৰিব খোজোঁ, সেইটোৱেই মোৰ এতিয়াৰ হেঁপাহ—এতিয়া মানে ৬৮ বছৰ বয়সৰ। বুজিছেই চাগৈ, এই হেঁপাহ পূৰাবৰ কাৰণে আশাশুধীয়াকৈ লগাৰো সময় চমু চাপি আহিছে। গতিকে, হেঁপাহতেই থাকিব যেন পাইছোঁ। তথাপি মানুহৰ মন-হৃদয়ৰ গভীৰতনো কি আছে তাকে জানি উপলব্ধি

কৰিবলৈকে মোৰ যিমান উখল-মাখল। কিন্তু হেঁপাহ কৰা আৰু হেঁপাহ পূৰোৱা — দুটা দুই মেৰুৰ কথা যেন পাওঁ। তথাপি গীততো বা কবিতাতো লিখিছোঁ—

মোৰ যে কিমান হেঁপাহ/ মোৰ শব্দৰ ধমনীত বোৱাওঁ বুলি/ তোমাৰ তেজৰ প্ৰৱাহ।

***কাব্য চৰ্চাৰ বাবে, কবিতা লেখাৰ বাবে কিদৰে আগ্ৰহী হৈছিল? মিজিকাজানৰ পৰিবেশে ইয়াত কিদৰে ইন্ধন যোগাইছিল?***

যিটো বয়সত কবিতা মানে কি একো বুজাই নাছিলোঁ তেতিয়াই শাৰীবোৰৰ অন্ত্যমিল কৰি পদ্য ৰচনা কৰিছিলোঁ আৰু ভাবিছিলোঁ, সেয়া হ'বলা কবিতা। পিছে কালক্ৰমতহে ভালেকেইজন কবিৰ কবিতা পঢ়ি আৰু দহজন গুণীৰ সংস্পৰ্শলৈ আহি গম পালোঁ, কবিতা মূলতঃ ভাবৰ বস্তু, ৰসৰ বস্তু। তেতিয়াহে কাব্যৰ অনুশীলন আৰম্ভ কৰিলোঁ। প্ৰথমছোৱাত পিছে ভাব-প্ৰকাশতেই জোৰ দিছিলোঁ, লাহে লাহে ৰূপৰ গুৰুত্বও বুজি পাবলৈ ধৰিলোঁ। বুজিলোঁ, ভাবেই ৰূপৰো গঢ় দিয়ে। সেয়ে যুগে যুগে কবিতাবোৰৰ গঢ় বেলেগ হয়। মোৰ এইক্ষেত্ৰত সততে মনলৈ অহা উদাহৰণটো হ'ল 'শাহ চাই খোলা।' মিজিকাজান চাহ-বাগিচাত মোৰ জন্ম হৈছিল। তেতিয়া তাৰ বাবু আৰু বনুৱাৰ মাজৰ সম্পৰ্কৰ যোগেদি দেখা বনুৱাসকলৰ মাজত আচল জীৱন চিনি পোৱাৰ কোনো সুযোগ নাছিল। বিশেষকৈ, সেই ফুকলীয়া কালত। পিছৰ জীৱনত— আমি য'ত আছিলোঁ তাৰ পৰা চকুৰে দেখাতেই চাহ-বাগিচাবোৰ আছিল। পুজাত আমি বাগিচাত দোকান দিছিলোঁ। বনুৱাসকলৰ পৰব চাবলৈ গৈছিলোঁ। বাগিচা এৰি গাঁও পাতি থকা (বস্তি) বনুৱাৰ ল'ৰা আমাৰ সহপাঠী আছিল। আমি এনেকৈয়ে চাহ-বাগিচাৰ জীৱনৰ লগত ঘনিষ্ঠ হৈ পৰিছিলোঁ।

এবাৰ দশমমানলৈ উঠি পঢ়াৰ খৰচ যোগাব নোৱাৰি সিমানতে বিদ্যা-শিক্ষা সাং হ'ল বুলি ভাবি চাহ-বাগিচাত সোমাইছিলোঁ। পাছত যেনিবা প্ৰধান শিক্ষকে ডাবি-ধমকি দি ঘূৰাই আনিলে। সেই চাকৰি কৰোঁতেও চাহ-বাগিচাৰ বনুৱা, বিশেষকৈ চোক্ৰা-চুক্ৰীবোৰৰ লগত হলি-গলি কৰিবলৈ পাইছিলোঁ। সময় খুব কম আছিল, কিন্তু স্মৃতি গভীৰ হৈছিল। তাৰ কাৰণো আছিল। লছমী বুলি গাভৰু এজনীয়ে মোৰ লগত ধেমালি কৰিছিল। এদিন এখন পাণো খাবলৈ দিছিল, খাওঁতে কৈছিল, 'দেখিবি, বাবু!' এইবুলি খিলখিলাই হাঁহিছিল অন্য লগৰীৰ লগত, ঘটনাটো চৰ্দাৰজনে দেখি আছিল। তেওঁ মোক হাত বাউলি দি মাতি নি কৈছিল, 'হেই বাবু, দেখবি হ'লে। বেছি মিলা-মিছা নাই কৰিবি। বহুত বাবুৰ ছানা-পুনা হৈছে।' ইঙ্গিতটো বুজি পাই আৰু সেইমুৱা হ'বলৈ এৰি দিছিলোঁ। কিন্তু লছমীৰ কথা, হাঁহি, পাণ এইবোৰ মনৰ, বুকুৰ কোনোবাখিনিত ৰৈ গৈছিল। মোৰ এটা কবিতা আছে, 'মিনিৰ খবৰ।' তাত প্ৰেম-পিৰীতি নাই ! কিন্তু লছমী বোধকৰোঁ আছে। লছমীৰ পিছত চাহ-বাগিচাত অন্য ঘটনাও ঘটিছিল। বনুৱাৰ

হাড়-ভঙা পৰিশ্ৰম দেখি মই পঢ়িব নোৱাৰি চাকৰি কৰাৰ দুখ পাহৰি গৈছিলোঁ। আচলতে মোৰ তেতিয়াৰ আৰ্থিক অৱস্থা বনুৱা এজনতকৈ হীন আছিল। গতিকে একধৰণৰ একাত্মীয়তা এটা অনুভৱ কৰিছিলোঁ। ১৯৫৫ চনত 'প্ৰৱাহ' বুলি আলোচনী এখন প্ৰকাশ হৈছিল গুৱাহাটীৰ পৰা। সম্পাদনাৰ ভাৰ গায়ক দিলীপ শৰ্মা আৰু মোৰ ওপৰত আছিল।

'প্ৰৱাহ'ৰ গ্ৰাহক কৰিবলৈ মই অসমৰ বিভিন্ন জিলালৈ গৈছিলোঁ। আৰ্থিক কাৰণত কেতিয়াবা ইঠাইৰ পৰা সিঠাইলৈ খোজ কাঢ়িও যাবলগা হৈছিল। এবাৰ বাগিচাৰ মাজে মাজে যাবলগীয়া হৈছিল, যাওঁতে ভৰ দুপৰীয়া বৰ পিয়াহ লাগিছিল। দেখিলোঁ, ডাঙৰ টিনৰ ভাৰত পৰিষ্কাৰ পানীবোৰ ৰ'দত তিৰবিৰাই আছিছে আৰু বনুৱাসকলে হাত আঁজলি পাতি পানী খাইছে। ময়ো তেনেকৈ খাবলৈ বিচৰাত বনুৱা দুজনমানে পোনতে অলপ ইতস্ততঃ কৰি পিছত ঢালি দিলে। পানী খাই শিৰীষ এজোপাৰ তলতে খন্তেক জিৰাই ল'লোঁ। এনেতে দেখিলোঁ, চাহৰ গুৰিত কিবা বগা বগা গুড়ি—সুধিলোঁ, এইবোৰ কি অ'? বনুৱানী এজনীয়ে টপৰাই মাত লগালে, 'চায়েৰ চিনি হেকে। হামৰা নিমখ দিয়া লাল চাহ খায় ত, চায়েব ৰা চিনি গুলা চায়েৰ গাছে দেয়।' সেই স্মৃতি মই গীতত বান্ধিবলৈ চেষ্টা কৰিছোঁ—

আমি খাওঁ নিমখ দিয়া/ৰঙা চাহপানী/চাহাবে দিয়ে চাহৰ গুৰিত/চিকা-ৰূপীয়া চেনি
সেই চেনিবোৰ আচলতে এম'নিয়া ছালফেট্।

আলোচনীত প্ৰকাশিত মোৰ প্ৰথম কবিতাটোৰ নাম আছিল 'চোৰৰ কৈফিয়ৎ', আলোচনীখনৰ নাম আছিল 'জয়ন্তী'।

***আপোনাৰ উপলব্ধিত কবিতা আৰু গীত কি?***

মোৰ কাৰণে কবিতা আৰু গীত ৰূপতহে বেলেগ। উভয়েই ভাব আৰু ৰসৰ বস্তু। গালেহে গীত হয় কাৰণে গীতৰ কথা লিখোঁতে সুৰৰ কথাও লেখত ল'ব লাগে। গতিকে গঢ় বেলেগ হয়, দ্বিতীয়তে, গীতত কথা প্ৰকাশৰ স্বাধীনতা অলপ সীমাবদ্ধ। কবিতাত সেই আহুকাল নাই।

***পদ্যকেই কবিতাৰ প্ৰাথমিক চৰ্ত বুলি ভাবে নেকি?***

প্ৰাথমিক চৰ্ত হয় নে নহয় নাজানো। মই কিন্তু পদ্যৰ পৰাহে কবিতাৰ পদ্ধতিলৈ আহিছিলোঁ।

***কবিতা আৰু গীত আপুনি কিদৰে ৰচনা কৰে? উভয়ৰে বাবে পৰিকল্পনা বা ভাবনা ভিন ভিনকৈ কৰে নেকি?***

কবিতা আৰু গীতৰ কথা যি জানো ক'লোঁৱেই। বহু ক্ষেত্ৰত মই মোৰ কাব্যিক উপলব্ধি গীতত বেছি আপোন কৰি প্ৰকাশ কৰিব পাঁৰো যেন লাগে।

*কবিতা, গদ্য আৰু সঙ্গীতৰ মাজৰ আন্তঃসম্পৰ্ক কেনেধৰণৰ ?*

মোৰ ধাৰণা, গদ্য-ৰচনায়ো ইয়াৰ চূড়ান্ত ৰূপত কাব্যিকতাত পূৰ্ণতা পায়। প্ৰতিটো কলাকৃতিয়েই সঙ্গীতৰ অৱস্থা এটা পাবলৈ হাবিয়াস কৰে। কাৰণ, পৰিদৃশ্যৰ গভীৰতা লুকাই থকা সত্য কল্পনাশক্তিৰ বলত আবিষ্কাৰ হয়। প্ৰত্যেক সৃষ্টিধৰ্মী কলাকৃতিয়েই কল্পনা-জগতৰ বাস্তৱ। সৃজনশীল কৃতিয়ে সাঙ্গীতিক স্তৰতেই তাৰ পৰিপূৰ্ণ ৰূপ পায়—একোখন মহৎ উপন্যাস একোটা মহৎ কবিতা। গতিকে, গীত, কবিতা, গদ্য—সকলোৰে হেঁপাহ, কেনেকৈ তাৰ ধ্বনি সঙ্গীতময় হয়। মই এনেকৈয়ে ভাবোঁ। ভুল হ'ব পাৰে। হ'বইতো পাৰে।

*কবিতা আৰু গীতৰ জৰিয়তে বক্তব্য প্ৰকাশ কৰাটো আপোনাৰ সৃষ্টিত স্পষ্ট বক্তব্য প্ৰকাশৰ এই প্ৰক্ৰিয়াক আপুনি কিদৰে গ্ৰহণ কৰিছে?*

জীৱনৰ উশাহ-নিশাহৰ দৰে।

*অসমীয়া সাহিত্য সমালোচনাৰ সাম্প্ৰতিক ধাৰাটোৰ বিষয়ে আপোনাৰ মত কি ?*

সমালোচক নহ'লে সৃজনশীল কৃতিৰ ভৱিষ্যৎ অন্ধকাৰ। কিন্তু সমালোচনা সমালোচকৰ ৰুচি-নিৰ্ভৰ হ'লে সহায়ক হোৱা টান। কাৰণ, জনে পতি ৰুচিটো। আকৌ, একেজনৰে ৰুচিৰো সলনি হয়। গতিকে এবাৰ সঠিক বুলি ভবা ব্যাখ্যা এটা পিছৰবাৰ 'বেঠিক' যেন লাগিব পাৰে। দ্বিতীয়তে, সমালোচকৰ ব্যক্তিগত অভিজ্ঞতাৰে অন্যৰ অভিজ্ঞতাৰ ক্ষেত্ৰৰ ভাল-বেয়া চাবলৈ গ'লে বিচাৰ ক্ৰটিপূৰ্ণ হোৱাৰ ভয়। তৃতীয়তে, সমালোচনাও একধৰণৰ সৃজনশীল কৃতিয়েই। কোনো কোনো ক্ষেত্ৰত দেখা যায়, স্ৰষ্টাই নিজৰ কৃতিৰ শ্ৰেষ্ঠ সমালোচকো। স্থান-কাল-পাত্ৰ জ্ঞানে নিৰপেক্ষ সমালোচনা পালে সৃষ্টিয়ে পৰম সম্পদ লাভ কৰে।

*অসমীয়া সমালোচনাৰ বেলিকা কোন কোন গুৰুত্বপূৰ্ণ লেখক উপেক্ষিত বুলি ভাবে?*

এইটো বৰ আহুকলীয়া কথা। আচলকৈ সমালোচনা হৈছে জানো ?

*নিজকে উপেক্ষিত বুলি ভাবে নেকি ?*

বিষয়টো আপেক্ষিক। কাৰ দ্বাৰা উপেক্ষিত ? যদি কোৱা হয় পাঠক আৰু শ্ৰোতাৰ দ্বাৰা, তেনেহ'লে মই লগাতকৈ সৰহ পাইছোঁ। এইসকলে বুকুৰে আঁকোৱালি লয়। মুখেৰে লোৱাসকলৰ বেলিকা অৱশ্যে মোৰ অভিজ্ঞতা বৰ সুখৰ নহয়। কিন্তু সেই কাৰণেই মই নিজকে ভুলতো উপেক্ষিত হোৱা বুলি অনুভৱ নকৰোঁ।

*আপোনাৰ বাবে মহৎ সাহিত্যৰ সংজ্ঞা কি ?*

আমি বাস কৰা সমাজ আৰু প্ৰকৃতিৰ গভীৰত থকা সত্যটো আবিষ্কাৰ কৰি তাৰ কলাত্মক ৰূপ দিব পাৰিলে সি মহৎ সাহিত্যৰ পৰ্যায়লৈ উত্তৰণ হ'ব পাৰে যেন

লাগে। নিজৰ অভিজ্ঞতাৰ ক্ষেত্ৰ গভীৰ আৰু বিস্তৃত হ'লে আৰু তাৰ স্বপ্নৰ প্ৰতি আন্তৰিক হ'লে সি বস্তুনিষ্ঠতা লাভ কৰে। এজন লেখক এই পৰ্যায়লৈ উঠিব পাৰিলে, তেওঁ স্থানীয়ভাৱে যি অভিজ্ঞতাৰ কাল্পনিক ৰূপ দি সাহিত্য ৰচনা কৰে সি সাৰ্বজনীন হয় বুলি মোৰ বিশ্বাস। নহ'লে আইচ্‌লেণ্ডৰ দৰে অসমতকৈও কম জনসংখ্যাৰ এখন দেশৰ লেখক লেক্সনেছৰ ৰচনাই নবেল বঁটা পালেহেঁতেন জানো? মোৰ বিশ্বাস, যি স্বৰূপাৰ্থত স্থানীয়, সিয়েই সাৰ্বজনীন, সিয়েই বিশ্ব-সাহিত্য। লেখকে যদি নিজকে ফাঁকি নিদিয়ে, তেন্তে তেওঁ সাহসেৰে সত্যৰ সন্মুখীন হ'ব পাৰে বুলি ভাবোঁ। এমেৰিকাৰ বিখ্যাত ঔপন্যাসিক হাৱাৰ্ড ফাষ্টে কোৱা কথাষাৰ যে 'facts are stubborn and I cling to facts' বৰ চিন্তা-উদ্ৰেককাৰী নহয়নে বাৰু ?

*গণসাহিত্য আৰু মহৎ সাহিত্যৰ মাজত তফাৎ আছে নেকি?*

গণসাহিত্য মহৎ সাহিত্য হ'ব নোৱাৰে বুলি মই ভাবিব পৰা নাই। এই ক্ষেত্ৰত মই আমাৰ ৰূপান্তৰৰ কলাৰূৰ ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদলৈ আঙুলিয়াব খোজোঁ। তেওঁ এটা ত্ৰিভুজৰ সহায়ত বুজাবলৈ চেষ্টা কৰিছে, বোলে ত্ৰিভুজৰ ভূমি যিমান বহল হ'ব, তাৰ শীৰ্ষবিন্দুও সিমানেই ওখ হ'ব। গতিকে, জনপ্ৰিয়তা আৰু উৎকৃষ্টতাৰ মাজত কোনো বিৰোধ নাই, এটা আনটোৰ পৰিপূৰক। এতিয়ালৈকে, এইক্ষেত্ৰত ইয়াতকৈ আন একো বেলেগ ভাবিব পৰা নাই।

*কবি আৰু ব্যক্তি হিচাপে আপোনাৰ জীৱনাদৰ্শ কি? আপুনি কোনো নিৰ্দিষ্ট ৰাজনৈতিক মতবাদত বিশ্বাসী নেকি? ৰাজনৈতিক বিশ্বাসে আপোনাৰ সৃষ্টিক সমৃদ্ধ কৰিছে বুলি ভাবেনে?*

মোৰ জীৱনৰ আদৰ্শ হ'ল এক সুন্দৰ প্ৰকৃতিৰ বুকুত এখন শোষণহীন মানুহৰ সমাজ। মই মাৰ্ক্সীয় দৰ্শনত বিশ্বাসী। এই দৰ্শনে মোক এটা বিশ্ববীক্ষা দিছে। তাৰে সহায়ত মই প্ৰকৃতি, জীৱন, সমাজ চাবলৈ শিকিছোঁ; কিন্তু মাৰ্ক্সীয় দৰ্শনত বিশ্বাস কৰা আৰু সেই দৰ্শনৰ যোগ্য হোৱা দুটা কথা। অযোগ্যতাৰ কাৰণে অনেক ঘটনা চোৱাত, বুজাত ভুলো কৰিছোঁ। যোগ্যতৰজনে দেখুৱাই দিলে সেয়ে শুধৰাই লওঁ। ৰাজনৈতিক বিশ্বাসে মোক আহুকালত পেলোৱা নাই, বৰং জাতীয় জীৱন চাবলৈ হেঁপাহহে বঢ়াইছে। অৱশ্যে দলীয় ৰাজনীতিৰ কিছু সীমাবদ্ধতা নথকা নহয়।

*মিজিকাজানৰ পৰা 'ছোভিয়েট দেশ' ৰ সম্পাদনালৈ আপোনাৰ পৰিক্ৰমা সুদীৰ্ঘ, এই পৰিক্ৰমাৰ গুৰুত্বপূৰ্ণ অভিজ্ঞতা কি কি ?*

মানুহ গুণী হ'লেই যে চৰিত্ৰৱান বা ব্যক্তিত্বসম্পন্ন হ'ব, তাৰ কোনো মানে নাই। বৰং বহুতো গুণী লোকৰ সান্নিধ্য অবাঞ্ছিত হ'ব পাৰে। অৱশ্যে ব্যক্তিত্বপূৰ্ণ মানুহ গুণী হ'লেহে সোণতে সুৱগা চৰে।

*আপুনি কেবাখনো আলোচনী (মিলন, প্ৰবাহ, লুইত, ছোভিয়েট দেশ) সম্পাদনা কৰিছে, সম্পাদক হিচাপে প্ৰতিখন আলোচনীৰ জৰিয়তে হোৱা অভিজ্ঞতাৰ বিষয়ে বহলাই ক'ব নেকি?*

প্ৰতিখন আলোচনীকেই অকালতে মৃত্যুৰ মুখত পেলাইছোঁ। তাৰ প্ৰধান কাৰণ হ'ল, চাৰ্কুলেছনৰ পয়মাল। সেই বাটটো সুষম নহ'লে সকলো চেষ্টা ব্যৰ্থ হয় বুলি মোৰ ধাৰণা।

*আপুনি গুৱাহাটী বিশ্ববিদ্যালয়ৰ পাঠ্যপুথি প্ৰস্তুতিৰ কামতো জড়িত আছিল, শিক্ষকতাও কৰিছিল, লিখিও আছে, এনেবোৰ কামৰ অভিজ্ঞতাৰ ভিত্তিত সম্প্ৰতি অসমীয়া ভাষা বিজতৰীয়া হৈছে বুলি চলি থকা আলোচনা-বিলোচনাৰ বিষয়ে আপুনি কি কয়?*

ঠিক পাঠ্যপুথি প্ৰস্তুতিৰ লগত জড়িত নাছিলোঁ। সেই বিভাগত ড° ভবেন্দ্ৰনাথ শইকীয়াহে আছিল। মই কাম কৰা বিভাগটোৰ নাম প্ৰকাশন বিভাগ আছিল। তাত আমাৰ প্ৰাচীন গ্ৰন্থ, লোক-গীত, লোককথাৰ গ্ৰন্থ, বিশ্ববিদ্যালয়ৰ বিভিন্ন গৱেষণা গ্ৰন্থ, চিন্তাশীল প্ৰবন্ধ-পাতি সম্বলিত সাময়িকী আদি প্ৰকাশিত হৈছিল। মই সেইবোৰ গোটাই-মেলি প্ৰকাশ কৰাত গুৰি ধৰিছিলোঁ মাত্ৰ। শিক্ষকতা কৰিছিলোঁ উচ্চ বিদ্যালয়ত আৰু বছৰদিয়েক মহাবিদ্যালয় এখনৰ অংশকালীন শিক্ষক হিচাপে। ইয়াৰ পৰা সাম্প্ৰতিক লিখা-মেলাবোৰ আমি চৰ্চা কৰা ধৰণতকৈ বেলেগ হোৱা যেন লাগিছে। নতুন হয় নে নহয় থিৰাংকৈ ক'ব নোৱাৰো, কাৰণ নতুন হ'লেই সি জন্ম হ'ব লাগিব। জন্ম মানেই তাৰ পিতৃ-মাতৃ অৰ্থাৎ শিপা এডাল লাগিল। এতিয়া আজিৰ লিখা-মেলাবোৰ তেনে এডাল শিপাৰ পৰা গজা এজোপা নতুন গছেই নে পাবত গজা বা গহৰাগজা বিজতৰীয়া বস্তুহে—ভালকৈ ধৰিব পৰা নাই। আৰু অলপ সময় চাব পাৰিলে (যদি চাব জানো), এটা সিদ্ধান্তলৈ আহিব পাৰিম চাগে। তাতে, নতুন বস্তু এটা আহিলে অলপ আচহুৱা যেন লাগেই, লাগিলে সি সুস্থ আৰু জীৱনধৰ্মীয়েই হওক।

*আপুনি জ্যোতিপ্ৰসাদৰ সান্নিধ্যলৈ অহাৰ স্মৃতি নিশ্চয় মনত আছে, অলপ কওকচোন?*

জ্যোতিপ্ৰসাদ আগৰৱালাক বৰ আপোনকৈ পাইছিলোঁ ১৯৪২ চনত। তেওঁ বিজুলী সঞ্চাৰে আমাৰ অঞ্চলৰ ইঠাইৰ পৰা সিঠাইলৈ অহা-যোৱা কৰি আছিল। তেওঁৰ দুটা গীত তেতিয়া আমাৰ অতি প্ৰিয় আছিল—'তই কৰিব লাগিব অগ্নিস্নান। সাজু হ সাজু হ নৱ জোৱান' আৰু 'লুইতৰ পাৰৰে আমি ডেকা ল'ৰা।' তেওঁক আমি মানুহজনতকৈ তেওঁৰ স্পিৰিটটোহে বেছিকৈ অনুভৱ কৰিছিলোঁ। এটা প্ৰাণচঞ্চল, অস্থিৰ, অগ্ৰগামী স্পিৰিট। মৃত্যু বাহিনীৰ আমি সদস্য হৈছিলোঁ। মাজে মাজে বাটতে তেওঁ পেটৰ বিষত বৈ যাবলগীয়া হৈ আকৌ যাত্ৰা আৰম্ভ কৰিছিল। মুক্তিৰ স্পিৰিট যে অমৰ আৰু অভাৱনীয়ভাৱে প্ৰেৰণা উদ্ৰেককাৰী, সেই ভাব আমাক জ্যোতিপ্ৰসাদে

জীৱন আৰু কৰ্মেৰে দিছিল। ভাৰতীয় গণনাট্য সংঘৰ তেওঁ সভাপতি হোৱাৰ সময়ত হেমাঙ্গ বিশ্বাসৰ লগত আমি দুই—এক তেওঁৰ ওচৰলৈ গৈছিলোঁ আৰু অনেক কথা, বিশেষকৈ গুৱাহাটী বিশ্ববিদ্যালয় নিৰ্মাণৰ ক্ষেত্ৰত তেওঁৰ স্থাপত্য-কৌশল আৰু থলুৱা সম্পদৰ ভিত্তিত আগ বঢ়োৱা আঁচনিৰ কথা শুনিছিলোঁ। তেওঁ 'কৰ্মে আৰু কথায়ে নিত্য-আত্মীয়তা' অৰ্জন কৰিছিল।

*হেমাংগ বিশ্বাসৰ সান্নিধ্যৰ বিষয়ে কিছু কওকচোন? বিশ্বাসে অসমীয়া সাহিত্য-সংস্কৃতিক কিদৰে সমৃদ্ধ কৰিছে বুলি ভাবে?*

অসমীয়া সাহিত্য-সংস্কৃতিলৈ হেমাংগদাৰ অৱিহণা জুখিব নোৱাৰি। তাৰ কাৰণে আলোচনাৰ থল বহল হ'ব লাগিব। ভাৰতীয় গণনাট্য সংঘ তেওঁৰ প্ৰাণ আছিল। অসমৰ সৃজনশীল প্ৰতিভা বিচাৰি উলিওৱা হেমাংগদাৰ এটা বিশিষ্ট গুণ আৰু ই অসমীয়া সংস্কৃতিলৈ এটা অতুলনীয় বৰঙণি। জ্যোতিপ্ৰসাদৰ ভিতৰত লুকাই থকা জনতাৰ শিল্পীৰ ধাৰণাটোৰ লগত গণনাট্য সংঘৰ শিল্প-ভাবনাৰ মিল চকুত পেলোৱা ব্যক্তিজন আছিল হেমাংগ বিশ্বাস। ড° ভূপেন হাজৰিকাৰ পৰা মঘাই ওজালৈকে—শিল্পীৰ প্ৰতি হেমাংগদাৰ ধাৰণাও প্ৰেৰণা উদ্ৰেককাৰী। হেমাংগদা নিজে এজন কবি—গণ কবি। তেওঁৰ 'কুল খুৱাৰ চোতাল' অসমীয়া কবিতাত এটা উল্লেখযোগ্য বিশিষ্ট সংযোজন। হেমাংগদা নিজে গায়ক, সুৰকাৰ আৰু লোক-কলাৰ সাৰ্থক গৱেষক। পৰিৱেশন-কলাৰ চৰ্চাৰ যোগেদি অসমৰ গণ-সংস্কৃতিক হেমাংগ বিশ্বাসে সমৃদ্ধ কৰি গৈছে। তেওঁৰ বিষয়ে ক'বলৈ এডোখৰ আছুতীয়া ঠাই লাগিব।

*ভাৰতীয় গণনাট্য সংঘৰ লগত আপুনি বহুদিন জড়িত। সাংগঠনিক কাম-কাজে সৃষ্টিশীলতাত বাধা জন্মায় বুলি আপুনি ভাবে নেকি?*

সাংগঠনিক কাম-কাজ আৰু সৃজনশীল প্ৰচেষ্টাই একেলগে খোজ দিব নোৱাৰে বুলিয়েই মোৰ ধাৰণা। তাতে মোৰ দৰে সংগঠনৰ ক্ষেত্ৰত সমূলি অপদাৰ্থ মানুহ এটাক এনে দায়িত্বই জুলা-কলা কৰে। অৱশ্যে এইটো সাধাৰণ অভিজ্ঞতা নহ'বও পাৰে।

*আপোনাৰ লিখাৰ ধৰা-বন্ধা সময় আছে নেকি ?*

নাই, যেতিয়াই মন যায় তেতিয়াই সময়, অৱশ্যে পঞ্চৰ খাটনিত লিখিব লগা হ'লে, মাজ ৰাতিলৈকে সময়।

*বিশ্বসাহিত্যৰ কোনবোৰ লেখক বা কবিয়ে আপোনাক প্ৰভাৱান্বিত কৰিছে ?*

পাব্‌ল' নেৰুডাই।

*মাৰ্ক্সবাদী চিন্তা-ভাবনা আৰু সাহিত্য চৰ্চাৰ সম্পৰ্কক আপুনি কিদৰে চায় ?*

কোনো সংঘৰ্ষ নাই। বৰং এটা আনটোৰ সহায়ক।

***অসমীয়া সাহিত্যৰ কোন কোন লেখক কবি আপোনাৰ প্ৰিয়?***

ভালেমান আছে নহয়? কাক ধৰোঁ, কাক এৰোঁ ?

***নতুন অসমীয়া কবিৰ কামৰ বিষয়ে আপোনাৰ ধাৰণা কি?***

নতুনচাম এতিয়াও নতুন। এটা সামগ্ৰিক ধাৰণা কৰিবলৈ দিনদিয়েক বাট চাব লাগিব। তথাপি, ক'ব পাৰি, প্ৰকৃত মৌলিকতাৰ কাৰণে নিজৰ পিতৃবীৰ্য আৰু মাতৃৰ তেজ লাগিব। জন্মহে নতুন, গৰ্ভস্ৰাৱ নহয়। তাকে বুজিবলৈকে আমাৰ দৰে গেধা মগজৰ মানুহৰ কাৰণে সময় লাগে।

***আপোনাৰ সৃষ্টিত আপুনি সন্তুষ্টনে ?***

সমূলি নহওঁ। যি কৰিছোঁ, সকলোবোৰ খহটা যেন লাগেচোন। কেতিয়ালৈকে চাঁচি-চুৰুকি খাব পাৰোঁ এথোন, নে নোৱাৰোঁৱেই ।

***ৰজাঘৰীয়া পৃষ্ঠপোষকতাই সাহিত্যক বিজতৰীয়া কৰে নেকি ?***

পৃষ্ঠপোষকতা? হয়। হয় জালত, নহয় খালত পৰাৰ সম্ভাৱনা সৰহ যেন লাগে। আনৰ কথা বাদেই, স্বয়ং মহাপুৰুষ গুৰুৱেও এবাৰ হ'লেও নৃপতিৰ বন্দনা কৰিবলগীয়াত পৰা নাছিল জানো? তথাপি গুৰুজনা তেওঁৰ মহান প্ৰতিভাৰ গুণে ৰজাঘৰীয়া হাতোৰাৰ গৰাহৰ পৰা সাৰি থাকিব পাৰিছিল। সকলোৱে ৰজাৰ হুকুম তামিল নকৰাকৈ থাকিব পাৰিবনে? পাৰিলে সুখৰ কথা হ'ব।

***আপোনাৰ বেলিকা পুৰস্কাৰৰ প্ৰতিক্ৰিয়া কি ?***

পুৰস্কাৰ এটা পালে কোনোবাই বেয়া পালেও পাব পাৰে। মোৰ হ'লে ভাল লাগে; কিন্তু পাঠকআৰু শ্ৰোতাই মোক ইতিমধ্যেই পুৰস্কৃত কৰিছেই। অকাডেমিৰ বঁটাটো তাৰেই স্বীকৃতি হিচাপে লৈছোঁ। কিন্তু পুৰস্কাৰ এটা পালে ইতিমধ্যে জনা কথাবোৰকে মানুহে নতুনকৈ জানে। এটা সামূহিক আগ্ৰহৰ উদ্ৰেক হয়। সেইটো এটা ডাঙৰ লাভ। আৰু বঁটাৰ লগতে অলপ ধনো থাকে যে!

শেহত, বঁটাৰ কথাটো ওলোৱাৰ লগে লগে আমাৰ ঘৰলৈ অহা সমাজৰ বিভিন্ন অংশৰ লোকসকল আৰু দিনৌ আহি থকা চিঠি আৰু তাঁৰবোৰ—এইবোৰে এষাৰ কথা ফটফটীয়া কৰি দিলে যে মোৰ সৃজনশীল প্ৰচেষ্টাৰ মানুহে এটা সাৰ্থক মূল্যায়ন কৰিছে। ভাল পাইছে। মোৰ ধাৰণা হৈছে, মোৰ আনন্দৰ অকশমান বীজটো ৰাইজৰ হাতত পৰি এজোপা ফলে-ফুলে জাতিষ্কাৰ গছ হৈ পৰিল। এই গ্ৰহণৰ উৎসৱতকৈ ডাঙৰ সমল মই ক'ত পালোঁহেঁতেন!

***লেখা-পঢ়াৰ বাহিৰে আপোনাৰ প্ৰিয় কাম কি?***

মঞ্চাভিনয় চোৱা, নৃত্য চোৱা, গান শুনা আৰু ফুটবল খেল চোৱা। লগতে চাফাই কৰা। 'আড্ডা' মাৰিবলৈ পালে আপোন-পাহৰা হৈ নিজৰ মানুহজনীকে

ধৰি কৰ্মব্যস্ত মানুহবোৰৰ বৰ গালি খাওঁ। তথাপি গিয়ান নহয়। প্ৰিয় বন্ধুৱে যে ইমান নিষ্ঠুৰতা বুকুত কঢ়িয়াই লৈ ফুৰে।

*আপুনি নিয়মিত সঙ্গীত শুনেনে? ধ্ৰুপদী সঙ্গীতৰ কোনটো ধাৰা আপোনাৰ প্ৰিয়? পাশ্চাত্য, হিন্দুস্তানী নে কৰ্ণাটকী?*

নিয়মিত নুশুনো; কিন্তু চেলু ওলালেই শুনো। হিন্দুস্থানী আৰু কৰ্ণাটকী উভয় সঙ্গীতৰেই মই একান্ত আৰু নিৰীহ শ্ৰোতা। সময়ৰ বিভিন্ন স্তৰত বিভিন্ন ধাৰাৰ মিলন-মিশ্ৰণৰ মাজেদি বিকশিত হৈ উঠা হিন্দুস্থানী আৰু মৌলিক ধাৰা যিমান পাৰি অব্যাহত্ৰখা কৰ্ণাটকী সঙ্গীতৰ শ্ৰৱণত সুকীয়া আনন্দ আছে যেন পাওঁ।

*বৰগীতৰ বিষয়ে আপোনাৰ মতামত?*

বৰগীত আমাৰ গীতৰ কথা আৰু সুৰৰ জগতত এক অভিনৱ সৃষ্টি। ভক্তি আন্দোলনৰ চালিকা-শক্তি হিচাপে এইবিধৰ গীতে সমগ্ৰ ভাৰততে প্ৰভাৱ বিস্তাৰ কৰিছিল। অসমতো। সম্প্ৰতি অসমত কমলাবাৰী, বৰদোৱা আৰু বৰপেটা—এই তিনি ঠাইৰ স্বকীয় বৈশিষ্ট্যপূৰ্ণ গায়কীৰে এই ভক্তিগীতসমূহ গোৱা হয়। তিনিওটা গায়ন-পদ্ধতিকে সিবোৰৰ মৌলিক ৰূপত অব্যাহতভাৱে চৰ্চা কৰিবলৈ দিব লাগে। মন কৰিবলগীয়া যে গায়ন-পদ্ধতি ভিন্ন হ'লেও তিনিওধৰণৰ পৰিবেশনতে অন্তঃসলিলা সুৰৰ প্ৰবাহটোৱে প্ৰাণত ভক্তিৰ গভীৰতা উদ্ৰেক কৰে। এইদৰে বিভিন্ন ধাৰাৰ মুক্ত চৰ্চাৰ ফলত কালক্ৰমত সঙ্গীত-বিদ আৰু সঙ্গীত-বিজ্ঞানী (musicologist) সকলে এটা সাধাৰণ গায়ন-পদ্ধতিৰ প্ৰবৰ্তন কৰিব পাৰিব হয়তো; কিন্তু তাৰ কাৰণে বৰ্তমানৰ স্তৰটো ডেই যাব নোৱাৰি। যাব খুজিলে বিকাশ ৰুদ্ধ হ'ব। মোৰ ধাৰণা এনেকুৱাই।

*বৰ্তমানে কি কামত ব্যস্ত আছে?*

একোতে ব্যস্ত নাই। ব্যতিব্যস্ত সকলোতে। তথাপি কিতাপ এখন অসমীয়ালৈ ভাঙিবলৈ দিছে নেশ্যনেল বুক ট্ৰাষ্টে।

*ভৱিষ্যতৰ পৰিকল্পনা কি?*

মোৰ কাৰণে বৰ্তমানটোৱেই সত্য। বৰ্তমানত যি কাম কৰোঁ সিয়েই কালত ভৱিষ্যৎ হয়গৈ। আঁচনি কৰিয়েই নাপালোঁচোন।

**শ্ৰীময়ী, ১-১৫ ফেব্ৰুৱাৰী, ১৯৯৪**

*গাঁৱৰ লগত মোৰ*
*আত্মাৰ সম্পৰ্ক আছে*

# মেদিনী চৌধুৰী

*আপোনাৰ ক'ত জন্ম হৈছিল; শৈশৱ সোণালী আছিল নে ?*

মোৰ জন্ম হৈছিল ১৯২৮ চনত, কামৰূপ জিলাৰ গোৰেশ্বৰ অঞ্চলৰ বামচা গাঁৱত। মোৰ শৈশৱ সঁচাকৈ সোণালী আছিল।

আমাৰ পৰিয়ালটো ডাঙৰ যৌথ পৰিয়াল আছিল। গাঁওখনৰ ভিতৰত আমাৰ পৰিয়ালটোৱেই চহকী আছিল। এশ বিঘামান মাটিত খেতি কৰিছিল। ঘৰত সাত-আঠজনমান কাম কৰা মানুহ আছিল। পাঁচ-ছয়টামান গুটিধানৰ ভঁৰাল আছিল। গোটেই গাঁওখনৰ মানুহক আমাৰ ঘৰখনেই শোষণ কৰিছিল। ককাদেউতা মৌজাদাৰ আছিল। কিন্তু মোৰ জন্মৰ পাছত ১৯৩০-৩১ চনত দেউতাই কংগ্ৰেছ কৰাৰ বাবে মৌজাখন হেৰুৱাবলগীয়া হৈছিল। দেউতা আছিল সমাজৰ প্ৰতিপত্তিশীল মানুহ, সমাজ-কৰ্মী আৰু কংগ্ৰেছৰ ভলণ্টিয়াৰ। মাকো সেই সময়ৰ পৰিপ্ৰেক্ষিতত বিদুষী মহিলা আছিল বুলিয়েই ক'ব লাগিব। তেওঁ গুৱাহাটীৰ ছোৱালী আছিল ; ক্লাছ ছেভেনমানলৈকে পঢ়িছিল আৰু পঢ়া-শুনাতো চোকা আছিল। আমাৰ পঢ়া-শুনাৰ তদাৰক তেৱেঁই কৰিছিল। সৰুকালৰ শিক্ষা মাৰ বাবেই সুগম হৈছে।

আমাৰ গাঁওখনত ষাঠিঘৰ মানুহ আছিল—তিনিটা চুবুৰিত। গাঁৱৰ প্ৰাকৃতিক পৰিৱেশ আছিল ৰূপে-ৰসে, বৰ্ণে-গোন্ধে বিনন্দীয়া। গাঁৱৰ কাষেৰে বৈ গৈছে দুটি সৰু জুৰি। এই জুৰিত বান্ধ দি গাঁৱৰ মানুহে খেতি-পথাৰত পানী যোগান ধৰিছিল। খেতি-বাতি ভাল হৈছিল। মাছ-পুঠিও আছিল উভৈনদী। ওচৰতে আছিল অৰণ্য। এই অৰণ্যত গাঁৱৰ মানুহে জালেৰে পহু ধৰা মই নিজে দেখিছোঁ। গাঁৱত এটা নামঘৰ আছিল। গাঁৱৰ মানুহবিলাকে নিজকে মহাপুৰুষীয়া বুলি কৈছিল। গাঁৱত এটা নামপাৰ্টি আৰু এটা যাত্ৰাপাৰ্টি আছিল। গাঁৱৰ সামগ্ৰিক পৰিৱেশ শান্তিপূৰ্ণ আছিল।

*আপুনি কৈছে যে গোটেই গাঁওখনৰ মানুহক আপোনালোকৰ ঘৰখনেই শোষণ কৰিছিল। এটা শোষক পৰিয়ালৰ সন্তান হিচাপে আপোনাৰ অনুশোচনা বা অপৰাধবোধ নহয়নে? আপোনাৰ অৱচেতন মনত থকা অপৰাধবোধেই আপোনাক শোষিত-নিপীড়িত মানুহবোৰৰ প্ৰতি সহানুভূতিশীল কৰি তুলিছে। এই সহানুভূতিয়েই হয়তো আপোনাক পৰৱৰ্তী কালত বাওঁপন্থী ৰাজনীতিৰ লগত জড়িত কৰিছিল।*

অপৰাধবোধ হয়। হ'ব পাৰে। এই বিষয় মই ভাবি চোৱা নাই।

*সেই সময়ত গাঁৱৰ সাধাৰণ মানুহৰ অৱস্থা কেনে আছিল ?*

বেছিভাগ মানুহেই 'আকালো নাই ভঁৰালো নাই' ধৰণে খাই-বৈ আছিল। দুই-এটা পৰিয়ালৰ বাহিৰে বাকীবোৰৰ অৱস্থা সচ্ছল নাছিল। একেবাৰে দুখীয়া মানুহো গাঁৱত আছিল। বিয়া কৰিবলৈ মহাজনৰ পৰা ধাৰলৈ নিয়া ধন পৰিশোধ কৰিবলৈ, নৱ-বিবাহিতা পত্নীক ঘৰত এৰি থৈ মহাজনৰ ঘৰলৈ বন্ধা খাতিবলৈ আহিবলগীয়া হোৱা দুৰ্ভাগ্যও সাধাৰণ মানুহৰ জীৱনত ঘটিছিল। মহাজনৰ পৰা নিয়া দুমোন ধান পৰিশোধ কৰিবলৈ মানুহে মাহৰ পাছত মাহ বন্ধা খাতিবলগীয়া হৈছিল। তথাপি এই দুমোন ধান পৰিশোধ নহয়হে নহয়। অৱশ্যে সেই সময়ত মানুহৰ মাজৰ মানৱীয় সম্পৰ্ক গভীৰ আৰু আন্তৰিক আছিল। আপদে-বিপদে ইজনে সিজনক সহায় কৰিছিল। সেয়ে সাধাৰণ মানুহৰ অভাৱ আছিল যদিও তেওঁলোকে অভাৱবোধৰ তীব্ৰতা অনুভৱ কৰা নাছিল।

*পিতৃ-মাতৃ পৰিয়াল আৰু জন্মৰ থলী গাঁওখনে আপোনাৰ জীৱনবোধ আৰু ব্যক্তিত্বক কেনেদৰে প্ৰভাৱিত কৰিছে ?*

দেউতা আছিল সমাজৰ নেতৃস্থানীয় ব্যক্তি। ধৰ্মৰ প্ৰতি তেওঁ গভীৰ অনুৰাগ আছিল আৰু ধৰ্ম বিষয়ক বহুল অধ্যয়নো তেওঁৰ আছিল। বিষ্ণুৰাম মেধি চেয়াৰমেন থকা সময়ত দেউতা লোকেলবৰ্ডৰ মেম্বাৰ আছিল; কিন্তু ১৯৪১ চনত বীৰ বিনায়ক চৰ্ভাকাৰ অসমলৈ আহোঁতে দেউতা তেওঁৰ দ্বাৰা প্ৰভাৱিত হয় আৰু ১৯৪২ চনত কংগ্ৰেছ ত্যাগ কৰে। বিভিন্ন সামাজিক কাম-কাজত দেউতা সদায় ঘূৰি ফুৰিছিল; ইয়াৰ পৰা দেউতা যে সমাজৰ এগৰাকী অগ্ৰগামী লোক আছিল সেইটো মই সৰুতেই অনুভৱ কৰিছিলোঁ আৰু ইয়ে মোক প্ৰভাৱিত কৰিছিল। মাৰ প্ৰভাৱো মোৰ ওপৰত আছে। মাই মোক সৰুতে ঘৰতে পঢ়ুৱাইছিল। নৈতিক শিক্ষাও মই বহু পৰিমাণে মাৰ পৰাই লাভ কৰিছোঁ।

সৰুৰেপৰা গাঁৱৰ সহজ-সৰল মানুহবোৰৰ সান্নিধ্য লাভ কৰিছোঁ। তেওঁলোকৰ হাঁহি-কান্দোন, দুখ-বেদনা ওচৰৰ পৰা দেখিছোঁ। সেয়ে গ্ৰাম্য সমাজ-জীৱনৰ প্ৰভাৱ মোৰ ওপৰত গভীৰ। মোৰ লেখাৰ উপজীব্যও গ্ৰাম্য সমাজ-জীৱনেই। গাঁৱৰ বোকা-পানী,

ধূলি-বালি আৰু বিনন্দীয়া প্ৰাকৃতিক পৰিৱেশৰ মাজত মই ডাঙৰ হৈছোঁ। গাঁৱৰ ৰূপে-ৰসে, বৰ্ণে-গোন্ধে ভৰপূৰ বিনন্দীয়া প্ৰাকৃতিক পৰিৱেশে মোক আজন্ম মুগ্ধ কৰি আহিছে। গাঁৱৰ পথাৰ-সমাৰ, হাবি-বন, পশু-পক্ষী, চৰাই-চিৰিকটি, মুকলি আকাশ, এই সকলোবোৰ মোৰ মনৰ আকাশত তৰাৰ দৰে উজলি আছে। এইবোৰে স্বাভাৱিকতে মোৰ জীৱনবোধ আৰু ব্যক্তিত্বক প্ৰভাৱিত কৰিছে।

*সেই সময়ত 'তাত নদী নাছিল' অৰ্থাৎ সেই সময়ৰ গ্ৰাম্য জীৱন গতিহীন, নিস্তব্ধ আছিল; কিন্তু স্বাধীনোত্তৰ কালত গাঁৱত নদীৰ উৎপত্তি হ'ল; এই নদীয়ে গ্ৰাম্য জীৱনত গতি সঞ্চাৰ কৰিলে সঁচা; কিন্তু ই গ্ৰাম্য সমাজ-জীৱনৰ সৰ্বত্ৰ খহনীয়াবো সৃষ্টি কৰিলে। এদিন আপুনি 'তাত নদী নাছিল' বুলি খেদ কৰিছিল, আজি নদীয়ে সৃষ্টি কৰা গ্ৰাম্য জীৱনৰ ক্ষয়িষ্ণু, বিধ্বস্ত ৰূপটো দেখি আপোনাৰ কেনে লাগে ?*

গভীৰ মনোবেদনা হয়। গাঁৱৰ সেই বিনন্দীয়া শান্ত-সমাহিত ৰূপটো এতিয়া আৰু নাই। সেই সহজ-সৰল, শান্তিপ্ৰিয় মানুহবোৰো এতিয়া নাই। মৰম-স্নেহ, প্ৰেম-প্ৰীতি, ভাতৃত্ববোধৰ সেই বান্ধোনো এতিয়া নাই। কি গাঁও আছিল, কি হৈ গ'ল । গাঁৱলৈ গ'লে মোৰ পুৰণি দিনৰ কথাবোৰেই বাৰে বাৰে মনত পৰে। আমাৰ দিনত তিনিটা চুবুৰি মিলি এখন গাঁও হৈছিল। গাঁওখনত একোটাকৈ খেল আছিল। এতিয়া একেটা চুবুৰিতে তিনিটাকৈ খেল। ইটো খেলৰ মানুহ সিটো খেললৈ নাযায়। বিপদে-আপদে মাত এষাৰ নিদিয়ে। মানুহ মৰিলেও খবৰ কৰিবলৈ নাযায়। আজিৰ গাঁৱৰ এই বিধ্বস্ত পৰিৱেশে মোক মৰ্মাহত কৰে।

*স্কুলীয়া শিক্ষা ক'ত আৰম্ভ হৈছিল ? সেই সময়ৰ স্কুলীয়া শিক্ষা কেনে আছিল ?*

মোৰ স্কুলীয়া শিক্ষা গোৰেশ্বৰ মাইনৰ স্কুলতেই আৰম্ভ হয়। প্ৰাথমিক স্কুলত মই পঢ়া নাছিলোঁ। ঘৰতে পঢ়ি ১৯৩৬ চনত ক্লাছ থ্ৰিত নাম লগাইছিলোঁ। সেই সময়ত প্ৰাথমিক স্কুলত পাঁচটা, মাধ্যমিক স্কুলত চাৰিটা আৰু হাইস্কুলত চাৰিটা শ্ৰেণী আছিল। হাইস্কুল মই নলবাৰী গৰ্ডন স্কুলত পঢ়িছিলোঁ। ছাত্ৰ হিচাপে মই যে স্কুলত বৰ চোকা আছিলোঁ তেনে হয়। মোতকৈ চোকা ছাত্ৰ শ্ৰেণীত আছিল। মই শ্ৰেণীত উত্তম পাঁচজন ছাত্ৰৰ ভিতৰত আছিলোঁ। অৱশ্যে সামাজিক কাম-কাজত মই ছাত্ৰাৱস্থাৰ পৰাই জড়িত হৈ পৰিছিলোঁ। বাৰ্মিজ ভগনীয়াসকলক সাহায্য দিয়া, ১৯৪২ চনৰ স্বাধীনতা আন্দোলনত দোকান-পোহাৰ আদি বন্ধ কৰা কামত মই অংশগ্ৰহণ কৰিছিলোঁ। সংগীতৰ প্ৰতিও মোৰ ৰাপ আছিল। এসময়ত মই গানো গাইছিলোঁ। নাগাৰা, খোল, খঞ্জৰী আদি লোকবাদ্যও বজাব জানিছিলোঁ।

সেই সময়ৰ স্কুলীয়া শিক্ষা ভালেই আছিল। শিক্ষক-ছাত্ৰৰ সম্পৰ্ক বৰ ঘনিষ্ঠ আৰু মধুৰ আছিল। কোনোবাই দুদিন স্কুললৈ নগ'লেই শিক্ষকে ঘৰলৈ খবৰ ল'বলৈ গৈছিল।

শিক্ষাৰ ক্ষেত্ৰত কঠোৰ অনুশাসন চলিছিল। কাণত ধৰাই আঁঠু কঢ়াই থোৱা, বেঞ্চৰ ওপৰত থিয় কৰাই থোৱা, বেতেৰে কোবোৱা আদি আছিল সেই সময়ৰ শাস্তি। আমাৰ লগৰ কোনো ছোৱালী স্কুললৈ যোৱা নাছিল। বোধহয় সেই সময়ত অসমৰ গাঁৱলীয়া সমাজত স্ত্ৰী-শিক্ষা আৰম্ভই হোৱা নাছিল।

***স্কুলীয়া জীৱনত পাঠ্যপুথিৰ বাহিৰে আন কিতাপ-পত্ৰ পঢ়াৰ সুযোগ পাইছিলনে? সাহিত্যানুৰাগৰ উন্মেষ হ'ল কেনেকৈ ?***

আন কিতাপ-পত্ৰ পঢ়াৰ সুযোগ পাইছিলোঁ। মা-ই বঙলা ভাষাটো ভালদৰে জানিছিল। তেওঁৰ সহায়তে 'পাঁচ কড়িদের ৰহস্য কাহিনী', 'নীল বসনা সুন্দৰী', 'বিষবৃক্ষ' আদি বঙালী কিতাপ পঢ়িছিলোঁ। সৌৰিন্দ্ৰ গ্ৰন্থাৱলী, বঙ্কিমচন্দ্ৰ গ্ৰন্থাৱলী, শৰৎ চট্টোপাধ্যায়ৰ উপন্যাস, দণ্ডীনাথ কলিতাৰ 'সাধনা' আদি উপন্যাসো ছাত্ৰাৱস্থাতে পঢ়িছিলোঁ। 'আৱাহন'খনো আমাৰ ঘৰত ৰাখিছিল। ইবোৰৰ অধ্যয়নেই মোৰ মনত সাহিত্যানুৰাগৰ উন্মেষ ঘটাইছিল।

***সাহিত্যিক হোৱাৰ সপোন দেখিছিল কেতিয়া ? এই সপোন বাস্তৱায়িত কৰিবলৈ কেনেদৰে প্ৰস্তুতি চলাইছিল? নে আপোনাৰ সাহিত্যিক হোৱাটো আকস্মিক ঘটনাহে?***

১৯৪১-৪২ চনত নলবাৰীৰ গৰ্ডন স্কুলত পঢ়ি থাকোঁতে মই ঘৰৰ পৰা আঁতৰত থাকি গৃহ-কাতৰতা অনুভৱ কৰিছিলোঁ। ঘৰখনলৈ বৰকৈ মনত পৰিছিল আৰু তেতিয়াই মই দুই-এটা কবিতা লিখিবলৈ আৰম্ভ কৰিছিলোঁ। অৱশ্যে ইবোৰ ক'তো প্ৰকাশ হোৱা নাছিল। সেই সময়ৰ পৰা সাহিত্যিক হোৱাৰ সপোনে মনৰ মাজত লুকা-ভাকু খেলিবলৈ ধৰিছিল। প্ৰথম লিখা কবিতাটো 'নায়ক' নামৰ আলোচনী এখনৰ ভীমবৰ দেউৰী বিশেষ সংখ্যাত প্ৰকাশ হৈছিল, ১৯৪৮ চনত।

মই সাহিত্যিক হোৱাটো আকস্মিক ঘটনা বুলি নাভাবোঁ। ইয়াৰ বাবে মোৰ এক সচেতন প্ৰচেষ্টা আছিল। মই যথেষ্ট পঢ়া-শুনা কৰিছিলোঁ—যি মোৰ সাহিত্যিক জীৱনৰ ভেটি নিৰ্মাণত প্ৰচুৰ সহায় কৰিছিল। তদুপৰি অসমৰ প্ৰায়বোৰ অঞ্চলৰে গাঁৱে-ভূঞে ঘূৰি মই গ্ৰাম্য সমাজ-জীৱনৰ চাক্ষুষ অভিজ্ঞতা আহৰণ কৰিছিলোঁ। মোৰ সৰহভাগ লেখাতে এই অভিজ্ঞতাৰ প্ৰতিফলন ঘটিছে।

***আপুনি কটন কলেজত পঢ়া সময়ত কলেজখনত নামভৰ্তিৰ বাবে কেনেকুৱা বৌদ্ধিক যোগ্যতাৰ প্ৰয়োজন হৈছিল ? সেই সময়ত কটন কলেজৰ শৈক্ষিক, সাংস্কৃতিক পৰিবেশ কেনে আছিল ? ছাত্ৰ-ছাত্ৰীসকলৰ মাজত সম্পৰ্কটো কেনে আছিল ? প্ৰেম-প্ৰণয়ৰ ঘটনাও ঘটিছিল নেকি ?***

আমাৰ সময়তো বাছি বাছি ছাত্ৰসকলেই কটন কলেজত পঢ়িবলৈ আহিছিল। ছাত্ৰাবাসত ছীট পাবলৈ হ'লেও মেধাবী ছাত্ৰ হ'বই লাগিছিল। প্ৰথম বিভাগত উত্তীৰ্ণ

নহ'লে সাধাৰণতে ছাত্ৰাবাসত ছীট নাপাইছিল। শিক্ষক-ছাত্ৰৰ সম্পৰ্ক অতি ঘনিষ্ঠ আৰু মধুৰ আছিল। এক সুস্থ আৰু উচ্চমানৰ শৈক্ষিক সাংস্কৃতিক পৰিৱেশ কটনত বিৰাজ কৰিছিল। নিজস্ব প্ৰতিভা বিকাশৰ এক সুন্দৰ পৰিৱেশ ছাত্ৰ-ছাত্ৰীসকলে পাইছিল। সাহিত্য, সংগীত, নাটক, খেল-ধেমালি আদিত ছাত্ৰ-ছাত্ৰীসকলে বিশেষ দক্ষতা প্ৰদৰ্শন কৰিছিল। কোনো বিখ্যাত ব্যক্তি গুৱাহাটীলৈ আহিলে কটনৰ ছাত্ৰাবাসলৈ আমন্ত্ৰণ জনোৱা হৈছিল।

ছাত্ৰসকলে সাধাৰণতে ধুতী-ছাৰ্ট পিন্ধিছিল। ভৰিত ছেণ্ডেল আছিল। ছাত্ৰসকলৰ মাজত কিছুমান বাওঁপন্থী ছাত্ৰও আছিল। তেওঁলোকে সাধাৰণতে পায়জামা ছাৰ্ট পিন্ধিছিল। অসমীয়া ছোৱালীবিলাকে চাদৰ-মেখেলা আৰু আন সম্প্ৰদায়ৰ ছোৱালীবিলাকে শাড়ী পিন্ধিছিল। ছাত্ৰৰ তুলনাত ছাত্ৰীৰ সংখ্যা যথেষ্ট কম আছিল। আজিৰ দৰে সেইসময়ত ছাত্ৰ-ছাত্ৰীৰ মাজত অবাধ মিলামিছা নাছিল। ছাত্ৰীসকলে সাধাৰণতে বেলেগে থাকিছিল। তথাপি প্ৰেম-প্ৰণয়ৰ ঘটনা ঘটিছিল। ডেস্কত ছুৰীৰে কাটি কাটি ছাত্ৰই ছাত্ৰীৰ উদ্দেশ্যে প্ৰেমৰ কবিতা লিখিছিল ঃ 'সুৰ যদি ছিল নাকো / গানেতে আমাৰ / অগো সুৰ তুমি কেন সাথী হৈ আসিলেনা তাৰ।' সেই সময়ত অসমৰ বাহিৰৰ ছাত্ৰয়ো কটনত পঢ়িবলৈ আহিছিল। অসমৰ বাহিৰৰ ছাত্ৰৰ লগত প্ৰেমত পৰি অসমীয়া ছোৱালী (ছাত্ৰী) গুচি যোৱাৰ দৃষ্টান্তও আছে।

***কৰ্মজীৱন কেতিয়া আৰম্ভ কৰিছিল ?***

কৰ্মজীৱন আৰম্ভ কৰিছিলোঁ গোৰেশ্বৰ এম.ই. স্কুলৰ শিক্ষক হিচাপে, ১৯৪৭ চনত। মাহিলি দৰমহা আছিল ২৫ টকা। ১৯৪৯ চনত কেইমাহমান শ্বিলঙৰ সচিবালয়ত কেৰাণী হিচাপে কাম কৰিছিলোঁ। সেইটো অস্থায়ী চাকৰি আছিল। তাৰ পৰা ঘূৰি আহি নতুনকৈ প্ৰতিষ্ঠা হোৱা গোৰেশ্বৰ হাইস্কুলত শিক্ষক হিচাপে যোগ দিওঁ। শিক্ষকতাৰ লগতে সমান্তৰালভাৱে ১৯৪৯ চনত 'অসমীয়া' (সাপ্তাহিক) কাকতত যোগ দি সাংবাদিকতাও কৰিবলৈ আৰম্ভ কৰোঁ। এই সময়ছোৱা আছিল মোৰ জীৱনৰ কঠিন সংগ্ৰামৰ সময়। ১৯৫৬ চনত এ.চি.এছ বিষয়া হিচাপে চৰকাৰী চাকৰিত যোগ দিওঁ। প্ৰথমে গোৱালপাৰাত এছ.ডি.চি. হিচাপে এবছৰমান কাম কৰিছিলোঁ। তেতিয়া দৰমহা আছিল বোধহয় ২০১ টকা।

***সেই সময়ত চৰকাৰী চাকৰি সহজলভ্য আছিলনে? আজিকালিৰ দৰে সেই সময়তো চৰকাৰী চাকৰিৰ ক্ষেত্ৰত ৰাজনৈতিক হস্তক্ষেপ চলিছিলনে? চৰকাৰী চাকৰি পাবলৈ উপঢৌকনো দিব লাগিছিল নেকি ?***

চৰকাৰী চাকৰি সহজলভ্য আছিল বুলি ক'ব নোৱাৰি। চাকৰিৰ বাবে সেই সময়তো সংগ্ৰাম কৰিবলগা হৈছিল। আজিৰ তুলনাত সেই সময়ত শিক্ষিত যুৱকৰ

সংখ্যা কম আছিল যদিও তেতিয়া চাকৰিৰ ক্ষেত্ৰখনো বহল নাছিল। সেয়ে আজিৰ দৰে তীব্ৰ নহ'লেও চাকৰিৰ সমস্যাটো তেতিয়াও আছিল। চৰকাৰী চাকৰিৰ ক্ষেত্ৰত সেই সময়তো ৰাজনৈতিক হস্তক্ষেপ চলিছিল বুলি মোৰ ধাৰণা হয়; কিন্তু উপঢৌকন দিবলগা হোৱাটো মোৰ জ্ঞাত নহয়।

***বহুত উচ্চপদস্থ চৰকাৰী বিষয়াই খেদ কৰি কয় যে তেওঁলোকে হেনো ৰাজনৈতিক নেতাৰ নিৰ্দেশিত বহু সময়ত নিজৰ বিবেকৰ বিৰুদ্ধে গৈ কাম কৰিবলগীয়া হয়। আনকি কেতিয়াবা তেওঁলোকে ৰাজনৈতিক নেতাৰ ডাবি-ধমকিও খাবলগা হয়। আপোনাৰ কৰ্মজীৱনতো এনে কোনো অসহনীয় অভিজ্ঞতা হৈছে নেকি?***

মোৰ কৰ্মজীৱনত এনে কোনো অভিজ্ঞতা হোৱা নাই। মোৰ কৰ্মজীৱনত নিজৰ বিবেকৰ বিৰুদ্ধে গৈ মই কোনো কাম কৰা নাই। মই কাহানিও ৰাজনৈতিক হেঁচাত শিৰ নত কৰা নাই। এইবাবে অৱশ্যে মোক কেতিয়াবা বদলি কৰা হৈছে আৰু মই বদলিৰ নিৰ্দেশ মানি লগে লগে নতুন ঠাইত গৈ কামত যোগ দিছোঁ।

***আপোনাৰ বিবাহ হৈছিল কেতিয়া? পত্নী তথা পাৰিবাৰিক জীৱন সম্পৰ্কে অলপ ক'ব নেকি?***

১৯৫৪ চনত মোৰ বিবাহ হৈছিল। চৰকাৰী চাকৰি মোৰ তেতিয়াও হোৱা নাছিল। সেই সময়ত মোৰ কঠিন জীৱন-সংগ্ৰাম চলি আছিল। মোৰ সাহিত্য সৃষ্টিত পত্নীৰ বৰঙণি কম নহয়। কিতাপৰ পাণ্ডুলিপি প্ৰস্তুত কৰাত তেওঁ মোক যথেষ্ট সহায় কৰিছে। তেওঁৰ স্নেহময় সান্নিধ্যয়ো মোক সৃষ্টিৰ বাবে প্ৰেৰণা দিছে। তেওঁৰ নামত মই এটা গল্পও লিখিছিলোঁ। গল্পটো বৰ জনপ্ৰিয় হৈছিল। গল্পটোৰ নাম আছিল 'পানু'। মোৰ ছোৱালী তিনিজনী আৰু ল'ৰা এজন। ডাঙৰ ছোৱালীজনী ইংৰাজী সাহিত্যত এম এ। বৰ্তমান ই এ চি হিচাপে কাম কৰি আছে। আন দুজনী স্নাতক। ল'ৰাজনে অসম আন্দোলনৰ সময়ত ইঞ্জিনিয়াৰিং কলেজত পঢ়ি আছিল; কিন্তু অসম আন্দোলন সমৰ্থন নকৰাৰ বাবে তেওঁ আন্দোলনকাৰীসকলৰ ৰোষৰ বলি হ'বলগা হয়। সিহঁতে তেওঁক মাৰি পেলাবই বিচাৰিছিল। সেয়ে তেওঁৰ আৰু কলেজলৈ ঘূৰি যোৱাটো সম্ভৱ নহ'ল। তেওঁৰ পঢ়া অসম্পূৰ্ণ হৈয়ে ৰ'ল। বৰ্তমান তেওঁ এটা বেংকত চাকৰি কৰে। সকলোৰে বিয়া-বাৰু হৈ গৈছে। জীৱনত মোৰ দুখ আছে, কিন্তু পাৰিবাৰিক জীৱনত মই সুখী।

***আপুনি হেনো এসময়ত আৰ চি পি আই দলৰ সৈতে জড়িত আছিল?***

হয়, আছিলোঁ। কিন্তু সচেতনভাৱে মই এই দলত যোগ দিয়া নাছিলোঁ। মই দলৰ সদস্যও নাছিলোঁ। বিষ্ণু ৰাভা, চন্দ্ৰ ডেকা, আহিনা ৰাভা আদি নেতাৰ নিৰ্দেশত ইটো-সিটো কাম কৰিছিলোঁ।

*সেই সময়ত বোধহয় আপুনি মাৰ্ক্সবাদত বিশ্বাস কৰিছিল ?*

সেই সময়তে নহয়, মই এতিয়াও মাৰ্ক্সবাদত বিশ্বাস কৰোঁ।

*ছোভিয়েট ৰাছিয়া আৰু পূব ইউৰোপৰ বিভিন্ন দেশৰ সমাজতান্ত্ৰিক সমাজব্যৱস্থাৰ পতনে আপোনাৰ মনত কেনে প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে ?*

এইবোৰ একোটাহঁত সাংস্কৃতিক উত্তৰণৰ স্তৰ মাথোন। ৰাছিয়াত যি গণতন্ত্ৰৰ প্ৰতিষ্ঠাৰ চেষ্টা কৰা হৈছে সেই গণতন্ত্ৰৰ সৈতেতো সাম্যবাদৰ বিৰোধ নাই। সাম্প্ৰতিক ঘটনাবোৰে সেই কথাকে প্ৰতিপন্ন কৰি আহিছে। পৃথিৱীত মানুহ থকালৈকে মানুহৰ অভাৱবোধ শেষ নহয়। মানুহৰ অভাৱবোধ থকালৈকে সাম্যবাদী ধাৰণাৰো মৃত্যু নহয়। এই কথা মই ছোভিয়েট ৰাছিয়াৰ ভাঙোনৰ পৰৱৰ্তীকালত লিখা বিভিন্ন প্ৰবন্ধতো লিখিছিলোঁ। ছোভিয়েট ৰাছিয়াৰ ভাঙোনৰ পূৰ্বে পৃথিৱীখনত শক্তিৰ এক ভাৰসাম্য আছিল। এতিয়া সেই ভাৰসাম্য হেৰাই গৈছে। এতিয়া বিশ্বৰ সৰ্বত্ৰ আমেৰিকাই 'দাদাগিৰি' চলাব ধৰিছে।

*অসমীয়া সাহিত্যত আপোনাৰ প্ৰতিষ্ঠাৰ প্ৰথম খোজ বুলি গণ্য কৰিব পৰা উল্লেখযোগ্য সৃষ্টি কি ?*

'পছোৱা', 'ৰামধেনু' আৰু 'মণিদীপ'ত কেবাটাও কবিতা, গল্প আৰু প্ৰবন্ধ প্ৰকাশ হৈছিল। এইখিনিকে মোৰ প্ৰতিষ্ঠাৰ প্ৰথম খোজ বুলি গণ্য কৰিব পাৰি। ই ১৯৫৫-১৯৫৮ চনমানৰ ঘটনা।

*আপোনাৰ প্ৰথম গল্পটো কি আছিল ? প্ৰথম গল্প লিখিবলৈ আৰম্ভ কৰা সময়ত কোনোবা অগ্ৰজ লেখকক অনুসৰণ কৰিছিল নেকি ?*

মোৰ প্ৰথম গল্পটোৰ নাম আছিল 'সীমাৰেখা'। প্ৰকাশ হৈছিল 'অসমীয়া'ত, ১৯৪৯ কি ১৯৫০ চনত। মই বেছিকৈ অনুসৰণ কৰিছিলোঁ অসমীয়া গল্পকাৰ হলীৰাম ডেকা, লক্ষ্মীনাথ বেজবৰুৱা, নগেন্দ্ৰ নাৰায়ণ চৌধুৰী, দৈৱচন্দ্ৰ তালুকদাৰ আৰু দুই-এজন বঙ্গালী গল্পকাৰক।

*আপুনি আৰম্ভণিৰ পৰা প্ৰায় একেধৰণৰ আংগিকতে গল্প লিখি আহিছে। আংগিকৰ প্ৰতি আপুনি মনোযোগ নিদিয়া যেনেই লাগে ! গল্পত আংগিকতকৈ বিষয়বস্তু অধিক গুৰুত্বপূৰ্ণ বুলি আপুনি ভাবে নেকি ?*

হয়, মই ভাবোঁ। মই গল্প এটা লিখোঁতে এটা বিশেষ মিছন লৈ লিখোঁ। বিশেষকৈ সমাজৰ শোষিত-বঞ্চিত, অৱহেলিত-নিৰ্যাতিত মানুহখিনিক লৈয়ে মই লিখোঁ। এই মানুহখিনিৰ সুখ-দুখ, আশা-আকাংক্ষা, সমস্যা-সংগ্ৰাম চিত্ৰিত কৰিবলৈ মই চেষ্টা কৰোঁ। মোৰ প্ৰথম গল্প 'সীমাৰেখা'তো বাওঁপন্থী আন্দোলনত নিৰ্যাতিত হোৱা অথচ বাওঁপন্থী আদৰ্শৰ বিষয়ে একোকেই নজনা গুৱাহাটীৰ আশে-পাশে থকা নিৰ্দোষ

কাৰ্বি আৰু বড়ো ৰাইজৰ দুৰ্গতিৰ ছবি ফুটাই তোলাৰ চেষ্টা কৰিছোঁ। অৱশ্যে গল্পৰ আংগিক সম্পৰ্কে মই অৱগত। কিন্তু গল্পৰ বিষয়বস্তু বা বক্তব্য ফুটাই তোলাতহে মই অধিক গুৰুত্ব দিওঁ। সেইটো কৰিবলৈ যাওঁতে গল্পৰ আঙ্গিকৰ প্ৰতি বিশেষ মনোযোগ দিয়াৰ অৱকাশ মোৰ নাথাকে। মোৰ বোধেৰে গল্প এটাৰ সাফল্য নিৰ্ভৰ কৰে ইয়াৰ সামগ্ৰিক আবেদনৰ ওপৰত। সামগ্ৰিকভাৱে গল্প এটাই পাঠকক এক অভিনৱ অভিজ্ঞতাৰ আস্বাদ দিব পাৰিব লাগিব। যাতে পাঠকে নিজস্ব অভিজ্ঞতাৰ জগতখনৰ প্ৰতিফলন তাত অনুভৱ কৰিব পাৰে।

*আপোনাৰ গল্পবোৰ এতিয়াও বিভিন্ন কাকত-আলোচনীত সিঁচৰতি হৈ আছে। ইমান দিনে সেইবোৰক সংকলিত ৰূপত প্ৰকাশ নকৰাৰ কাৰণ কি ? সেইবোৰক আপুনি তেনে গুৰুত্বপূৰ্ণ সৃষ্টি বুলি নাভাবে নেকি ?*

গুৰুত্বপূৰ্ণ সৃষ্টি বুলি নাভাবোঁ, এনে কথা নহয়। মই এতিয়ালৈকে চাৰিকুৰিমান চুটিগল্প লিখিছোঁ। তাৰ ভিতৰত নিঃসন্দেহে কিছু ভাল গল্প আছে। বহুতেই বহুদিনৰ পৰাই মোক গল্প-সংকলন উলিওৱাৰ কথা কৈ আহিছে। কিন্তু এই বিষয়ে মই তেনেকৈ মনোযোগ দিব পৰা নাই। একপ্ৰকাৰ এলাহ বা অনীহাৰ বাবেই আজিলৈকে মোৰ এটি গল্প-সংকলন উলিওৱা হোৱা নাই বুলি ক'ব পাৰি। তদুপৰি এবাৰ প্ৰকাশ হোৱাৰ পাছত সেইবোৰক পুনৰ সংকলিত ৰূপত প্ৰকাশ কৰাৰ তাগিদাও মই তেনেকৈ অনুভৱ কৰা নাই। তথাপি পাঠকে মোৰ গল্প সংকলিত ৰূপত প্ৰকাশ হোৱাটো বিচাৰিছে যেতিয়া মই এতিয়া নিৰ্বাচিত গল্পৰ সংকলন এটি উলিয়াবৰ চেষ্টা কৰিম।

*আপুনি নিজে সাৰ্থক গল্প বুলি গণ্য কৰা আপোনাৰ দুটামান গল্পৰ বিষয়ে চমুকৈ ক'ব নেকি ?*

মই নিজে সাৰ্থক গল্প বুলি গণ্য কৰা মোৰ ভালেমান গল্প আছে। সেইবোৰৰ ভিতৰত 'সিহঁতে কেৱল মৰে', 'ইদ্ৰিছ, মই আৰু বাবুলাল', 'প্ৰতিভূ', 'নিৰ্জন স্বাক্ষৰ', 'মণিৰাম পাটৰ কেনি গ'ল' আদি কেইটামান গল্পক বিশেষভাৱে সাৰ্থক সৃষ্টি বুলি গণ্য কৰোঁ।

যিকোনো আন্দোলন বা বিদ্ৰোহত সাধাৰণ মানুহখিনিহে বেছিকৈ ক্ষতিগ্ৰস্ত হয়, তেওঁলোকে নানা যাতনা ভোগ কৰিবলগীয়া হয়, কিন্তু এই আন্দোলন বা বিদ্ৰোহৰ দ্বাৰা তেওঁলোক কোনোপ্ৰকাৰে উপকৃত নহয়। এয়াই 'সিহঁতে কেৱল মৰে' গল্পৰ উপজীব্য। 'ইদ্ৰিছ, মই আৰু বাবুলাল'ৰ বক্তব্য হ'ল, কণ কণ ল'ৰা-ছোৱালীক প্ৰয়োজনাতিৰিক্ত মানসিক বোজা দিলে তেওঁলোকৰ স্বাভাৱিক বা সুস্থ বিকাশ নহয়, তেওঁলোক নষ্ট হৈ যায়। সমন্বিত অসমীয়া সমাজৰ এখন ছবিও গল্পটোত ফুটাই তুলিব বিচৰা হৈছে। 'প্ৰতিভূ'ত ব্ৰিটিছ যুগৰ আদালতৰ এজন কোৰ্ট ক্ৰাইয়াৰৰ

(যিজন কৰ্মচাৰীয়ে ক'ৰ্টত 'আচামী হাজিৰ' বুলি চিঞৰে) দৰে সাধাৰণ মানুহৰ সততা, নিষ্ঠা আৰু মহত্ত্ব চিত্ৰিত হৈছে। 'নিৰ্জন স্বাক্ষৰ' ত নিৰক্ষৰ লোকসকলে পদে পদে সম্মুখীন হোৱা অসুবিধাৰ কথা কোৱা হৈছে। 'মণিৰাম পাটৰ কেনি গ'ল' গল্পত চৰকাৰ বা প্ৰশাসনে সাধাৰণ মানুহক কৰা হাৰাশাস্তি, নিৰ্যাতন আৰু ইয়াৰ বিৰুদ্ধে বিদ্ৰোহ চিত্ৰিত হৈছে।

***সহজ-সৰল গাঁৱলীয়া দৰিদ্ৰ মানুহৰ জীৱনৰ দুখ-দুৰ্দশা, লঘু-লাঞ্ছনাই আপোনাৰ গল্পত বেছিকৈ চিত্ৰিত হৈছে। এই মানুহখিনিৰ দুখ-দুৰ্দশাই আপোনাক বিশেষভাৱে আকৰ্ষিত কৰাৰ কাৰণ কি ?***

মই গাঁৱৰ ল'ৰা। গাঁৱত মোৰ জন্ম হৈছে। গাঁৱৰ সাধাৰণ মানুহবোৰৰ মাজতেই মই ডাঙৰ হৈছোঁ। আজন্ম মই দেখি আহিছোঁ তেওঁলোকৰ দুখ-দুৰ্দশা, তেওঁলোকৰ ওপৰত চলা অন্যায়-অবিচাৰ, শোষণ-নিৰ্যাতন। তেওঁলোকৰ জীৱনৰ দুখ-বেদনাই সদায়ে পৰাই মোক ব্যথিত কৰি আহিছে। সেয়ে মই সহজ-সৰল, নিপীড়িত-নিৰ্যাতিত এই মানুহখিনিৰ জীৱনৰ দুখ-দুৰ্দশা চিত্ৰণৰ প্ৰয়াস কৰিছোঁ। মই তেওঁলোকৰ পিছত থিয় হৈছোঁ।

***আপোনাৰ সৃষ্টিৰ সৰহভাগতেই গ্ৰাম্যজীৱনৰ সৌন্দৰ্য আৰু মহত্ত্বই বৰ্ণিত হৈছে ; গ্ৰাম্যজীৱনৰ প্ৰতি এতিয়াও আপোনাৰ প্ৰাণৰ আকৰ্ষণ আছেনে ?***

নিশ্চয় আছে। আৰু যিমানদিন জীয়াই থাকিম সিমান দিনলৈকে থাকিব। গ্ৰাম্যজীৱনৰ স'তে মোৰ আত্মাৰ সম্পৰ্ক আছে; নাড়ীৰ বন্ধন আছে। গাঁৱৰ মানুহৰ প্ৰতি মোৰ এক অদ্ভুত মমতাবোধ আছে—যি মমতাবোধ জীৱনৰ কোনো মুহূৰ্ততে মই ত্যাগ কৰিব পৰা নাই আৰু নোৱাৰিম।

***আজিকালিও গাঁৱৰ ঘৰলৈ যায়নে ? ল'ৰালিৰ বন্ধুবোৰক লগ পালে কেনে লাগে ?***

যাওঁ। মাহত অন্ততঃ এবাৰকৈ এতিয়াও মই গাঁৱলৈ যাওঁ। গাঁৱলৈ নোযোৱাকৈ মই থাকিব নোৱাৰোঁ। ল'ৰালিৰ বন্ধুবোৰক লগ পালে ভাল লাগে। পুৰণি দিনৰ স্মৃতিয়ে জুমুৰি দি ধৰে। এক নষ্টালজিক অনুভৱ হয়।

***আপুনি অসমীয়া সাহিত্যত মুখ্যতঃ চুটিগল্প লেখক হিচাপে আত্মপ্ৰকাশ কৰিছিল। কিন্তু উপন্যাস লিখিবলৈ লোৱাৰ পিছত চুটিগল্প লেখিবলৈ এৰিয়েই পেলালে কিয় ?***

মানুহৰ সামগ্ৰিক জীৱন চিত্ৰিত কৰিবলৈ চুটিগল্পই যথেষ্ট নহয় বুলি অনুভৱ হ'ল। উপন্যাস লিখিবলৈ লোৱাৰ পিছত চুটিগল্প লিখিবলৈ বোধহয় মোৰ এক অনীহাও জন্মিল। সেয়ে, চুটিগল্প লিখিবলৈ বাদ দিয়াৰ নিচিনাই হ'ল। তথাপি মাজে-সময়ে দুই-এটা চুটিগল্প লিখি আছোঁ।

***আপুনি জীৱনৰ প্ৰায় মাজবয়সত উপন্যাস লিখিবলৈ আৰম্ভ কৰাৰ কাৰণ কি?***

মই জীৱনৰ প্ৰথমছোৱাত ৰাজনীতিৰ লগতে বিভিন্ন সামাজিক কাম-কাজত

ব্যস্ত আছিলোঁ। সেই সময়ত উপন্যাস লিখাৰ আহৰি বা মানসিক প্ৰস্তুতি মোৰ নাছিল। গল্প বা প্ৰবন্ধ এটা আপেক্ষিকভাৱে কম সময়তে লেখিব পাৰি; ইয়াৰ বাবে দীঘলীয়া পৰিকল্পনা-প্ৰস্তুতিৰো বিশেষ প্ৰয়োজন নাই।

***'অনন্য প্ৰান্তৰ' (১৯৭৩) নামৰ অনন্য ৰচনাশৈলীসম্পন্ন উপন্যাসখনেৰে আপুনি অসমীয়া সাহিত্যত ঔপন্যাসিকৰূপে আত্মপ্ৰকাশ কৰিছিল। এই উপন্যাসখনে পাঠক-সমালোচকৰ মনত কেনে প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল ?***

উপন্যাসখন পঢ়ুৱৈসমাজত সমাদৃত হৈছিল। বহুতে উপন্যাসখন পঢ়ি ভাল পোৱা বুলি কৈছিল। সমালোচকসকলে উপন্যাসখন বিশেষকৈ ইয়াৰ ৰচনাশৈলীৰ বাবে প্ৰশংসা কৰিছিল।

***'অনন্য প্ৰান্তৰ' ত পৰম্পৰাগত ৰচনাশৈলী প্ৰয়োগ নকৰি এক নতুন ধৰণৰ ৰচনাশৈলী প্ৰয়োগ কৰিবলৈ গ'ল কিয় ? উপন্যাসখনৰ বিষয়বস্তু পৰিৱেশনৰ বাবে তেনে এক ৰচনাশৈলী অপৰিহাৰ্য আছিলনে ? এই ৰচনাশৈলী আপোনাৰ স্বকীয় উদ্ভাৱন নে ই অগ্ৰজ কোনো ঔপন্যাসিক ৰচনাশৈলীৰ অনুসৰণ ?***

অসমৰ তিনিখন জিলাক পাঠকৰ সৈতে, বিশেষকৈ যুৱপাঠকৰ সৈতে বিশেষভাৱে চিনাকি কৰি দিয়াৰ উদ্দেশ্যেই এই উপন্যাসখন লিখিছিলোঁ। গতানুগতিক শৈলীত ভূগোল বা ইতিহাসৰ দৰে কথাবোৰ ক'বলৈ গ'লে সি যুৱ-পাঠকসকলক আকৃষ্ট কৰিব নোৱাৰিব বুলি ভাবিয়েই মই উপন্যাসখনত তেনে এক ৰচনাশৈলী প্ৰয়োগ কৰিছিলোঁ। তেনে এক ৰচনাশৈলী অপৰিহাৰ্য আছিল বুলিয়েই ভাবিছিলোঁ।

এই উপন্যাসখন লেখাৰ পূৰ্বে 'যাযাবৰৰ দৃষ্টিপাত', 'শীতে উপেক্ষিতা', 'মহাপ্ৰস্থানৰ পথে' আদি কেইখনমান কিতাপ পঢ়িছিলোঁ। এই কিতাপকেইখন সামগ্ৰিক প্ৰভাৱৰ ফলতেই 'অনন্য প্ৰান্তৰ'ৰ ৰচনাশৈলী মোৰ মনত উদ্ভৱ হোৱা যেন লাগে।

***বৈষ্ণৱ ধৰ্মগুৰুসকলৰ ভিতৰত আপুনি মাধৱদেৱৰ ব্যক্তিত্বৰ প্ৰতি বিশেষভাৱে আকৰ্ষিত হোৱাৰ কাৰণ কি ? মাধৱদেৱৰ জীৱন-ভিত্তিক উপন্যাস 'বগুকা বেহা ৰ' ৰচনাৰ প্ৰেৰণা ক'ত পালে ?***

শঙ্কৰী পৰম্পৰা ৰক্ষাত মাধৱদেৱৰ যি আত্মত্যাগ তাৰ কোনো তুলনা নাই। তদুপৰি তেওঁ যি নিৰ্যাতন আৰু লাঞ্ছনা ভোগ কৰিবলগীয়া হৈছে আন কাৰো হোৱা নাই। তেওঁৰ বিশাল ব্যক্তিত্ব, অসামান্য প্ৰতিভা আৰু অদম্য মনোবলৰ প্ৰতি মই গভীৰভাৱে শ্ৰদ্ধাশীল। মই সদায় সৰু সৰু মানুহ, নিপীড়িত-নিৰ্যাতিত মানুহৰ কথাকেই মোৰ সৃষ্টিৰ মাজেদি কৈ আহিছোঁ। একপ্ৰকাৰে চাবলৈ গ'লে শঙ্কৰ-মাধৱেও সেইখিনি মানুহৰ সৰ্বতোপ্ৰকাৰ মঙ্গলৰ বাবেই আজীৱন কাম কৰি গৈছে। শঙ্কৰ-মাধৱৰ বিশাল

ব্যক্তিত্বৰ প্ৰতি থকা গভীৰ শ্ৰদ্ধাই মোৰ 'বগুকা বেহাৰ' ৰচনাৰ প্ৰেৰণা।

*'বগুকা বেহাৰ' ৰ কাহিনীটোৰ মূল উৎস কি ? ইয়াত কল্পনা আৰু বাস্তৱৰ কেনেদৰে সমন্বয় ঘটোৱা হৈছে ?*

'বগুকা বেহাৰ' ৰ কাহিনীটো কাল্পনিক; কিন্তু মাধৱদেৱ আৰু তেওঁৰ সাধনা অবিকৃতকভাৱে সত্য। উপন্যাসখনিত মোৰ উদ্দেশ্য আছিল মাধৱদেৱৰ সাধনাৰ প্ৰকৃতি বা চৰিত্ৰটোক বিশ্লেষণ কৰা। এইটো কৰিবলৈ মই এটা কাল্পনিক কাহিনীৰ আশ্ৰয় লৈছিলোঁ।

ৰামচৰণ ঠাকুৰ, দৈত্যাৰি ঠাকুৰৰ চৰিত আৰু কথাগুৰু চৰিতৰ পৰা 'বগুকা বেহাৰ' ৰ আৱশ্যকীয় সমল আহৰণ কৰিছিলোঁ।

*অসমীয়া উপন্যাস-সাহিত্যৰ যোৱা একৈশ বছৰীয়া ইতিহাসত ৰচিত হোৱা শ্ৰেষ্ঠ বা মহৎ উপন্যাসকেইখনৰ ভিতৰত আপোনাৰ 'তাত নদী নাছিল' নামৰ উপন্যাসখনো এখন য'ত প্ৰাক্-স্বাধীন যুগৰ অসমৰ নিস্তৰঙ্গ গ্ৰাম্য-জীৱনধাৰাৰ এখন বিশ্বস্ত ছবি জীৱন্ত হৈ উঠিছে। গ্ৰাম্য-জীৱনৰ ৰূপ-ৰস, বৰ্ণ-গোন্ধ আৰু অনিৰ্বচনীয় সৌন্দৰ্যৰে উপন্যাসখন সজীৱ। উপন্যাসখনৰ সাহিত্যিক মূল্য সম্পৰ্কে আপোনাৰ নিজৰ ধাৰণা কি?*

মই কোনোদিনে মোৰ সৃষ্টিৰ সাহিত্যিক মূল্য সম্পৰ্কে চিন্তা কৰা নাই। তথাপি এই প্ৰশ্নটো মোক সোধা হ'ল যেতিয়া মোৰ ধাৰণা ব্যক্ত কৰিব লাগিব। সাহিত্যিক মূল্যৰ পিনৰ পৰা 'তাত নদী নাছিল' নিঃসন্দেহে বিশেষভাৱে উল্লেখযোগ্য সৃষ্টি, কিন্তু এইক্ষেত্ৰত মোৰ বোধেৰে 'যাদুঘৰৰ কীৰ্তিমুখ'হে শ্ৰেষ্ঠ হ'ব। কিন্তু আপোনাৰ প্ৰশ্নটোত মোৰ উপন্যাসখনৰ (তাত নদী নাছিল) যিদৰে বিশ্লেষণ দাঙি ধৰিছে, মই সঁচাকৈয়ে অভিভূত হৈছোঁ। মোৰ এতিয়া ধাৰণা হৈছে যে আপুনি কোৱা কথাটোৱেই ঠিক আৰু এই উপন্যাসখনো 'যাদুঘৰৰ কীৰ্তিমুখ'ৰ সম-পৰ্যায়ৰে হ'ব।

*'তাত নদী নাছিল' ৰচনা কৰিবলৈ কেনেদৰে প্ৰস্তুতি চলাইছিল, উপন্যাসখন ৰচনা কৰিবলৈ কিমান সময় লাগিছিল আৰু চূড়ান্ত ৰূপ দিয়ালৈকে উপন্যাসখন কেইবাৰ পৰিমাৰ্জনা কৰিছিল ?*

মোৰ আজন্মৰ চিনাকি গাঁওখনৰ পৰাই 'তাত নদী নাছিল' ৰ সমল আহৰণ কৰিছিলোঁ। সেয়ে এই উপন্যাসখন ৰচনাৰ বাবে কোনো বিশেষ প্ৰস্তুতিৰ প্ৰয়োজন নাছিল। উপন্যাসখন ৰচনা কৰিবলৈ বৰ বেছি সময়ো লগা নাছিল—তিনিমাহমানৰ ভিতৰতে উপন্যাসখন লেখা সম্পূৰ্ণ হৈছিল। পৰিমাৰ্জনা এবাৰো কৰা নাই। মোৰ কোনো লেখাকেই মই পৰিমাৰ্জনা কৰা নাই।

*'যাদুঘৰৰ কীৰ্তিমুখ' ৰচনা কৰিবলৈ সমসাময়িক কোনো ঘটনাই অনুপ্ৰাণিত কৰিছিল নেকি ?*

হয়। সমসাময়িক ঘটনাই মোক অনুপ্ৰাণিত কৰিছিল। ডিয়ুং ব্ৰা বা ড্ৰইংমুখৰ ওচৰত থকা গৰমপানী জলবিদ্যুৎ প্ৰকল্প নিৰ্মাণ কৰোঁতে সেই ঠাইৰ পৰা অপসাৰিত

হোৱা কাৰ্বিসকলৰ পৰা মই উপন্যাসখনৰ সমল আহৰণ কৰিছিলোঁ। তেতিয়া 'আলফা'ৰো প্ৰথম উন্মেষ হৈছিল। 'আলফা' যুৱকসকলৰ প্ৰতি তেতিয়া মই গভীৰ সহানুভূতি অনুভৱ কৰিছিলোঁ। এই দুয়োটা ঘটনাই মোক 'যাদুঘৰৰ কীৰ্তিমুখ' ৰচনা কৰিবলৈ অনুপ্ৰাণিত কৰিছিল।

***'ফেৰেংগাদাও'ত বিষ্ণু ৰাভাৰ বৰ্ণাঢ্য জীৱন আৰু ব্যক্তিত্ব যথাযথ ৰূপত চিত্ৰিত হৈছেনে?***

'ফেৰেংগাদাও' আচলতে বিষ্ণু ৰাভাৰ জীৱনৰ আধাৰতহে ৰচিত হৈছে, ই তেওঁৰ জীৱনৰ হুবহু চিত্ৰণ নহয়। ইয়াত তেওঁ বাস্তৱ জীৱনৰ ঘটনাতকৈ তেওঁৰ জীৱনৰ আদৰ্শকহে প্ৰতিফলিত কৰিবলৈ খোজা হৈছে।

***'ফেৰেংগাদাও' ত বিষ্ণু ৰাভাৰ ব্যক্তিত্বক বিকৃত ৰূপত উপস্থাপন কৰা বুলি বহুতে আপোনাক কটু সমালোচনা কৰিছিল। এই সম্পৰ্কে আপুনি কি কয় ?***

বিষ্ণু ৰাভাৰ বিষয়ে ভালদৰে নজনাকৈয়ে তেওঁলোকে সমালোচনা কৰিছিল। আমাৰ অসমীয়া সাহিত্য, সৃষ্টি আৰু সমালোচনাৰ ক্ষেত্ৰত দেখা গৈছে যে বহুতে বিষয়টো ভালদৰে নজনাকৈয়ে তাত হাত দিয়ে।

১৯৪৬ চনৰ মানৰ পৰা মৃত্যুৰ সময়লৈকে বিষ্ণু ৰাভাক মই অতি ঘনিষ্ঠভাৱে লগ পাইছিলোঁ। বহুদিন মই তেওঁক তেওঁৰ ঘৰলৈ গৈ লগ ধৰিছিলোঁ। অজ্ঞাতবাসৰ সময়তো লগ পাইছিলোঁ।

১৯৫১ চনত জেলৰ পৰা ওলাই অহাৰ পাছতো তেওঁক মই ঘনিষ্ঠভাৱে লগ পাইছিলোঁ; তেওঁৰ সৈতে বহু কথা পাতিছিলোঁ। ১৯৪৮-৪৯ চনত তেওঁ কামাখ্যাত থাকোঁতে প্ৰত্যেক দেওবাৰে গৈ মই তেওঁক লগ কৰিছিলোঁ। অসুখৰ সময়ত গুৱাহাটীত থাকোঁতেও তেওঁ মোৰ ঘৰলৈ আহিছিল।

মই শিৱসাগৰত থাকোঁতে তালৈকো তেওঁ গৈছিল; কিন্তু মই মদ নোখোৱাৰ বাবে তেওঁ মোৰ ঘৰত ৰাতি থাকিবলৈ ভাল নাপাইছিল। তেওঁৰ মৃত্যুৰ দিনা শ্মশানত গুৱাহাটীৰ পৰা কেৱল ডঃ ভূপেন হাজৰিকা আৰু মইহে উপস্থিত আছিলোঁ। তেওঁৰ ব্যক্তিগত জীৱনৰ প্ৰায়খিনি কথাকেই মই জানিছিলোঁ। তেওঁৰ প্ৰতি মোৰ গভীৰ স্নেহ-শ্ৰদ্ধাও আছিল। গতিকে 'ফেৰেংগাদাও' ত মই তেওঁৰ ব্যক্তিত্বক বিকৃতভাৱে উপস্থাপন কৰাৰ প্ৰশ্নই উঠিব নোৱাৰে।

***'জপনা', 'হঠাৎ এদিন', 'সাক্ষী', 'চোৰ' আদি কেইখনমান উপন্যাসিকাও আপুনি ৰচনা কৰিছে। এই উপন্যাসিকাকেইখনৰ সাহিত্যিক মূল্য সম্পৰ্কে আপোনাৰ ধাৰণা কি ?***

এই উপন্যাসিকাকেইখন সাধাৰণতে পূজা সংখ্যা বা বিহু সংখ্যাত প্ৰকাশৰ বাবে সম্পাদকৰ তাগিদাত ৰচিত হ'লেও ইবোৰৰ ভিতৰত দুখনমান ভাল উপন্যাসিকা আছে।

এইক্ষেত্ৰত ‘জপনা’ নামৰ উপন্যাসিকাখন বিশেষভাৱে উল্লেখযোগ্য ।

*ড° মহেশ্বৰ নেওগ প্ৰমুখ্যে কেবাগৰাকীও অগ্ৰজ গৱেষক-পণ্ডিতে শঙ্কৰ-মাধৱৰ ‘কীৰ্তন-ঘোষা আৰু নাম-ঘোষা’ সম্পাদনা কৰাৰ পাছতো আপুনি কিয় ‘কীৰ্তন-ঘোষা আৰু নাম ঘোষা’ সম্পাদনা কৰিবলগীয়া হ’ল ? সম্পাদনাৰ ক্ষেত্ৰত অগ্ৰজসকলৰ দৃষ্টিভংগীৰ সৈতে আপোনাৰ দৃষ্টিভংগীৰ কিবা মৌলিক পাৰ্থক্য আছে নেকি ?*

এই প্ৰশ্নৰ উত্তৰ মই সম্পাদনা কৰা ‘কীৰ্তন-ঘোষা আৰু নাম-ঘোষা’ৰ পাতনিতে আছে। মোৰ ধাৰণা, সেই পাতনি বহুতৰে গ্ৰহণযোগ্য নাছিল। প্ৰকাশক বদন বৰুৱাই মোৰ ‘উন্মোচনিকা’ৰে প্ৰকাশ পোৱা ‘কীৰ্তন-ঘোষা আৰু নাম-ঘোষা’ ৰ সেই সংস্কৰণটো ততাতৈয়াকৈ সলনি কৰি নতুন সংস্কৰণ বজাৰত উলিয়াই দিবলগীয়া হোৱা বুলি মোক কৈছিল।

*আপুনি ভালেমান তথ্যসমৃদ্ধ গৱেষণামূলক প্ৰবন্ধও ৰচনা কৰিছে—যিবোৰ গ্ৰন্থাকাৰে প্ৰকাশ কৰিলে অসমীয়া সাহিত্যৰ মূল্যবান সম্পদৰূপে পৰিগণিত হ’ব বুলি আমি ভাবোঁ। এই সম্পৰ্কে আপুনি কি কয় ?*

সাহিত্যিক জীৱনৰ আৰম্ভণিৰ পৰাই মই বিভিন্ন কাকত-আলোচনীত ভালেমান প্ৰবন্ধ লিখিছোঁ। সেইবোৰৰ ভিতৰত নিশ্চয় কিছু মূল্যবান প্ৰবন্ধ আছে।

মই কাৰ্বি জনজাতিৰ বিষয়ে লিখা প্ৰবন্ধবোৰ পঢ়ি হেম বৰুৱাই উচ্চ-প্ৰশংসা কৰিছিল আৰু লিখিবলৈ মোক উৎসাহ-উদগনি দিছিল। এইক্ষেত্ৰত তেওঁক মই পৰম শ্ৰদ্ধাৰে স্মৰণ কৰোঁ। এতিয়াও মই দুই-চাৰিটা গহীন প্ৰবন্ধ লিখি আছোঁ। প্ৰবন্ধবোৰ গ্ৰন্থাকাৰে প্ৰকাশ কৰি উলিয়াব পাৰিলে পাঠকসমাজ উপকৃত হ’লহেঁতেন। কিন্তু এই বিষয়ে মনোযোগ দিব নোৱৰাৰ বাবে এতিয়ালৈকে সেইবোৰ গ্ৰন্থাকাৰে প্ৰকাশ হৈ ওলোৱা নাই।

*অসম আন্দোলনৰ সময়ত আপুনি ‘লুইত, ৰবাক আৰু ইছলাম’ নামৰ এখন গ্ৰন্থ লেখিছিল ।*

হয়। অসম আন্দোলনৰ সময়ত যেতিয়া মুছলমানসকলে আন্দোলনকাৰী সকলৰ ৰোষৰ বলি হ’বলগীয়া হৈছিল তেতিয়া মই এই কিতাপখন লিখিছিলোঁ। ইয়াত অসমৰ সমাজ-সংস্কৃতিলৈ মুছলমানসকলে আগ বঢ়োৱা বৰঙণি আৰু অসমৰ হিন্দু-মুছলমানৰ শান্তি-সম্প্ৰীতিৰ ঐতিহ্যৰ ওপৰত আলোকপাত কৰা হৈছে।

*‘Tribes of Assam Plains’ আৰু ‘Bodo-Dimasas of Assam’ নামৰ দুখন গ্ৰন্থও আপুনি ৰচনা কৰিছে । এই দুখন সাধাৰণধৰণৰ পৰিচয়মূলক গ্ৰন্থ নে আপোনাৰ মৌলিক গৱেষণামূলক দৃষ্টিভংগীৰ স্বাক্ষৰো তাত আছে ?*

ই সাধাৰণ পৰিচয়মূলক গ্ৰন্থ নহয়; ইয়াত মোৰ নিজস্ব মৌলিক দৃষ্টিভংগীৰ

স্বাক্ষৰ আছে।

*আপুনি দুবছৰমান আগতে অসমৰ মধ্যযুগৰ পটভূমিত এখন উপন্যাস লিখিবলৈ যো-জা কৰা বুলি কৈছিল ?*

লিখিবলৈ আৰম্ভ কৰিছিলোঁ; কিন্তু মনঃপূত নহ'ল। বিষয়টো আৰু কিছু অধ্যয়ন কৰি ল'ব লাগিব।

*পশ্চিমীয়া বা ভাৰতীয় কোনো লেখকৰ প্ৰভাৱ আপোনাৰ সৃষ্টিৰ ওপৰত পৰা বুলি অনুভৱ কৰে নেকি?*

মই বিশ্ব-বন্দিত গল্পকাৰ চেকভৰ গল্প ভাল পাইছিলোঁ। মোৰ প্ৰিয় বহুত বঙালী আৰু অসমীয়া লেখকৰ কথা কৈছোঁৱেই। আমাৰ তৃতীয় বিশ্বৰ বা এছিয়াৰ কিছুমানৰ লেখায়ো মোক আকৃষ্ট কৰিছে। তেওঁলোকে উপজীব্য হিচাপে লোৱা কিছুমান বিষয়ক আমাৰ সমাজৰ পটভূমিত মই ফুটাই তুলিবলৈ চেষ্টা কৰিছোঁ। মধ্য-প্ৰাচ্যৰ কিছুমান কবিতায়ো মোক মুগ্ধ কৰিছে। মোৰ সৃষ্টিৰ ক'ৰবাত এইবোৰৰ চকামকা প্ৰভাৱ পৰিব পাৰে; কিন্তু কোনো দেশী-বিদেশী লেখকৰ বিশেষ প্ৰভাৱ মোৰ সৃষ্টিৰ ওপৰত পৰা বুলি অনুভৱ নহয়।

*আপোনাৰ জীৱনৰ শ্ৰেষ্ঠ সাহিত্য-কৃতি কি—যাৰ বাবে আপুনি অসমীয়া সাহিত্যত অমৰত্ব দাবী কৰিব পাৰে ?*

এই প্ৰশ্নৰ উত্তৰ মই আগতেই দিছোঁ। অমৰত্ব দাবী মই নকৰোঁ। মোৰ বোধেৰে কোনো লেখকে অমৰত্বৰ দাবী কৰাটো উচিত আৰু শোভনীয় নহয়।

*অসমীয়া সাহিত্যত আপোনাৰ সাহিত্য-কৃতিৰ যথাৰ্থ মূল্যায়ন হৈছে বুলি আপুনি ভাবেনো ?*

এই বিষয়ে মোৰ কোনো জ্ঞান নাই।

*আমাৰ বৰ্ণবাদী সমাজৰ অন্যায়-অবিচাৰে প্ৰত্যক্ষ বা পৰোক্ষভাৱে আপোনাক স্পৰ্শ কৰা বুলি অনুভৱ নকৰেনে ?*

নকৰোঁ। ই মোক স্পৰ্শ কৰা নাই।

*অসমৰ সামাজিক-সাংস্কৃতিক জীৱনত যথাৰ্থ স্বীকৃতি আৰু সন্মান আপুনি পোৱা নাই—এনে ভাবনা আপোনাৰ মনলৈ কেতিয়াও নাহেনে ?*

কেতিয়াও নাহে। স্বীকৃতি-অস্বীকৃতিৰ চিন্তাই মোৰ মনলৈ নাহে। মোৰ সাহিত্য-সৃষ্টিৰ এটা মিছন আছে। অসমৰ শোষিত-বঞ্চিত, নিপীড়িত-নিৰ্যাতিত জনগণৰ আশা-আকাংক্ষা, দুখ-দুৰ্দশা আৰু সমস্যাবোৰ তুলি ধৰাই মোৰ সাহিত্য-সৃষ্টিৰ মূল উদ্দেশ্য। তাকে কৰিবলৈ যাওঁতে কোনে মোক স্বীকৃতি দিলে, কোনে মোক অৱহেলা কৰিলে—তালৈ মোৰ কোনো ভ্ৰূক্ষেপ নাই।

*অসমৰ সামাজিক-সাংস্কৃতিক আৰু ৰাজনৈতিক জীৱনত বৰ্ণহিন্দুসকলে প্ৰভুত্ব চলাই আছে; ক্ষুদ্ৰ ক্ষুদ্ৰ জাতিসত্তাবোৰক তেওঁলোকে মূৰ দাঙি উঠাৰ সুযোগ দিয়া নাই। এই কথা আপুনি বিশ্বাস কৰেনে ?*

নকৰোঁ। ক্ষমতাৰ দালাল চক্ৰ এটা আছিল। তাত বৰ্ণহিন্দুৰ প্ৰাধান্য থাকিলেও আন বৰ্ণৰ মানুহো আছিল।

*মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ বিষয়ে ইতিমধ্যে কেবাখনো জীৱনী ওলাই যোৱাৰ পাছতো আপুনি আকৌ কিয় তেওঁৰ এখন জীৱনী লেখিবলগীয়া হ'ল ?*

হিতেশ্বৰ শইকীয়াৰ ৰাজনৈতিক জীৱনী কোনেও লেখা নাই। মই তেওঁৰ বিষয়ে যিখন কিতাপ লিখিছোঁ সেইখন তেওঁৰ জীৱনী নহয়, ৰাজনৈতিক জীৱনীহে। তাত হিতেশ্বৰ শইকীয়াৰ ৰাজনৈতিক জীৱনৰ লগতে বিমলাপ্ৰসাদ চলিহা, মহেন্দ্ৰমোহন চৌধুৰী আদিৰ ৰাজনৈতিক জীৱনো আনুষঙ্গিকভাৱে আলোচিত হৈছে। তদুপৰি মোৰ আগতে ইংৰাজী ভাষাত তেওঁৰ বিষয়ে কোনেও লিখা নাছিল।

*আপুনি মাথোঁ সাহিত্যিক নহয়, এগৰাকী বিশিষ্ট বুদ্ধিজীৱী আৰু সাংবাদিক হিচাপেও অসমৰ জাতীয়-জীৱনত আপোনাৰ এখনি সুকীয়া আসন আছে। এই হিচাপেই আপোনাক সুধিছোঁ, অসমৰ সাম্প্ৰতিক পৰিস্থিতিত আপোনাৰ ৰাজনৈতিক স্থিতি কি ?*

মই আগতেই কৈ আহিছোঁ যে মই এক বিশেষ ৰাজনৈতিক মতবাদত বিশ্বাস কৰোঁ, আজি নহয়, ছাত্ৰজীৱনৰ পৰাই ; কিন্তু দলীয় ৰাজনীতিক মই ব্যক্তিগতভাৱে গ্ৰহণ কৰা নাই। কৰাৰ ইচ্ছাও মোৰ নাই । অসমৰ সাম্প্ৰতিক পৰিস্থিতিত যিটো দেখা গৈছে — অসমত যেতিয়ালৈকে এটা প্ৰাণচঞ্চল (সমৃদ্ধ) অৰ্থনীতি গঢ়ি নুঠে তেতিয়ালৈকে স্থায়ী শান্তি-সম্প্ৰীতি বা ঐক্য সম্ভৱ বুলি মই নাভাবোঁ।

*অসমৰ তৰুণ-প্ৰজন্মৰ এটা বৃহৎ অংশই ক্ষুব্ধ হৈ ভাৰতীয় ৰাষ্ট্ৰ-যন্ত্ৰৰ বিৰুদ্ধে অত্যাধুনিক মাৰণাস্ত্ৰ হাতত তুলি লৈছে; তৰুণ প্ৰজন্মৰ এই ক্ষোভৰ কোনো ন্যায়সঙ্গত ভিত্তি নাইনে ?*

মই অলপ আগতে কৈ আহিছোঁ যে প্ৰাণচঞ্চল (সমৃদ্ধ) অৰ্থনীতি গঢ়ি নুঠালৈকে (যি অৰ্থনীতিৰদ্বাৰা অসমৰ ক্ৰমবৰ্ধমান নিবনুৱা সমস্যা সমাধান হোৱাৰ সম্ভাৱনা আছে) এইধৰণৰ সমস্যাবোৰ থাকিবই।

*বঞ্চিত-নিপীড়িত অসমীয়া যুৱকসকলে প্ৰাপ্য বিচাৰি ভাৰতীয় ৰাষ্ট্ৰ-যন্ত্ৰৰ বিৰুদ্ধে হাতত অস্ত্ৰ তুলি লোৱাৰ অপৰাধত তেওঁলোকক নৃশংসভাৱে হত্যা কৰি প্ৰকাশ্যে মটৰৰ টায়াৰ আৰু কেৰাচিন ঢালি জ্বলাই দিয়া কাৰ্যই আমাৰ তথাকথিত গণতন্ত্ৰৰ স্বৰূপ উদঙাই দিয়া নাইনে ? ই ৰাষ্ট্ৰযন্ত্ৰৰ বৰ্বৰতা আৰু অমানৱতাকে নুসূচায়নে ?*

শৱদেহৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰাটো আমাৰ ভাৰতীয় ঐতিহ্যৰেই এক বিশেষ

অংগ। ভাৰতীয় মানুহে শত্ৰুৰ শবদেহকো অসম্মান নকৰে। সেয়ে মই বাতৰিকাকতত মটৰৰ টায়াৰেৰে যুৱককেইজনৰ মৃতদেহ সৎকাৰ কৰা ছবি দেখি স্তম্ভিত হৈছিলোঁ— তাৰ নৃশংস বৰ্বৰতাৰ স্বৰূপ অনুভৱ কৰি মই জিকাৰ খাই উঠিছিলোঁ।

*আপুনি সম্প্ৰতি অসমত প্ৰযোজ্য হৈ থকা 'টাডা' আইনখন বাতিলৰ সপক্ষেনে ?*

মই 'টাডা' আইনখনৰ দুৰ্ঘোৰ বিৰোধী। এই আইনখন প্ৰত্যাহাৰৰ দাবী মই কেতিয়াৰ পৰাই কৰি আহিছোঁ। এই সম্পৰ্কে 'সূত্ৰধাৰ' ৰ এটা সংখ্যাত মই বিতংকৈ লিখিছোঁ।

*অসমৰ বৰ্তমান কংগ্ৰেছ (ই) চৰকাৰখনৰ স্বেচ্ছাচাৰিতা, দমন-নীতি, দুৰ্নীতি-ভ্ৰষ্টাচাৰৰ বিৰুদ্ধে সাম্প্ৰতিক অসমৰ ৰাজনৈতিক প্ৰেক্ষাপটৰ এই ঘটনাই আপোনাৰ মনত কেনে প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে ?*

গণ-জাগৰণ হৈছে বুলি মই বিশ্বাস নকৰোঁ। গণতন্ত্ৰত গণতান্ত্ৰিক অধিকাৰৰ দাবী উঠাটো স্বাভাৱিক। এই কথাটোৰ অলপ ব্যাখ্যাৰ প্ৰয়োজন হৈছে এই কাৰণেই যে কিছুমান সাংবাদিকেও এইক্ষেত্ৰত কিছু ভুল ধাৰণা পোষণ কৰিছে। স্বৈৰতন্ত্ৰত গণতন্ত্ৰ প্ৰতিষ্ঠাৰ দাবী উঠিব পাৰে আৰু গণতন্ত্ৰত গণতান্ত্ৰিক অধিকাৰৰ দাবী উঠাটো স্বাভাৱিক। সেয়ে 'গছ' সম্পৰ্কে মই যথেষ্ট আশাবাদী আছিলোঁ। তাত জনদিয়েক প্ৰকৃত বুদ্ধিজীৱী জড়িত হৈছিল; কিন্তু তাত যেতিয়া কিছুমান দলীয় ৰাজনৈতিক চক্ৰ সোমাই পৰা দেখিলোঁ তেতিয়া মই সকলো আশা ত্যাগ কৰিলোঁ। 'গছ' ৰ জন্মৰ আঁৰত কিছুমান সংগঠনৰ প্ৰচ্ছন্ন হাত আছে বুলি অনেকে সন্দেহ কৰিছিল আৰু এতিয়া মোৰ সেই সন্দেহ হৈছে। গণতান্ত্ৰিক অধিকাৰৰ দাবী কৰিবলৈ যাওঁতে গণতান্ত্ৰিক দায়িত্বৰ কথাও চিন্তা কৰিব লাগিব। কেৱল অধিকাৰৰ চিন্তাই অধিকাৰ দিব নোৱাৰে। চৰকাৰী সন্ত্ৰাসক কাঠগড়াত উঠাবলৈ যোৱাৰ আগতে আন সংগঠন বা ব্যক্তিগত সন্ত্ৰাসৰ কথাও যুগপৎ চিন্তা কৰা দৰকাৰ। বহুতে কেৱল পুলিচ-মিলিটেৰীৰ হাতত কাৰোবাৰ মৃত্যু হ'লেহে মানৱ অধিকাৰৰ দাবী তোলে । কিন্তু বিভিন্ন সন্ত্ৰাসবাদী সংগঠনেও যে নিতৌ মানুহৰ সম্মান আৰু মৰ্যাদা সহকাৰে জীয়াই থকাৰ মানৱীয় অধিকাৰ কাঢ়ি নি আছে সেই বিষয়ে একেবাৰে নিৰৱ হৈ থাকে।

*অসমৰ জন-মানসত আপুনি 'মেদিনী চৌধুৰী' হিচাপে পৰিচিত কিন্তু দুবছৰমান আগতে আপুনি নামটো 'মেদিনী নাৰ্জী চৌধুৰী'লৈ সলনি কৰিছিল কিয় ? ই আপোনাৰ ক্ষোভ নে অভিমান ?*

এইটো ক্ষোভতেই কৰিছিলোঁ। ১৯৯১ চনৰ নিৰ্বাচনত গুৱাহাটী সংসদী সমষ্টিৰ প্ৰাৰ্থী হিচাপে যেতিয়া জনজাতীয় গাঁওবোৰত ঘূৰিছিলোঁ তেতিয়া বহু জনজাতীয়

সমাজে মোৰ নামটো দেখি মোক তেওঁলোকৰ এজন বুলি স্বীকৃতি দিবলৈ অস্বীকাৰ কৰিছিল। অথচ, মোৰ সৃষ্টিৰ সৰহভাগতেই মই তেওঁলোকৰ জীৱনৰ আশা-আকাংক্ষা, দুখ-বেদনা আৰু সমস্যাকেই চিত্ৰিত কৰিছোঁ। মই তেওঁলোকৰ লগতেই আছোঁ। মোৰ পূৰ্বপুৰুষ 'নাৰ্জাৰী' গোত্ৰৰ আছিল। মাই মোক সদায় কৈছিল, "আমাৰ বংশৰ নামটো একেবাৰে লোপ পাব। কোনোবাই সাহস নকৰিলে, তয়েই 'নাৰ্জাৰী' উপাধিটো লিখিবলৈ সাহস কৰ।" এইবাবেই নিৰ্বাচন শেষ হৈ যোৱাৰ পাছত মই এই উপাধিটো লিখিবলৈ লৈছিলোঁ; কিন্তু মোক আন্তৰিকভাৱে ভালপোৱা বন্ধুসকলে আপত্তি কৰাত মই উপাধিটো উঠাই লৈছোঁ।

*আপুনি বৰ্তমান কি কৰি আছে ?*

মই বৰ্তমান বাণপ্ৰস্থৰ পথত। এখন বাৰ্তালোচনী (সূত্ৰধাৰ) সম্পাদনা কৰি আছোঁ। সময় পালে ইটো-সিটো সামাজিক কাম-কাজতো অংশ গ্ৰহণ কৰোঁ। তিনিখন কিতাপ লিখাৰ এটা পৰিকল্পনা কৰিছোঁ—দুখন ইংৰাজী আৰু এখন অসমীয়া।

**সাক্ষাৎগ্ৰহণ ঃ কমল দাস**

**শ্ৰীময়ী, ১-১৫ নৱেম্বৰ, ১৯৯৪**

*পৰম্পৰা আৰু আধুনিকতাক মই মিশ্ৰিত*
*ৰূপত প্ৰকাশ কৰিব বিচাৰোঁ*

# শোভা ব্ৰহ্ম

*আপোনাৰ ল'ৰালিৰ সপোন কি আছিল ?*

সৰুৰেপৰা মই ডাঙৰ হ'ব বিচাৰিছিলোঁ। শীৰ্ষস্থান পোৱাৰ বাবে আছিল অদম্য বাসনা। যিমান পাৰি পঢ়া-শুনা কৰিব লাগে। সৰুতে আৰ্টিষ্ট হ'ম বুলি ভবা নাই। স্কুলীয়া দিনত অভিনেতা হোৱাৰো বাসনা জাগিছিল।

*শিল্পী হোৱাৰ আগ্ৰহ কেতিয়াৰপৰা হ'ল ?*

কটন কলেজত পঢ়োঁতে মিউজিয়ামৰ সংগৃহীত মূৰ্তি, শুক্ৰেশ্বৰ মন্দিৰৰ মূৰ্তি চাই লাহে লাহে শিল্পৰ প্ৰতি আকৃষ্ট হওঁ। সেই সময়ত বেঙ্গল ৰেনেছাৰ প্ৰভাৱ বিভিন্ন ব্যক্তিৰ শিল্প-সাহিত্যকৰ্মৰ বিষয়েও অ'ত-ত'ত পঢ়িবলৈ আৰম্ভ কৰোঁ। এই ক্ষেত্ৰত অধ্যয়নৰ প্ৰেৰণাও কম হয়। তাৰ পাছতেই সিদ্ধান্ত লওঁ শান্তি নিকেতনত শিল্প শিক্ষাৰ পাঠ লোৱাৰ।

*সেই সময়ৰ শান্তি নিকেতনত আপোনাৰ কেনে লাগিছিল ?*

শান্তি নিকেতনৰ পৰিৱেশ মোৰ বাবে আছিল অতি প্ৰেৰণাদায়ক। বাতৰিকাকত, আলোচনী পঢ়াৰ সুবিধা আছিল, সেই সময়ৰ সুধী ব্যক্তিসকলৰ অন্যতম আছিল ৰামকিংকৰ বেইজ আৰু নন্দলাল বসু। সাংস্কৃতিক দিশতো শান্তি নিকেতনে মোৰ মন কাঢ়িছিল।

***শান্তি নিকেতনত থাকোঁতে অসমৰ বাবে কাম কৰাৰ আগ্ৰহ আপোনাৰ হৈছিলনে ? আৰু সেই আগ্ৰহৰ ভেটি কি আছিল ?***

শান্তি নিকেতনত থাকোঁতে ভাৰতবৰ্ষৰ বিভিন্ন মাৰ্গৰ চিত্ৰশৈলীৰ লগত পৰিচিত হোৱাৰ পিছত অনুভৱ কৰিছিলোঁ, অসমত চিত্ৰ-ভাস্কৰ্যৰ পৰম্পৰা থাকিলেও আধুনিক কামত নিজস্ব এক শৈলী গঢ় লৈ উঠা নাই। এনে এক কল্পনা বুকুত বান্ধিয়েই শান্তি নিকেতনৰপৰা উভতি আহি গুৱাহাটীত ভৰি দিছিলোঁ। অনগ্ৰসৰ অসমৰ শিল্প

পৰিৱেশ উন্নত কৰাৰ লগতে পৰম্পৰাক বিসৰ্জন নিদিয়াকৈ এক নতুন শৈলীৰ সন্ধানত ব্ৰতী হ'ম; কিন্তু সেই ইতিহাস বৰ কঠিন। অসমৰ তেতিয়াৰ শিল্প-পৰিৱেশ অতি শোচনীয়। বহু বাধা-বিপত্তিৰ মাজতো বড়ো, ডিমাচা আৰু ৰাভাসকলৰ কাপোৰৰ চানেকীৰ অধ্যয়ন কৰিছিলোঁ—শান্তি নিকেতনৰ আগ্ৰহকে মনত ৰাখি। পৰম্পৰা আৰু আধুনিকতাক মই মিশ্ৰিত ৰূপত প্ৰকাশ কৰিব বিচাৰোঁ। তাৰ সাধনা মই কৰি আহিছোঁ।

*চিত্ৰ ভাস্কৰ্যৰ কোন বিভাগ আৰু কোনটো মাধ্যম আপোনাৰ প্ৰিয় ?*

মোৰ বাবে তেনে কোনো ধৰা-বন্ধা নিয়ম নাই। যেতিয়া যি পাওঁ তাৰেই কাম আৰম্ভ কৰোঁ। কেনভাছ আৰু ৰঙৰ যোগাৰ থাকিলে অইল, নাথাকিলে ৰাটাৰ কালাৰ, তাৰো যোগাৰ নহ'লে কাঠ খোদাই—মুঠতে কাম নকৰাকৈ থাকিব নোৱাৰোঁ। অৰ্থৰ অভাৱেও মোক নিৰ্দিষ্ট এটা মাধ্যমতে লাগি থকাৰ সুবিধা দিয়া নাই। সেয়ে, হাতত যিহকে পাওঁ তাৰেই কাম আৰম্ভ কৰোঁ কিয়নো আৰ্টে মোক অক্টোপাছৰ দৰে মেৰিয়াই ৰাখিছে—ইয়াহে মোৰ এক্সক্লুছিভ মাধ্যম। আন কামৰ মাজতো ইয়াৰ টান সজীৱ আৰু শক্তিশালী।

*আপুনি উল্লেখ কৰাৰ উপৰি আন মাধ্যমত কাম কৰাৰ ইচ্ছা আছেনে?*

ছেণ্ডষ্ট'ন, ব্ৰোঞ্জ আৰু মাৰ্বলৰ স্কালপ্‌চাৰ কৰাৰ মন আছে ; কিন্তু ধন ক'ত ? ধনৰ অভাৱত বহু ইচ্ছাকে সামৰি ৰাখিছোঁ। খোদাইৰ বাবে কাঠৰো অভাৱ। এসময়ত মই সুৱৰণখাটাৰপৰা শিসু কাঠ আনি মূৰ্তি কাটিছিলোঁ। এতিয়া ভাল কাঠ নাপাওঁ। মোৰ পৰিবাৰে ৰবৰ খেতি কৰিবলৈ লোৱা ঠাইৰ কাটি পেলোৱা সোণাৰু গছ আনি এতিয়া খোদাইৰ কাম কৰিছোঁ। অৰ্থাভাৱ ডাঙৰ অভিশাপ।

*চৰকাৰী পৃষ্ঠপোষকতাৰ বিষয়ে কি কয় ?*

মই ভাবোঁ, শিল্পী সদায় ৰাজনৈতিক নেতা বা প্ৰতিপত্তিশালীজনৰ পৰা আঁতৰত থকা উচিত। অন্যথা এনে সম্পৰ্কই সৃষ্টিক দূষিত কৰিব পাৰে, ভাব আৰু আৱেগক দুৰ্বল কৰিব পাৰে। মোৰ ভাই এসময়ত মন্ত্ৰী আছিল। ব্যক্তি হিচাপে, ভাই হিচাপে আমাৰ সম্পৰ্ক থাকিলেও মই সদায় দূৰৈত আছিলোঁ।

*সাৰ্থক সৃষ্টিৰ সংজ্ঞা কি ?*

শিল্পী নাদৰ ভেকুলী হ'লে নহ'ব ; সমগ্ৰ বিশ্বব্ৰহ্মাণ্ডৰ পূৰ্ণ ছবি তেওঁৰ দৃষ্টিত প্ৰতিভাত হ'ব লাগিব। ৰং, ৰেখাৰ মাধ্যমত উচ্চ মানবীয় আদৰ্শ, ভাবনা প্ৰতিফলিত কৰিব পাৰিব লাগিব, সেই দৃষ্টিয়ে দৰ্শকৰ মনত ৰস আৰু ভাবৰ সঞ্চাৰ কৰিব লাগিব —তাকেই মই সাৰ্থক সৃষ্টি বুলি কওঁ।

*শিল্প সৃষ্টিৰ ক্ষেত্ৰত পৰিৱেশক আপুনি অন্তৰায় বুলি ভাবেনে? অসমৰ পৰিৱেশ শিল্প-চৰ্চাৰ অনুকূলনে?*

সৃষ্টিৰ ক্ষেত্ৰত পৰিৱেশক এৰি চলাই ভাল—বিশেষকৈ ভাৰতবৰ্ষৰ দৰে এখন

দেশত। ইয়াৰ কলকাতা, দিল্লী, বোম্বাই, মাদ্ৰাজ আদি কেইখনমান চহৰৰ বাহিৰে আন ঠাইত যে শিল্প-চৰ্চাৰ বিশেষ কোনো পৰিৱেশ আছে তাক কোৱা মস্কিল। অসমৰ পৰিৱেশক ইয়াতকৈ নিলগাই চাব নোৱাৰি। পৰিৱেশ অবিহনে যে শিল্প-চৰ্চা অসম্ভৱ তাক মই নাভাবোঁ। সৃষ্টিৰ তাড়না থাকিলে পৰিৱেশ ডাঙৰ কথা নহয়—অৱশ্যে এয়া মোৰ ব্যক্তিগত ধাৰণাহে।

*অসমৰ শিল্প শিক্ষাৰ আনুষ্ঠানিক ব্যৱস্থা আপুনি যথাযোগ্য বুলি ভাবেনে? শিল্পীৰ বাবে আনুষ্ঠানিক শিক্ষাৰ প্ৰয়োজনীয়তাৰ বিষয়ে আপোনাৰ মতামত?*

নাভাবোঁ। অসমত শিল্প শিক্ষাৰ ব্যৱস্থা অতি শোচনীয়। ই হতাশাৰহে সৃষ্টি কৰে। এই দিশত আমি পিছপৰা বুলি স্বীকাৰ কৰিবই লাগিব। বহুদিনৰ পাছত এদিন আৰ্ট কলেজৰ ফালে গৈছিলোঁ। সেইফালে চাবই নোৱাৰি—যেন শ্মশানৰ নীৰৱতাহে বিৰাজ কৰিছে। আৰ্ট কলেজৰ লগত মই দীৰ্ঘদিন জড়িত আছিলোঁ। সেই দিনৰ স্মৃতিয়ে মোক আজিও সুখ দিয়ে। আৰ্ট কলেজক যদি আমি এক প্ৰেৰণাদায়িনী প্ৰতিষ্ঠানৰূপে গঢ়িব নোৱাৰোঁ তেনেহ'লে আমাৰ গৌৰৱ কৰাৰ কোনো স্থল নাই। এনেদৰে আগ বঢ়াৰ অৰ্থ শুভ নহয়। সচেতন হোৱাৰ সময়ো পাৰ হোৱাৰ লেখীয়া। শিল্প শিক্ষাৰ ক্ষেত্ৰত আনুষ্ঠানিক ব্যৱস্থা অতি প্ৰয়োজনীয়। শিল্পীৰ বাবে এনে ব্যাকৰণসন্মত শিক্ষা লাভৰ অতি প্ৰয়োজন।

*এনে পৰিৱেশ গঢ়ি নুঠাৰ কাৰণ কি বুলি ভাবে ?*

আমাৰ একমাত্ৰ আৰ্ট কলেজখনৰ বিকাশ নোহোৱা আৰু এক সুস্থ একাডেমিক পৰিৱেশ গঢ়ি নুঠাৰ কাৰণ বহুতো। চৰকাৰ সম্পূৰ্ণ উদাসীন। ৰাইজৰো চেতনা প্ৰখৰ নহয়। এইক্ষেত্ৰত শিল্পীসকলো জগৰীয়া, ময়ো ইয়াৰ বাহিৰত নহয়, কিন্তু মোৰ দোষৰ বিশেষ ব্যাখ্যা নকৰোঁ কিয়নো, তাৰ লগতে বহু কথাই ক'ব লাগিব। মই ভাবোঁ, আমাৰ শিল্পীসকলৰ স্পিৰিট থকা হ'লে আজি আমি এনে অৱস্থাৰ সমুখীন নহ'লোঁহেঁতেন।

*এনেবোৰ কাৰণতেই আমাৰ শিল্পকৰ্মৰ গুণাগুণ আশা কৰা ধৰণৰ নহয় নেকি? শিল্পকৰ্মৰ গুণ আৰু মান সন্দৰ্ভত আপোনাৰ ধাৰণা ?*

সৰ্বভাৰতীয় বহু প্ৰদৰ্শনী চাই মোৰ ধাৰণা হৈছে সাৰ্থক সৃষ্টিৰ পৰ্যায় পোৱাটো অতি কষ্টসাধ্য সাধনাৰ পথ। তাক আয়ত্ত কৰা তেনেই সহজ নহয়। সাৰ্থক সৃষ্টিয়ে মানুহক প্ৰেৰণা দিয়ে, ৰসৰ সঞ্চাৰ কৰে; কিন্তু য'ত কামেই তেনেকৈ হোৱা নাই তাত চিত্ৰ-ভাস্কৰ্যৰ মান নিৰ্ধাৰণ আৰু কঠিন। আমাৰ ইয়াত যে জেগা-চোৰোকাকৈ দুই-এটা কাম হোৱা নাই তেনে নহয়; কিন্তু আমাৰ কাম তেনেই সীমিত—আঙুলিৰ মূৰত লেখিব পাৰি। মোৰ নিজৰো কাম কম। মই অনুভৱ কৰোঁ, সামূহিকভাৱেও আমাৰ সৃষ্টিকৰ্ম অতি কম।

*আপুনি বিশ্বাস কৰেনে যে আমাৰ সৃষ্টিকৰ্ম বা শিল্প-চৰ্চাৰ ক্ষেত্ৰত একধৰণৰ স্থবিৰতাই দেখা দিছে? কিন্তু লোক-কলাৰ পৰম্পৰাৰ বৰ্ণাঢ্য ভাণ্ডাৰৰ সন্ধান শিল্পীৰ বাবে প্ৰয়োজনীয় নহয় নেকি ?*

হয়। মই স্বীকাৰ কৰোঁ যে আমাৰ শিল্পজগত—অসমেই হওক বা ভাৰতবৰ্ষই হওক, একপ্ৰকাৰ স্থবিৰতাত ভুগিছে। সেয়ে আমি নতুন ক্ষেত্ৰৰ সন্ধান কৰিব লাগে। নতুন ধাৰা আৰু শৈলীৰ সন্ধান আছিল মোৰ শান্তি নিকেতনৰ দিনৰ সপোন। আৰু মই সদায় কৈ আহিছোঁ যে এনে প্ৰয়াস অবিহনে আমাৰ শিল্প সাধনা খণ্ডিত হ'বলৈ বাধ্য। উত্তৰ-পূৰ্বাঞ্চলৰ চহকী ঐতিহ্যৰ গৱেষণা, সন্ধান আৰু শিল্পসন্মত প্ৰয়োগৰ কথা আমি নাভাবিলে কোনে ভাবিব? এই চেতনাৰ অভাৱৰ বাবে আমি বহু পিছ পৰি আছোঁ।

***কিন্তু আৰ্ট ছ'চাইটি বা আৰ্ট স্কুলৰ সংখ্যা বেচৰকাৰী খণ্ডত বাৰুকৈয়ে বাঢ়িছে। ই আমাৰ শিল্প পৰিৱেশ উন্নয়নৰ মাপকাঠী হয় জানো ?***

এটা কথা ঠিক, এনেবোৰ প্ৰতিষ্ঠানে তাৰ সুনিৰ্দিষ্ট ভূমিকা পালন কৰিব পাৰিছে নে নাই তাৰ বিচাৰ পিছলৈ থৈয়ো ক'ব পাৰি যে এনেবোৰ প্ৰতিষ্ঠানে সামান্যভাৱে হ'লেও কিবা নহয় কিবা কৰিব পাৰিছে। এনেবোৰ প্ৰতিষ্ঠানৰ দ্বাৰা হোৱা শিবিৰ আদিত ময়ো যোগ দিছোঁ। অৱশ্যে এটা কথা—এনেবোৰ প্ৰতিষ্ঠানৰ ভূমিকা এক নিৰ্দিষ্ট বিন্দুলৈকেহে। এনে প্ৰতিষ্ঠান বৃদ্ধিয়ে শিল্পকলাৰ বিকাশৰ একমাত্ৰ মাপকাঠী হ'ব নোৱাৰে। তথাপি এনে প্ৰতিষ্ঠান গঠনক নেতিবাচক অৰ্থত গ্ৰহণ নকৰাই ভাল।

***অৰ্থাৎ বৰ্তমান পৰিৱেশ বা অৱস্থাত আমি সন্তুষ্ট ?***

বৰ্তমানক লৈ মই সন্তুষ্ট হোৱাৰ প্ৰশ্ন নুঠে। সকলো পৰিস্থিতিকে মই সমালোচনাত্মক দৃষ্টিভংগীৰে চাওঁ। আমাৰ শিল্প-চৰ্চাৰ পৰিৱেশ সলনি হৈছে। প্ৰদৰ্শনীৰ সংখ্যাও বাঢ়িছে, কিন্তু মই আগতে উল্লেখ কৰাৰ দৰে সাৰ্থক সৃষ্টি তেনেই নগণ্য। এতিয়া প্ৰদৰ্শনীৰ ব্যৱস্থা কৰিলে সাংস্কৃতিক সঞ্চালকালয়ে চাৰি হাজাৰ টকাৰ অনুদান আগবঢ়ায়। বহু ক্ষেত্ৰত দেখা যায় ধনৰ আকৰ্ষণেই প্ৰবল। কেতিয়াবা দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰয়ো এই অনুদানেৰে প্ৰদৰ্শনী পাতে। মই কোৱা নাই যে প্ৰদৰ্শনী পাতিব নালাগে। মোৰ মতে সৃষ্টিৰে আকৃষ্ট কৰা ক্ষমতা আহৰণৰ আগতে প্ৰদৰ্শনী বা প্ৰচাৰ তেনেই অৰ্থহীন। শিল্পীয়ে নিজেই বিচাৰ কৰা উচিত, এয়া তেওঁলোকৰ বাবে ভাল নে বেয়া।

***আপুনি কৈছে যে অৰ্থাভাৱৰ বাবে আপুনি মাধ্যম সলনি কৰে, অৰ্থাৎ যেতিয়া যি মাধ্যমত কাম কৰাৰ সুবিধা হয় তাকেই কৰে। ইয়াৰ উপৰি যোৱা সুদীৰ্ঘ দিনত আপুনি কেৱল একেটা ধাৰাৰ কাম কৰা নাই। ধাৰা সলনি কৰিছে। কি স্পৃহাত আপুনি এয়া কৰিছে? এটা ধাৰাৰ পৰা আন এটা ধাৰালৈ গতি কৰোঁতে ৰং আৰু ৰূপৰ সম্পৰ্কৰ যোগসূত্ৰ কিদৰে ৰক্ষা কৰিছে ? ধাৰা সলনিৰ এই প্ৰক্ৰিয়াই আপোনাৰ সৃষ্টিশীলতাক কিদৰে প্ৰভাৱান্বিত কৰিছে ?***

প্ৰশ্ন দীঘল যদিও উত্তৰ তেনেই চমু। কেতিয়াবা যদিও ৰং বা কেনভাছ নহ'লে

ভাস্কৰ্যত ধৰিছিলোঁ তথাপিতো চিত্ৰৰ প্ৰাধান্য মোৰ বাবে সদায়ে আছে, ভাস্কৰ্যক সমানে ভাল পোৱা সত্ত্বেও। মোৰ কামৰ ধাৰা পৰিৱৰ্তন জ্ঞাতসাৰে ঘটিছে বুলি নাভাবো। এই দিশত মোৰ বিৱৰ্তন সম্পূৰ্ণ অভিজ্ঞতাসাপেক্ষে স্বাভাৱিক গতিত হৈ আছে বুলিয়েই মোৰ বিশ্বাস। স্বাভাৱিক এই সাল-সলনি মোৰ নিয়ন্ত্ৰণৰ বাহিৰত। এয়া স্বাভাৱিকভাৱেই ঘটিছে —যিটো নিজৰ বাবেও নতুন।

*আপোনাৰ সৃষ্টিৰ শিপা ক'ত ?*

প্ৰথমে ইয়াৰ উৎস মই নিজেই — মোৰ সৃষ্টিৰ স্পৃহা আজন্ম। শিল্পকলাৰ বিভিন্ন দিশৰ প্ৰতি মই আজন্ম আগ্ৰহী। এই তাড়নাত আৰু স্পৃহাৰ বশৱৰ্তী হৈয়ে মোৰ গাঁও, অঞ্চল, ৰাজ্য, দেশ আন্তৰ্জাতিক জগতৰ মাজেৰে আগবঢ়াৰ চেষ্টা কৰি চিত্ৰ-ভাস্কৰ্যৰ সাধনা কৰিছোঁ। পুনৰ মই উভতি আহিছোঁ আদিম জনজাতীয় আৰু বৈচিত্ৰ্যময় লোক-কলাৰ জগতলৈ। ইয়াত বিচৰণ কৰি সৃষ্টি-ৰস আহৰণৰ চেষ্টা কৰিছোঁ।

*এই শিপাক বটবৃক্ষ কৰাৰ বাবে আগবঢ়াত আপোনাক কি কি কাৰকে সহায় কৰিছে বুলি ভাবে ?*

মই আজন্ম এক দুৰ্বাৰ আকাংক্ষাৰে আগবাঢ়িছোঁ শীৰ্ষস্থানত উপনীত হোৱাৰ বাবে। মোৰ সাধনাৰ মাজত ই নিহিত আছে; কিন্তু আকাংক্ষাই শেষ কথা নহয়। জীৱনত অভাৱে বহু বাধাৰ সৃষ্টি কৰিছে। তথাপিতো সৃষ্টিৰ অদম্য স্পৃহাক মই লালন-পালন কৰি আছোঁ। কি কৰিব পাৰিম বা পাৰিছোঁ সেয়া ভৱিষ্যতেহে জানে। মোৰ বাবে ডাঙৰ কথা শিল্প স্পৃহাক সজীৱ কৰি ৰখাটো।

*সুদীৰ্ঘ এই পৰিক্ৰমাক আপুনি কিদৰে স্বকীয়তা দান কৰিছে ?*

মই নিজেই স্বকীয়তা দানৰ কথা কাহানিও ভবা নাই। সকলো স্বাভাৱিকভাৱেই দেখা দিছে বা আগবাঢ়িছে।

*আপোনাৰ শিল্প পৰিক্ৰমাৰ চূড়ান্ত লক্ষ্য কি ?*

আগৰ উত্তৰতে ইয়াৰ উত্তৰ নিহিত আছে।

*শিল্পত আধুনিকতাৰ সংজ্ঞা কি ?*

আধুনিক জীৱনৰ লক্ষণসমূহৰ প্ৰতিফলন ঘটাই তাক শিল্পসন্মত ৰূপত প্ৰকাশ কৰাটোৱেই শিল্পত আধুনিকতা। আধুনিক জীৱনৰ সংঘাত, অনিশ্চয়তা, ভাল-বেয়া আদি সকলো লক্ষণেই আধুনিক শিল্পই বহন কৰিব লাগিব — সেয়া চিত্ৰই হওক বা ভাস্কৰ্যই হওক। এনে সৃষ্টিয়ে আধুনিক জীৱনৰ সকলো উপাদান সামৰি ল'ব পাৰিব লাগিব।

*ভাৰতীয় চিত্ৰ-ভাস্কৰ্যত আধুনিকতা কিদৰে প্ৰতিফলিত হৈছে ?*

আধুনিক ভাৰতীয় চিত্ৰ-ভাস্কৰ্য আজি আন্তৰ্জাতিক চিত্ৰ-ভাস্কৰ্যৰ সমধৰ্মী স্তৰত উপনীত হৈছে। আধুনিক জীৱনত দেখা দিয়া সৰ্বব্যাপী সংঘাত আৰু অনিশ্চয়তাৰ

প্ৰতিফলন সেয়ে ভাৰতীয় চিত্ৰ-ভাস্কৰ্যতো ঘটিছে। আন্তৰ্জাতিকতাই স্বাভাৱিকতেই সামৰি লৈছে। অৱশ্যে স্থানীয় বিৱৰ্তন বা বিপ্লৱৰ জৰিয়তে ভাৰতীয় চিত্ৰ-ভাস্কৰ্যই আজিৰ এই আধুনিক ৰূপ পোৱা নাই। ইউৰোপীয় আধুনিকতাৰ ধাৰাৰ দ্বাৰা ভাৰতীয় চিত্ৰ-ভাস্কৰ্য প্ৰভাৱান্বিত হৈহে আজিৰ ৰূপ পাইছে।

***বৰ্তমান অসমীয়া চিত্ৰ-ভাস্কৰ্যত ই কেনেধৰণে প্ৰকাশ পাইছে? কেনে ফৰ্ম আৰু বৰ্ণৰ জৰিয়তে ইয়াৰ প্ৰকাশ ঘটিছে?***

আধুনিক শৈলীৰ চৰিত্ৰ বহু বিচিত্ৰ। বিভিন্ন ইয়াৰ প্ৰকাশ । ভাষাও অন্তহীন। প্ৰকাশৰ অবাৰিত স্বাধীনতা ইয়াত আছে। অসমৰ বেলিকাও আধুনিকতাৰ এই চৰিত্ৰ ছেগা-চোৰোকাকৈ অ'ত-ত'ত দেখা নিদিয়া নহয়।

***আধুনিক চৰিত্ৰৰ হৈয়ো শিল্পই দেশৰ ঐতিহ্য কিদৰে বহন কৰে? সাম্প্ৰতিক ভাৰতীয় চিত্ৰ-ভাস্কৰ্যত ঐতিহ্যৰ স্ব-চৰিত্ৰ বা ভাৰতীয়ত্ব প্ৰকাশ পাইছেনে?***

অৱশ্যে এই কথা ঠিক যে শিল্পসৃষ্টি সাৰ্থক হ'ব লাগিলে ই দেশজ বা স্থানীয় চৰিত্ৰ বহন কৰিব লাগিব। জাপান, আমেৰিকা, ইটালী আৰু আন দেশতো আধুনিক শিল্পত ইয়াৰ স্থান আছে। আধুনিক ধাৰাৰ হ'লেও কিবা প্ৰকাৰে নহয় কিবা প্ৰকাৰে শিল্পত দেশজ চাৰিত্ৰিক ব্যঞ্জনাৰ প্ৰকাশ ঘটিবই। বহুতে অৱশ্যে ভাৰতীয় চিত্ৰ-ভাস্কৰ্যত ইয়াৰ প্ৰকাশ ঘটা নাই বুলি অভিযোগ কৰে; কিন্তু এবাৰতে পোৱা নাই বুলি ক'ব নোৱাৰি। আগতে হয়তো আশঙ্কা কৰা হৈছিল যে চিত্ৰ-ভাস্কৰ্যই ইউৰোপীয় ধাৰাৰ প্ৰভাৱত ভাৰতীয়ত্ব হেৰুৱাইছে; কিন্তু সাম্প্ৰতিক কালত দেখা যায় যে ফিগাৰৰ ভূমিকা বহুক্ষেত্ৰত ঘূৰি আহিছে। আৰু শিল্পীসকলে লোক-শিল্পকলাৰ উৎসৰপৰা প্ৰেৰণা লৈ কাম আৰম্ভ কৰিছে। দাক্ষিণাত্যত এনে বহু কাম হৈছে। অৰ্থাৎ সাম্প্ৰতিক কালৰ চিত্ৰ-ভাস্কৰ্যত ভাৰতীয়ত্ব নিশ্চিহ্ন হোৱা নাই বুলি ক'ব পাৰি।

***একেদৰে সাম্প্ৰতিক অসমৰ চিত্ৰ-ভাস্কৰ্যৰ বেলিকা আঞ্চলিক বৈশিষ্ট্য কিদৰে প্ৰকট হোৱা বুলি ধাৰণা কৰে?***

উত্তৰটো প্ৰায় একেধৰণে দিব পাৰি। কিন্তু স্থানীয় বৈশিষ্ট্যৰ বেলিকা আমাৰ চৰম বৈচিত্ৰ্যময় আৰু সাংঘাতিক ঐশ্বৰ্যৰ পৰিপ্ৰেক্ষিতত আমাৰ শিল্পীসকল তেনেদৰে সফল হোৱা নাই বুলি মোৰ বিশ্বাস। তাৰ উপৰি সাম্প্ৰতিক অসমীয়া শিল্পকলা আজিকোপতি পৈণত হোৱা নাই।

***অসমৰ চিত্ৰকলাৰ দৰ্শক আৰু পৃষ্ঠপোষকতাৰ বিষয়ে আপোনাৰ মতামত ?***

দৰ্শক সম্বন্ধে আশা দেখা গ'লেও পৃষ্ঠপোষকতা একেবাৰে শূন্য।

*ভাৰতীয় আৰু অসমীয়া শিল্পকলা আন্দোলন সম্পৰ্কত আপোনাৰ মন্তব্য ?*

ভাৰতীয় শিল্প আন্দোলনৰ উৎসৰ বিষয়ে আগতে কোৱা হৈছে আৰু সেইটো ইউৰোপৰ শিল্পকলা আন্দোলনৰপৰা নিসৃত। অৱশ্যে বেঙ্গল স্কুলৰ আন্দোলনক যথাৰ্থ আন্দোলন বুলি ক'ব পাৰি। এই আন্দোলনৰ বিষয়ে নানাজনে নিৰুৎসাহজনক মন্তব্য কৰিব খোজে যদিও আধুনিক ভাৰতীয় শিল্পসৃষ্টিত ইয়াৰ অৱদান মই অনস্বীকাৰ্য বুলি ভাবোঁ।

**শ্ৰীময়ী, ১-১৫ জানুৱাৰী, ১৯৯২**

***জীৱনজুৰি মই নিজকে হেমলেট***
***বুলি ঘোষণা কৰিছোঁ***

# হোমেন বৰগোহাঞিও

*টেপ ৰেকৰ্ডাৰ ব্যৱহাৰ কৰিলে আপুনি অস্বস্তি অনুভৱ কৰিব নেকি ?*

নাই নকৰোঁ। টেপ ৰেকৰ্ডাৰ যে আছে এক মিনিট পাছত মই পাহৰিয়ে যাম। গতিকে অস্বস্তি বা অসুবিধাৰ প্ৰশ্ন নুঠে।

*সাংবাদিকৰূপে আপুনি ইন্দিৰা গান্ধী প্ৰমুখ্যে বহু বিখ্যাত ব্যক্তিৰ সাক্ষাৎকাৰ লৈছিল। সেই সাক্ষাৎকাৰবোৰ লোৱাৰ সময়ত আপুনি টেপ ৰেকৰ্ডাৰ ব্যৱহাৰ কৰিছিল নেকি ?*

মই টেপ ৰেকৰ্ডাৰ কোনোদিনেই ব্যৱহাৰ কৰা নাই । বহু দীঘলীয়া সক্ষাৎকাৰ লোৱাৰ বেলিকাও মই টেপৰেকৰ্ডাৰ ব্যৱহাৰ বা কথাবোৰ কাকতত নোট কৰা নাছিলোঁ। স্মৃতিশক্তিক নিৰ্ভৰ কৰিয়েই সেই সাক্ষাৎকাৰবোৰ পিছত লেখি উলিয়াইছিলোঁ। আজিকালিৰ কথা নাজানো, এসময়ত মোৰ স্মৃতি শক্তি ইমান ভাল আছিল যে নোট কৰা বা টেপৰেকৰ্ডাৰ ব্যৱহাৰ কৰাৰ প্ৰয়োজন নহৈছিল। অৱশ্যে ইন্দিৰা গান্ধীৰ সাক্ষাৎকাৰ লোৱাৰ কথা সুকীয়া। সেই সাক্ষাৎকাৰত মই লিখি লোৱা বা টেপৰেকৰ্ডাৰ ব্যৱহাৰ কৰাৰ প্ৰয়োজন হোৱা নাছিল। কিয়নো প্ৰধানমন্ত্ৰীৰ অফিচৰ ষ্টেনোগ্ৰাফাৰেই আমাৰ সেই কথোপকথন লিপিবদ্ধ কৰি গৈছিল। শৰৎ সিংহ মুখ্যমন্ত্ৰী হোৱাৰ পিছত মই তেওঁৰ এটি দীঘলীয়া সাক্ষাৎকাৰ লৈছিলোঁ। তাৰ বাবে তেওঁ মোক পুৱা সাত বজাত মাতিছিল। পুৱা সাত বজাৰ পৰা আবেলি চাৰি বজালৈকে আমাৰ কথা-বতৰা চলি আছিল। অৱশ্যে তাৰ মাজে মাজে তেওঁ আন কামো কৰিছিল। কিন্তু পুৱা সাত বজাৰ পৰা আবেলি ৪ বজালৈকে এই সময়ছোৱাত লোৱা এই সুদীৰ্ঘ সাক্ষাৎকাৰটি মই স্মৃতিত নিৰ্ভৰ কৰিয়েই অবিকল লিখি উলিয়াইছিলোঁ। ইয়াৰ বাবে মই টেপ ৰেকৰ্ডাৰো ব্যৱহাৰ কৰা নাই বা সাক্ষাৎকাৰটি লেখিও লোৱা

নাছিলোঁ। সেইদৰে মই স্মৃতিশক্তিক নির্ভৰ কৰিয়েই আন বহুত দীঘলীয়া ইন্টাৰভিউ লৈছোঁ।

*সাংবাদিকৰূপে আপুনি যথেষ্ট লিখিছে। তাৰ ভিতৰত কোনবোৰ ৰচনা আপোনাৰ প্ৰিয় বা মহৎ বুলি ভাবে?*

নাই। মহৎ বুলি ভবাৰ কোনো কথা নাই। সেই বিষয়ে মই 'আত্মানুসন্ধান'ত লেখিছোঁ যে চৰকাৰী চাকৰি এৰি আহি 'সাপ্তাহিক নীলাচল' সম্পাদনা কৰাৰ সময়ছোৱা মোৰ বাবে বৰ কষ্টকৰ হৈছিল। তাৰ কাৰণো মই 'আত্মানুসন্ধান'ত উল্লেখ কৰিছোঁ। যেতিয়া মই 'নাগৰিক' সম্পাদনাৰ দায়িত্ব লওঁ তেতিয়া অসম আন্দোলনো আৰম্ভ হৈছে। সেই সময়ত মই এটা আদৰ্শৰ হকে মাত মাতিবলৈ সুযোগ পালোঁ। আৰু দ্বিতীয়তে এনে কিছুমান শক্তিৰ বিৰুদ্ধে যুদ্ধ কৰিবলগীয়া হ'ল যে সেই সময়ত এজন সাংবাদিক হিচাপে জীৱিকা নিৰ্বাহৰ বাবে মই ধন ঘটিব পাৰিছোঁ নে নাই সেয়া ডাঙৰ প্ৰশ্ন নহয়। তেতিয়া মই এজন যোদ্ধাত পৰিণত হৈছিলোঁ বুলি ভাবোঁ। গতিকে 'নাগৰিক'ত মই যিখিনি লিখিছিলোঁ সেইখিনি মই এটা আদৰ্শৰ তাড়নাত লিখিছিলোঁ আৰু সাংবাদিক হিচাপে 'নাগৰিক'ৰ দিনকেইটাকেই মই সুখদায়ক আৰু সাৰ্থক বুলি ভাবোঁ।

*'আজকাল' ৰ সময়ছোৱা ?*

সাংবাদিক হিচাপে 'আজকাল'ত মই পৰিপূৰ্ণ স্বাধীনতা পাইছিলোঁ। কিন্তু 'আজকাল'ৰ বিশেষ সংবাদদাতা ৰূপে মোৰ কাম আছিল সম্পূৰ্ণ প্ৰফেশ্বনেল। আজকালে মোক নিমন্ত্ৰণ কৰিছিল—ময়ো দায়িত্ব গ্ৰহণ কৰিছিলোঁ। তেওঁলোকে বিচৰাধৰণৰ বিশ্লেষণ আৰু বা-বাতৰিহে মই লিখিছিলোঁ। 'আজকাল' মোৰ বাবে আছিল সম্পূৰ্ণধৰণে জীৱিকাৰ এটা উপায়। আন ধৰণৰো ভূমিকা থাকিব পাৰে বা অভিজ্ঞতা লাভৰ সুবিধা থাকিব পাৰে—সেয়া 'আজকাল'ত হোৱা নাছিল।

*সাংবাদিকতাই যিটো কৰিব নোৱাৰে সেই কাম সৃষ্টিশীল সাহিত্যই কৰিব পাৰে বুলি আপুনি বিশ্বাস কৰেনে?*

দুদিনমানৰ আগতে ক'ৰবাত পঢ়া মনত আছে যে বাংলাদেশত চলি থকা সামাজিক আন্দোলনত গল্প, উপন্যাসে এক গুৰুত্বপূৰ্ণ ভূমিকা লৈছে। মই ভাবোঁ যে সাংবাদিকতাই যিটো কাম কৰে সেয়া তৎকালীন। এই মুহূৰ্ততে এটা অন্যায় হৈছে তাৰ প্ৰতিবাদ হ'ব লগে, এয়া সাংবাদিকতাৰ কাম। সাংবাদিকতাৰ লগত সাহিত্যৰ পাৰ্থক্য আছে। এখন উপন্যাস বা গল্প এটা লিখি আপুনি লগে লগে যে সামাজিক আন্দোলন এটা কৰিব পাৰিব তাক নিশ্চিতকৈ ক'ব নোৱাৰি। আনহাতে চাৰ্লছ ডিকেন্সে এনে কিছুমান উপন্যাস লিখিছিল যাৰ ফলত সেই

সময়ৰ ইংলেণ্ডৰ আইন আদি সংশোধন কৰিবলগীয়া হৈছিল। ডিকেন্সৰ উপন্যাসৰ বাবে শিশু শ্ৰমিক আৰু আন বিষয়ক আইন সংশোধন কৰিবলগীয়া হৈছিল। বিদেশত এনে উদাহৰণো আছে, কিন্তু আমাৰ দেশত বৰ্তমান তেনে অভিজ্ঞতা হোৱা নাই। কিন্তু সাহিত্যৰ এটা স্থায়ী প্ৰভাৱ থাকেই—ই লাহে লাহে মানুহৰ মনত ক্ৰিয়া কৰে। কিন্তু আপোনাৰ প্ৰশ্ন, সাংবাদিকতাই যিটো কৰিব নোৱাৰে সেইটো গল্প-উপন্যাসে কৰিব পাৰে নেকি—আমাৰ দেশত বা আমাৰ ৰাজ্যত তেনেকুৱা ঘটনা চকুত পৰা নাই।

*আপোনাৰ সাহিত্য কৰ্মক ৰাজনৈতিক দায়বদ্ধতাই স্পৰ্শ কৰা বুলি ভাবেনে ?*

লিখাৰ সময়ত ৰাজনৈতিক দায়বদ্ধতা বা সামাজিক দায়বদ্ধতা আদি কথাবোৰ মোৰ মনলৈ নাহে। আজি পুৱা মই 'অসম ভেলি সাহিত্য বঁটা' গ্ৰহণ একচেপটেন্স স্পীচতো লিখিছোঁ—তাত মই নিজৰ বিষয়ে সকলো কথা মুকলিকৈ ক'বলৈ চেষ্টা কৰিছোঁ। মই নিজে লিখিবলৈ বহাৰ সময়ত আপুনি কোৱাৰ দৰে দায়বদ্ধতা আদি কথাবোৰ মোৰ মনলৈ সমূলি নাহে। অৱশ্যে মোৰ প্ৰকাশিত লিখা সন্দৰ্ভত আনে এনেধৰণৰ কথা কয় যদিও লেখাৰ সময়ত এইবোৰ একেবাৰে নাভাবোঁ।... তদুপৰি মই বিভিন্নধৰণৰ লেখা লিখোঁ। আচলতে প্ৰতিক্ৰিয়া প্ৰকাশৰ ফলস্বৰূপে মই লিখোঁ। মানুহৰ দুখ-যন্ত্ৰণা দেখি মোৰ মনত যি প্ৰতিক্ৰিয়া হয় তাৰ প্ৰকাশৰ বাবেই লিখোঁ। মানুহ হিচাপে মানুহৰ দুখ-কষ্টই মোক ব্যথিত কৰে, সেই কথাখিনি প্ৰকাশ কৰাৰ বাবেই লিখোঁ, কিন্তু ৰাজনৈতিক বা সামাজিক দায়বদ্ধতাৰ কথা ভাবি নিলিখোঁ।

*কিন্তু আপোনাৰ 'পিতা-পুত্ৰ'ত ৰাজনৈতিক প্ৰশ্ন উত্থাপিত হৈছে ?*

অ'। এই প্ৰশ্নক মইতো ৰাজনৈতিক বুলি কোৱা নাই। মানুহৰ নানা সমস্যা থাকে। ৰাজনৈতিক সমস্যা বা ৰাজনীতিও মানুহৰ জীৱনৰ অবিচ্ছেদ্য অংগ। কিন্তু উপন্যাসখনত সচেতনভাবে মই কোনো ৰাজনৈতিক প্ৰশ্ন উত্থাপন কৰিব বিচৰা নাই ।

*আপুনি লিখে কেনেকৈ ?*

প্ৰত্যেকৰে বোধহয় লিখাৰ পদ্ধতি বা অভ্যাস বেলেগ বেলেগ। যিসকলে নিলিখে তেওঁলোকে ভাবে বা ভাবিব পাৰে যে কাগজ-কলম লৈ যেতিয়া এজন লেখক লিখাৰ টেবুলত বহে একমাত্ৰ তেতিয়াহে তেওঁ লিখে; কিন্তু মই ভাবোঁ, আচলতে এজন লেখকে সকলো সময়তে লিখি থাকে। চেতন বা অৱচেতন মনত লিখাৰ চিন্তা তেওঁৰ অহৰহ থাকিবই । লিখিবলৈ বহি যে মই কিবা ভাবোঁ এইটো নহয়। মই যেতিয়াই সময় পাওঁ তেতিয়াই নানা ৰকমৰ কথা ভাবোঁ।

আবেলি খোজ কাঢ়িবলৈ ওলাই যাওঁতে মোৰ মনটো শূন্য হৈ নাথাকে—মই নানা কথা ভাবি যাওঁ। তেনেকুৱা কোনোবা এটা দিনত মোৰ হয়তো লিখাৰ কথাও মনলৈ আহে। ঠিক একেদৰে ব্যস্ততাৰ মাজতো এয়া হ'ব পাৰে। সাংবাদিক জীৱনত দিনত পৰিশ্ৰমৰ শেহত সন্ধিয়া ৰবীন্দ্ৰ সংগীত শুনি অকণমান মদ খাই বহি জিৰণি লোৱা সময়খিনি যে মই গানেই শুনো তেনে নহয়, কেতিয়াবা হয়তো গানটো মোৰ কাণত নপৰেই। কিবা এটা বাজি আছে ... ভাল লাগে; কিন্তু মনটো শূন্য হৈ নাথাকে। কেতিয়াবা তেনে সময়তে হয়তো লিখাৰ কথা ভাবোঁ; কিন্তু এইটো নহয় যে বাক্যটো কিদৰে আৰম্ভ কৰিম তাক মই ভাবি লওঁ। মনতে ভাবোঁ যে কাইলৈ গল্প এটাকে লিখিম বা আধা লিখা উপন্যাসখনকে আকৌ ধৰিম নেকি? সেইখিনি ঠিক কৰি লওঁ। মই নিজৰ অভিজ্ঞতাৰ পৰা শিকিছোঁ আৰু আন লেখকৰ পৰাও জানিছোঁ যে লেখকে সকলো সময়তে চেতন মনেৰে নিলিখে যদিও তেওঁৰ অৱচেতন মনত ভাববোৰ সক্ৰিয় হৈ থাকে। যেতিয়া লিখিবলৈ বহে তেতিয়া অৱচেতন মনৰ পৰা ভাবৰ সোঁত বয়। ধৰক, শুবলৈ যাওঁতে ৰাতি মই ভাবিলোঁ যে কাইলৈ কিবা এটা লিখিব লাগিব। অলপ সময় হয়তো সেই বিষয়ে ভবাৰ পিছত টোপনি গ'লোঁ; কিন্তু মোৰ অৱচেতন মনটো সক্ৰিয় হৈয়ে থাকিল। বোধহয় তেনেকৈয়ে লিখা হয়। অৰ্থাৎ মই ক'ব খুজিছোঁ কেৱল চেতন মনৰ সামান্য কথাৰে কোনেও লিখিব নোৱাৰে। লেখাৰ কামটো হৈছে অৱচেতন মনৰ।

*আপুনি সদায় লিখে নেকি? বা লিখাৰ সময়সূচী মানি চলে নেকি ?*

নাই, মই কোনো যান্ত্ৰিক নিয়ম পালন কৰি নিলিখোঁ। পুৱা সদায় এবাৰ লিখিবলৈ চেষ্টা কৰোঁ। শাৰীৰিক সক্ষমতা আৰু মানসিক তাগিদা অনুভৱ কৰিলেহে মই লিখোঁ; কিন্তু যদি গাটো ভাল নাই বা মানসিকভাবে তাগিদা অনুভৱ নকৰোঁ তেতিয়াই লিখা বন্ধ কৰোঁ।

*আপোনাৰ সাহিত্যিক জীৱনৰ আৰম্ভণিতে আপোনাক প্ৰভাৱান্বিত কৰা লেখকসকলৰ বিষয়ে ক'ব নেকি?*

আন বহুতৰ দৰে ল'ৰালিতে কবিতাৰে ময়ো সাহিত্যিক জীৱনৰ পাতনি মেলিছিলোঁ। অসমীয়া ৰোমাণ্টিক কবিসকলৰ দ্বাৰা মই প্ৰভাৱান্বিত হৈছিলোঁ। চন্দ্ৰকুমাৰ আগৰৱালা, যতীন্দ্ৰনাথ দুৱৰা, গণেশচন্দ্ৰ গগৈ আদি কবিসকল মোৰ প্ৰিয় আছিল। হাইস্কুলীয়া দিনত দেৱকান্ত বৰুৱাৰ ব্ৰাউনীঅ' ছন্দই মোক বাৰুকৈয়ে আকৃষ্ট কৰিছিল। এসময়ত মই লিখিবলৈ এৰিলোঁ আৰু ইউৰোপীয় সাহিত্যৰ বিশাল জগতখনৰ সংস্পৰ্শলৈ আহিলোঁ। এই লেখকসকলেও মোক প্ৰভাৱান্বিত

কৰিছিল; কিন্তু কলেজীয়া দিনত এই লেখকসকলৰ প্ৰতি থকা ৰোমাণ্টিক আকৰ্ষণৰ ফল ভাল হোৱা বুলি মই ক'ব নোৱাৰোঁ । কলেজীয়া দিনত কাফ্‌কাৰ লেখা পঢ়ি ময়ো ভাবিছিলোঁ, কাফ্‌কাৰ দৰে লেখক হ'বলৈ চেষ্টা কৰিম। কাফ্‌কাৰ প্ৰতি মোৰ আকৰ্ষণ ৰোমাণ্টিকহে আছিল, সেই অনুপাতে কাফ্‌কাই জীৱনৰ যি অভিজ্ঞতা লাভ কৰিছিল সেই অভিজ্ঞতাতো মোৰ নাছিল। গুৱাহাটী বা উত্তৰ লখিমপুৰৰ ভিতৰুৱা গাঁও এখনত কাফ্‌কাৰ ভাবৰ পৰিমণ্ডল অনুপস্থিত। মোৰ বাবে সেই অভিজ্ঞতা অৰ্জন সম্ভৱ নহয়। আনৰ দ্বাৰা নিজকে প্ৰভাৱান্বিত হ'বলৈ এৰি দিয়াৰ পৰিণতি ভাল নাছিল বুলি ভাবোঁ, কিয়নো লেখক হিচাপে মোৰ যি সামান্য যোগ্যতা আছিল তাৰ বিকাশত ই সহায় কৰা নাছিল। মোৰ জীৱনত ভালেমান সৃষ্টিশীল দিন এইদৰেই অপচয় হৈছিল।

*কেমুৰ প্ৰতিও আপুনি আকৰ্ষিত হৈছিল নেকি ?*

হয়, হৈছিলোঁ। এতিয়াও কেমুৰ প্ৰতি মোৰ আকৰ্ষণ আছে। আন বহুতে ক'লেও কেমুৱে জীৱন সম্পৰ্কে এটা দৰ্শন দি যোৱা নাছিল। জীৱন সম্পৰ্কে তেওঁ বহু প্ৰশ্ন এৰি থৈ গৈছে। কেমুৰ জীৱনক পৰীক্ষা কৰাৰ পদ্ধতিয়ে আজিও মোক প্ৰবলভাবে আকৰ্ষিত কৰে। কাফ্‌কাৰ গদ্যই মোক খুউব প্ৰভাৱান্বিত কৰিছিল আৰু এই প্ৰভাৱক মই ইতিবাচক বুলিহে কম। কাফ্‌কা মই মূলত পঢ়া নাই, ইংৰাজী অনুবাদহে পঢ়িছোঁ। সুধীজনে কয় যে এই অনুবাদ ভাল হৈছে। আৰু সকলোৱে স্বীকাৰ কৰে যে কাফ্‌কাৰ গদ্য বিংশ শতাব্দীৰ ইউৰোপীয় সাহিত্যৰ পৰম সম্পদ। আপুনি যদি স্থায়ী প্ৰভাৱৰ কথা সোধে মই কাফ্‌কাৰ গদ্যৰ প্ৰভাৱৰ কথাই ক'ম —কিয়নো তেওঁৰ গদ্যৰ প্ৰভাৱ মোৰ অৱচেতন মনতো আছে। এসময়ত টমাছ মানৰ মই খুউব ভক্ত আছিলোঁ; কিন্তু তেওঁৰ গোটেইবোৰ কিতাপ পঢ়া বুলি ক'ব নোৱাৰোঁ। তেওঁৰ গদ্যৰ লগত কাফ্‌কাৰ গদ্যৰ মিল নাই। টমাছ মানৰ গদ্যয়ো মোক প্ৰভাৱান্বিত কৰিছিল। এইখিনিতে আন এটা কথা ক'ব পাৰি—ব্ৰিটিছ লেখকসকলতকৈ মহাদেশীয় লেখকসকলৰ প্ৰতিহে মই বেছি আকৰ্ষিত হৈছিলোঁ। কিন্তু এটা সময়ত মই বুজিলোঁ যে আন লেখকৰ পৰা ধাৰ কৰা দৰ্শনেৰে চমক সৃষ্টি কৰাতকৈ নিজ অভিজ্ঞতাৰ ভিত্তিত নিজৰ চিনাকি জগতখনৰ কথা লিখিবলৈ চেষ্টা কৰা উচিত। এই সম্পৰ্কে মোৰ চকু মুকলি কৰিলে এণ্টন চেকভে। চেকভে কৈছিল—'দক্ষিণ মেৰুত অভিযান চলাবলৈ যোৱাতকৈ দেখি থকা এহাল স্বামী-স্ত্ৰী, শোকবিহ্বলা এগৰাকী মাতৃ বা এটা ঘোঁৰাৰ যন্ত্ৰণা'— এইবোৰে ভাল সাহিত্যৰ সমল হ'ব পাৰে। লেখকজনৰ যোগ্যতাইহে সাহিত্যৰ মান নিৰ্ধাৰণ কৰে। অলপ লাজকুৰীয়া বা সংকুচিত

স্বভাৱৰ বাবে মই বৰকৈ মিলা-মিছা কৰিব নোৱাৰোঁ আৰু মোৰ অভিজ্ঞতাৰ জগতখন খুউব ঠেক। এটা সময়ত দেখিলোঁ যে মই এখন পৃথিৱীয়েই খুউব ভালদৰে চিনি পাওঁ—মই জন্মগ্ৰহণ কৰা গাঁওখন, তাৰ জীৱনধাৰা, মানুহখিনি, প্ৰকৃতি—অকল সেই বিষয়ে লিখিবলৈহে মোৰ যোগ্যতা আছে। সেই উপলব্ধিৰ দিন ধৰি মই তাকেই কৰি আহিছোঁ। 'অন্তৰাগ', 'মৎস্যগন্ধা', 'পিতাপুত্ৰ', 'হালধীয়া চৰায়ে বাওধান খায়' এই গোটেইবোৰে মোৰ সেই সৰু গাঁওখনক কেন্দ্ৰ কৰিয়েই ৰচিত।

*সাহিত্য সৃষ্টিৰ বেলিকা সাংবাদিকতা সহায়ক নে ?*

মোৰ জীৱনৰ আটাইতকৈ ডাঙৰ অভিজ্ঞতা সৃষ্টি কৰিছে সাংবাদিকতাই। আমি অসমীয়া বা ভাৰতীয় সাংবাদিকে যি ধৰণৰ সাংবাদিকতা কৰোঁ, ই সাহিত্য সৃষ্টিৰ বাবে অকণো সহায়ক নহয়। আমি জীৱিকাৰ বাবে সাংবাদিকতা কৰোঁ—অতি স্থূল সাংবাদিকতা। কোন মন্ত্ৰী হ'ব, কোনে কাৰ বিৰুদ্ধে কি ক'লে এইবোৰেতো সৃষ্টি বা জীৱন গঢ়াত সহায় নকৰে; কিন্তু বহুতে কয় বিদেশত সাংবাদিকতা কৰিও মহৎ সাহিত্য সৃষ্টি কৰিছে। বিদেশত সাংবাদিকতাৰ চৰিত্ৰই বেলেগ। উদাহৰণস্বৰূপে হেমিংওৱেই ৱাৰ কৰেছপণ্ডেণ্টৰূপে স্পেইনৰ গৃহ যুদ্ধৰ সংবাদ পৰিৱেশন কৰিছিল। সাংবাদিকতা কৰি থকা সময়ত হেমিংওৱে গৃহযুদ্ধৰ পটভূমিৰ উপন্যাসসমূহ ৰচনা কৰা নাছিল। সাংবাদিক জীৱনৰ সেই অভিজ্ঞতাৰ ভিত্তিত পিছত তেওঁ একাণপতীয়াকৈ লিখিবলৈ বহিহে তাক সাহিত্যৰ ৰূপ দিছিল। মই আনৰ কথা ক'ব নোৱাৰোঁ; কিন্তু নিজৰ বেলিকা জীৱিকাৰ বাবে যদি সাংবাদিকতা কৰিবলগীয়া নহ'লহেঁতেন তেনেহ'লে এতিয়াতকৈ দহগুণে ভাল গল্প-উপন্যাস মই ৰচনা কৰিব পাৰিলোঁহেঁতেন।

*'পিতা পুত্ৰ'ৰ আগৰ আৰু পাছৰ উপন্যাসৰ ষ্টাইলৰ পাৰ্থক্য মন কৰিবলগীয়া। আপুনি সচেতনভাৱে ষ্টাইল সলনি কৰিছিল নেকি ?*

সেইটোতো হ'বই। এজন লেখকে একে ধৰণৰ ৰচনা ৰীতি বা ভাষা গোটেই জীৱনজুৰি ব্যৱহাৰ নকৰে। 'পিতাপুত্ৰ'তেই নহয়, মই যেতিয়া লেখাৰ বিষয়বস্তু সলনি কৰি মোৰ চিনাকি জগতখনৰ বিষয়ে লিখিবলৈ আৰম্ভ কৰোঁ তেতিয়াই ষ্টাইল আৰু ভাষাৰ সলনি হয়। আৰম্ভণিতে মই নগৰকেন্দ্ৰিক জীৱনধাৰাক কেন্দ্ৰ কৰি লিখিছিলোঁ আৰু মোৰ তেতিয়াৰ গদ্য আছিল অলংকাৰ-বহুল। মোৰ আগবয়সৰ ৰচনা আৰু গদ্যৰ বিষয়ে নিজৰ ভাল নলগাৰ কথা আগতে উল্লেখ কৰিছোঁ। পিছত মই মোৰ চিনাকি পৰিৱেশ আৰু অভিজ্ঞতাৰ বিষয়ে লেখাটোকে ঠিক কৰিলোঁ। বিষয়বস্তু অনুসৰিহে ৰচনা ৰীতি আৰু ভাষা

নির্ধাৰিত হয়। যেতিয়া মই মোৰ গাঁওখনৰ পটভূমিত লিখিবলৈ আৰম্ভ কৰোঁ—বিষয়বস্তু অনুযায়ী মই ৰচনা ৰীতিৰ সলনি কৰিছোঁ আৰু চৰিত্ৰবোৰৰ মুখত খাপ খোৱাকৈ ভাষা ব্যৱহাৰৰ চেষ্টাও কৰিছোঁ।

*'সুবালা'ক আপুনি মানৱীয় চৰিত্ৰৰূপে অংকন কৰা বুলি ভাবেনে ?*

'সুবালা'ৰ বিষয়ে মই কি ভাবোঁ সেইটো ডাঙৰ কথা নহয়, পাঠকে কি ভাবে সেয়াহে ডাঙৰ কথা। ছয়গাঁৱত মই ভালেমানে দিন মাটি হাকিমৰ চাকৰি কৰিছিলোঁ। দাৰিদ্ৰ-পীড়িত সেই অঞ্চলৰ সাধাৰণৰ অৱস্থা অতি অবৰ্ণনীয়। কেইঘৰমান ধনী মহাজনৰ বাহিৰে জনসাধাৰণৰ অৱস্থা অতিশোচনীয়। মাটি হাকিমতকৈ গাঁৱৰ মানুহৰ দুখ-দুৰ্দশাৰ বিষয়ে জানিবলৈ সুযোগ পোৱা মানুহ কমেই ওলাব। এনে এক পৰিৱেশত চাকৰি কৰাৰ সময়তে মই 'সুবালা'ৰ সকলোবোৰ চৰিত্ৰ বাস্তৱৰ পৰাই আহৰণ কৰিছোঁ। 'সুবালা' মোৰ জীৱনৰ প্ৰথম উপন্যাস। তেতিয়ালৈকে স্বকীয় ৰচনাৰীতিও গঢ় লৈ উঠা নাই। সেই সময়ত মই আলবাৰ্টো মোৰাভিয়াৰ উপন্যাসখন পঢ়িছিলোঁ। মোৰাভিয়াই মোৰ চকু মুকলি কৰি দিলে যে এজনী বেশ্যাক লৈয়ো এখন উপন্যাস হ'ব পাৰে। ফলত মই 'সুবালা' ৰচনাৰ বাবে আগবাঢ়িলোঁ। সেই সময়ত মোৰাভিয়াৰ ৰচনা ৰীতিৰ প্ৰতিও মই আকৃষ্ট হৈছিলোঁ—হয়তোবা তাৰ প্ৰভাৱো 'সুবালা'ত থাকিব পাৰে। এই বিষয়ে মই 'আত্মানুসন্ধান'ত উল্লেখ কৰিছোঁ ; কিন্তু মই ক'ব বিচাৰিছোঁ, মানৱীয়ই হওক অমানৱীয়ই হওক, 'সুবালা'ৰ সকলোবোৰ চৰিত্ৰই বাস্তৱৰ পৰা আহৰণ কৰা, সিবোৰ কল্পনাপ্ৰসূত নহয়। আজি প্ৰথমবাৰৰ বাবে মই এই সাক্ষাৎকাৰত কওঁ যে ভদ্ৰমহিলাক মই লগ পাইছিলোঁ। তেওঁৰ নামটোহে মই উপন্যাসত বদলি কৰিছোঁ। ছয়গাঁও এৰি গুৱাহাটীত এই জীৱন-যাপন কৰি থকাৰ সময়ত মই তালৈকে গৈ ইণ্টাৰভিউ লৈ তেওঁৰ জীৱনৰ সকলো তথ্যকে আহৰণ কৰিছিলোঁ। মই তেওঁৰ পৰিয়ালৰ বিষয়েও সকলো জানো। উপন্যাসখনত নৰেন নামৰ এটা চৰিত্ৰ আছে। গুণ্ডাৰ চৰিত্ৰ। নৰেন মোৰ বন্ধুৱে আছিল। 'সুবালা'ৰ গোটেইবোৰ ঘটনাই সঁচা ঘটনা। গতিকে তাক মই মানৱীয়-অমানৱীয় কোনোধৰণে সজোৱা নাই। তেওঁলোকৰ জীৱনটো যিভাৱে জানিছিলোঁ তাকেই অবিকলভাৱে মই বৰ্ণনা কৰিছোঁ।

*মানৱ জীৱনত প্ৰকৃতিৰ অমোঘ ভূমিকা আপোনাৰ সৃষ্টিৰ অন্যতম দিশ, আপোনাৰ ৰচনাত প্ৰকৃতি প্ৰায়েই চৰিত্ৰ— এই বিষয়ে অলপ ক'ব নে?*

মানৱ জীৱনত যে প্ৰকৃতিৰ এটা অমোঘ ভূমিকা আছে সেই বিষয়ে কোনো তত্ত্বকথালৈ নগৈ প্ৰত্যেকেই নিজৰ ব্যক্তিগত অভিজ্ঞতাৰ পৰা সেই

বিষয়ে জানিব পাৰে। প্ৰকৃতিয়ে মানুহৰ মনক বহুদূৰ প্ৰভাৱিত কৰে। আনৰ কথা ক'ব নোৱাৰোঁ—প্ৰকৃতিক বাদ দি মই মোৰ অস্তিত্বৰ কথা কল্পনাও কৰিব নোৱাৰো। আজি পুৱা উইলিয়াম জেমছৰ এখন ৰচনা পঢ়িছিলোঁ। ৰচনাখন ইতিমধ্যে কুৰিবাৰমান পঢ়িছোঁ Certain Kind of Blindness নামৰ এই ৰচনাখনত জেমছে মানুহৰ জীৱনত প্ৰকৃতিয়ে লোৱা বিৰাট ভূমিকা আৰু প্ৰকৃতিৰ সৌন্দৰ্যই মহৎ আনন্দৰ আস্বাদ দিয়াৰ অভিজ্ঞতাৰ বিষয়ে লিখিছে। মই যিবোৰ চৰিত্ৰক জানো বা যাৰ বিষয়ে লিখিছোঁ তেওঁলোক গোটেইবোৰেই প্ৰকৃতিৰ সন্তান।

***আপুনি নিজকে অন্তৰ্মুখী আৰু নীৰৱ বুলি এঠাইত উল্লেখ কৰিছে ? লেখকৰ জীৱনত অন্তৰ্মুখিতাৰ ভূমিকা কি ?***

লেখক হিচাপে মোক অন্তৰ্মুখী বা নীৰৱ বুলিতো কোৱা নাই। মই মানুহজনেই তেনেকুৱা। খুউব বেছি কথা পাতি ভাল নাপাওঁ। আজি কিছুদিনৰ আগতে মোৰ বন্ধু এজনে প্ৰশ্ন কৰিছিল, 'আপুনিতো নিজেই ঘোষণা কৰিছে যে আপুনি মানুহৰ লগত মিলা-মিছা নকৰে, অকলে থাকে। তেনেহ'লে আপুনি লিখাৰ সমল কিদৰে আহৰণ কৰে, আপুনি জীৱনৰ বিষয়ে কিদৰে জানে ?' মই উত্তৰ দিছিলোঁ—ইমান দিনে মই যিবোৰ লিখিছোঁ তাত মানুহ নাই নেকি? সমাজ নাই নেকি? মই যদি মানুহৰ বিষয়ে একোৱেই নাজানো তেনেহ'লে লিখিম কেনেদৰে।

***বহুতে কয় যে আপুনি গাঁৱৰ বিষয়ে, তাৰ প্ৰকৃতিৰ বিষয়ে যিমান জানে খুউব কম অসমীয়া লিখকেই সিমানখিনি জানে ?***

'অন্তৰাগ' পঢ়ি মুনীন বৰকটকীয়ে মোলৈ এবাৰ এখন চিঠি লেখিছিল, "মই জনাত আপুনিতো ১২ বছৰ বয়সতে গাঁও এৰিলে; কিন্তু গাঁৱৰ জীৱনৰ বিষয়ে এনে পুংখানুপুংখ বিৱৰণ নগৰীয়া হৈয়ো আপুনি কিদৰে দিছে।" বহুত বছৰৰ আগতে অনাতাঁৰ কেন্দ্ৰৰ সঞ্চালক অৱনী কুমাৰ দাসে টেলিফোন কৰি মোক সুধিছিল—'আপুনি বাল্যকালত গাঁও এৰিলে কিন্তু গাঁওখন আজিও আপুনি কিদৰে বুকুৰ মাজত লৈ ফুৰাইছে?' সিদিনা মহিম বৰাই সাহিত্য সভাৰ পুৰস্কাৰ বিতৰণী সভাত কৈছিল— 'ল'ৰালিতে গাঁও এৰা বৰগোহাঞিয়ে গাঁৱৰ মানুহৰ মাত-কথা, প্ৰকৃতি, মানুহৰ জীৱনধাৰা অবিকলভাৱে কিদৰে মনত ৰাখিছে।' মই বন্ধুজনক কৈছিলোঁ—মই যদি একেবাৰেই নীৰৱেই হ'লোঁহেঁতেন, মানুহৰ লগত মিলিবই নোৱাৰোঁ তেনেহ'লে এইবোৰ কিদৰে জানিলোঁহেঁতেন? মই সকলোতকৈ বেয়া পাওঁ চহৰীয়া বাবুসকলৰ কৃত্ৰিম কথা-বতৰা। যেনে— 'বৰগোহাঞি কওকচোন, আলফা সমস্যা সমাধান হ'বনে?'/'কংগ্ৰেছ(ই) চৰকাৰ কিমানদিন

টিকিব?' এনেধৰণৰ কথা মই অতি বেয়া পাওঁ। এতিয়াও মই গাঁৱলৈ যাওঁ। মানুহৰ ঘৰে ঘৰে গৈ বা-বাতৰি লওঁ। বাল্যকালৰ বন্ধুৰ লগত দিনৰ পাছত দিন, ঘণ্টাৰ পাছত ঘণ্টা কথা পাতোঁ। তেওঁলোকক সোধোঁ—অমুক চৰাইবিধ ক'লৈ গ'ল, পথাৰত ধান কেনে হৈছে, কোন সময়ত মাছ বেছি হয়। এনেবোৰ কথা পাতি মোৰ খুউব ভাল লাগে। মোৰ অন্তৰ্মুখিতাৰ অৰ্থ এইটো নহয় যে মই মানুহ বা সমাজৰ পৰা পলাই গুহাত সোমাই আছোঁ। আহৰিত অভিজ্ঞতাৰ মাজত বিচৰণ কৰি মই ভাল পাওঁ। জৈৱিক অভিজ্ঞতাতকৈ মই মানসিক অভিজ্ঞতাবোৰৰ পৰা বেছি তৃপ্তি পাওঁ। সেই অৰ্থতহে মই অন্তৰ্মুখী।

*আপুনি নিবিচৰাকৈ আপোনাৰ লিখা কেতিয়াবা ধাবিত হৈছেনে ?*

সেইটো হয়—তাৰ দুটা কাৰণ। ধৰক, বহু যুঁজ-বাগৰ কৰি গল্প এটা লিখিবলৈ বহিল; কিন্তু আগবাঢ়িব পৰা নাই। তেনে অৱস্থাত পাল মাৰি যি হয় হওক বুলি শেষ কৰিলে। গল্পটোৰ আৰম্ভণি বা সামৰণিৰ কোনো সামঞ্জস্য নাথাকিব অৰ্থাৎ নিয়ন্ত্ৰণৰ বাহিৰলৈ যাব। দ্বিতীয়টো কাৰণ ছিৰিয়াছ। ধৰি লওক, আপোনাৰ সন্তানক আপুনি ডাক্তৰ কৰিব খুজিছে ; কিন্তু দেখিলে যে তাৰ গায়ক বা শিল্পী হোৱাৰহে মন। তেতিয়াতো আপুনি জোৰ কৰিব নোৱাৰে। মানস সন্তানবোৰৰ ক্ষেত্ৰতো একে কথা। ধৰক, আপুনি এটা চৰিত্ৰ সৃষ্টি কৰি ঠিক কৰিলে আৰু তাক মই এই পৰিণতিৰ ফালে লৈ যাম; কিন্তু পিছত দেখিলে সেই চৰিত্ৰৰ ওপৰত আপোনাৰ কোনো নিয়ন্ত্ৰণ নাই। আপুনি মাথোঁ অনুলেখকহে। সেই চৰিত্ৰই নিজ ইচ্ছাৰে তাৰ বিকাশ ঘটাই পৰিণতিৰ ফালে আগবাঢ়িছে। অৰ্থাৎ আপোনাৰ কল্পনা মতে সেই চৰিত্ৰ সৃষ্টি নহ'ল বা বিচৰামতে সি গঢ় নল'লে।

*আপোনাৰ লেখাৰ কোনো নিৰ্দিষ্ট নিয়ম আছে নেকি ?*

মই পঢ়িছোঁ যে বিভিন্ন লেখকৰ লেখাৰ নিয়ম পদ্ধতি বেলেগ বেলেগ। বালজাকে হেনো ৰাতি লিখিহে ভাল পাইছিল। লেখাৰ সময়ত তেওঁ এটা হলৌ চোলা পিন্ধি লয়। ঘণ্টাই ঘণ্টাই সিজোৱা কণী আৰু কফি খায়। মোৰ এনে কোনো নিয়ম নাই, কিন্তু ছিৰিয়াছ লেখা লিখিবলৈ হ'লে মই গা ধুবই লাগিব। আসন আদি কৰি গা-পা ধুই মূৰ ফণিয়াই ভাল কাপোৰ-কানি পিন্ধি সাজি-কাচি ওলাইহে মই ছিৰিয়াছ লেখা লিখিবলৈ বহোঁ। এয়া মোৰ পিকুলিয়াৰিটি। সেই সময়ত যদি মোক কোনোবাই দেখে তেওঁ ভাবিব যে সাজি-কাচি মই ক'ৰবালৈ যাবলৈহে ওলাইছোঁ।

*লেখাৰ বেলিকা আপোনাক অনুপ্ৰেৰণা নে প্ৰজ্ঞাই চালিত কৰে ?*

একে আষাৰে ক'বলৈ গ'লে প্ৰজ্ঞা বুলিয়েই ক'ব লাগিব।

*অসমৰ লেখকসকলৰ অভিজ্ঞতাৰ পৰিধি সীমাবদ্ধ নেকি ?*

মই আনৰ বিষয়ে মন্তব্য কৰিব নোখোজোঁ। কাৰ অভিজ্ঞতা সীমাবদ্ধ কাৰ সীমিত সেই বিষয়ে মই ক'ব নিবিচাৰোঁ। এই প্ৰশ্ন মই সাধাৰণ আৰু বহল অৰ্থতহে কৰিছোঁ। সাধাৰণ অৰ্থত ক'বলৈ গ'লে আমাৰ অসমীয়া লেখকৰে অভিজ্ঞতাৰ জগতখন সীমাবদ্ধ। আধুনিক ঔদ্যোগিক সভ্যতা, শিল্প বিপ্লব এইবোৰ প্ৰকৃত অৰ্থত আমাৰ ইয়ালৈ অহাই নাই। এতিয়াও আমি এখন প্ৰাচীন কৃষিজীৱী সমাজত বাস কৰিছোঁ। জীৱন ধাৰাও প্ৰাচীন। দ্বিতীয়তে অসমীয়া মানুহে বাহিৰৰ লগত বৰ বেছি মিলামিছা কৰিব নিবিচাৰে। দেশ-বিদেশ ভ্ৰমণৰ অভিজ্ঞতাও কম। আমাৰ ইয়ালৈ বাহিৰৰ ভাল কিতাপ, ভাল গানৰ কেছেট তুলনামূলকভাৱে আন ঠাইতকৈ পলমকৈ আহে। গতিকে সকলো ফালেদি আমাৰ অভিজ্ঞতা সীমাবদ্ধ হ'বলৈ বাধ্য।

*সহজে যশপ্ৰাপ্তি ঘটাটো ক্ষতিকৰ নেকি ?*

সেইটো নিৰ্ভৰ কৰিব এজন মানুহৰ চৰিত্ৰ বা মানসিকতাৰ ওপৰত। জীৱনত কোনে কি বিচাৰে? এজন মানুহৰ যদি পুৰস্কাৰৰ প্ৰতি লালসা থাকে— পোৱাৰ লগে লগে তেওঁৰ আত্মসন্তুষ্টিৰ ভাব আহিব। কোনোবাই যদি ভাবে যে তেওঁ পুৰস্কাৰ পাওক বা নাপাওক, সাহিত্য সৃষ্টিৰ জৰিয়তেই তেওঁ জীৱনৰ সাৰ্থকতা বিচাৰিছে, তেতিয়াহ'লে পুৰস্কাৰ পাওক বা নাপাওক তেওঁৰ সাধনা চলিয়েই থাকিব। সকলোৰে ক্ষেত্ৰত সাধাৰণ উত্তৰ দিয়াটো সম্ভৱ বুলি মই নাভাবোঁ।

*আপোনাৰ উপন্যাস 'হালধীয়া চৰায়ে বাওধান খায়' ৰ চিত্ৰ ৰূপ দিয়া হৈছে। এখন উপন্যাসক সহজে চিত্ৰৰূপ দিব পৰা যায় বুলি আপুনি ভাবেনে ?*

সঁচা কথা ক'ব গ'লে, 'হালধীয়া চৰায়ে বাওধান খায়'ৰ অবিকল চিত্ৰৰূপ হোৱা নাই; কিন্তু এইটোও ক'ব লাগিব যে জাহ্নু বৰুৱাই আগতীয়াকৈ মোৰ অনুমতি লৈয়ে উপন্যাসখনৰ চিত্ৰৰূপ দিছিল। চিনেমাখন হোৱাৰ পাছত মই অনুভৱ কৰিলোঁ, চিত্ৰৰূপৰ বাবে মই অনুমতি নিদিয়া হ'লেই বেছি ভাল আছিল। কিয়নো মোৰ উপন্যাসখন বাস্তৱৰ বেছি কাষ চুপা; কিন্তু তেওঁৰ ছবিখনৰ সামৰণি কষ্টকল্পিত। দ্বিতীয় কথা হ'ল—ছবিখন লাখ লাখ মানুহে চায় কিন্তু কিতাপখনৰ পাঠক মাথোঁ কেইহাজাৰমানহে। ছবি চোৱা মানুহে ভাবে যে এয়া উপন্যাসখনৰে অনুকৃতি। ফলত উপন্যাসখনৰ বিষয়ে ভুল ধাৰণা সৃষ্টি হ'ব পাৰে। এই প্ৰসঙ্গত চিদানন্দ দাসগুপ্তায়ো লিখিছে। এইখিনি বাদ দি উপন্যাস এখনৰ পৃষ্ঠাৰ পিছত পৃষ্ঠাৰ চিত্ৰৰূপো সম্ভৱ নহয়। আনকি সত্যজিৎ ৰায়েও বিভূতিভূষণ বন্দোপাধ্যায়ৰ 'পথেৰ পাঁচালি'ৰ চিত্ৰৰূপ দিওঁতে কৈছিল যে চিত্ৰৰূপ দিয়াৰ

বেলিকা পৰিচালকক কিছু স্বাধীনতা দিবই লাগিব; কিন্তু সেই স্বাধীনতা এনেকুৱা হ'ব নালাগে যাৰ ফলত লেখকৰ বক্তব্য বিকৃত হ'ব পাৰে।

*চলচ্চিত্ৰ নিৰ্মাণৰ কথা কেতিয়াবা ভাবিছেনে ?*

যোৱা বিশ/ত্ৰিশ বছৰে মনে মনে মই এখন চিনেমা কৰিয়ে থাকোঁ। কেতিয়াবা যদি এই চিনেমাখন হয় মই এজন বিশ্ববিখ্যাত চিত্ৰ পৰিচালক হৈ যাম। সৰহভাগ ছবি চাই ইমান বেয়া লাগে, ডেকাকালতে এই বিষয়ত মনোনিৱেশ কৰিলে মই এজন খুউব ভাল চিত্ৰ নিৰ্মাতা হ'ব পাৰিলোঁহেঁতেন বুলি ভাবোঁ। জীৱনত মোৰ এটা আকাংক্ষা অপূৰ্ণ হৈয়ে ৰ'ল। মই মনে মনে সদায় এখন ছবি কৰি থাকোঁ আৰু ছবিখন ইমান ভাল হয় যে বাস্তৱত কৰিব পৰা হ'লে পৃথিৱীতে নাম হ'লহেঁতেন।

*লেখক আৰু সাংবাদিক হিচাপে আপোনাৰ ৰিগ্ৰেট আছে নেকি?*

সাংবাদিক হিচাপে থকা মোৰ অনুশোচনাৰ কথা মই সদায় প্ৰকাশ কৰিয়ে আছোঁ। সাংবাদিকতাই জীৱনত মোক তৃপ্তি দিয়া নাই। সাংবাদিকতাই মোৰ জীৱনৰ শক্তি আৰু সময় নষ্ট কৰিছে। লেখক হিচাপে ৰিগ্ৰেট বহুত থাকেই। জীৱনত যিটো বয়সত মই সাহিত্যৰ সাধনা কৰিব লাগিছিল সেই সময়ত 'সস্তাতে বাজিমাৎ' কৰিবলৈ বা অতি স্পষ্ট ভাষাৰে ক'বলৈ গ'লে, মই আগবয়সত খুউব সহজে চমক সৃষ্টিৰ চেষ্টা কৰিলোঁ। সাহিত্য সাধনাক ছিৰিয়াছলি নলৈ চমক লগোৱা এই প্ৰচেষ্টাক মোৰ মানসিক বৈকল্যই বুলিব লাগিব। ডেকাকালত নৱকান্ত বৰুৱা আৰু মই বন্ধু আছিলোঁ। তেতিয়া কেইটামান গল্প (অক্টোপাছ, এপিটাফ আদি) লিখি মই নাম কৰিছিলোঁ—নাম বা দুৰ্নাম যিয়েই নহওক বাৰু, কিন্তু সৰু-সুৰা চাঞ্চল্য হৈছিল। তেতিয়া নৱকান্ত বৰুৱাক আলোচনাৰ সময়ত কৈছিলোঁ—চিনেমা হলত প্ৰথমতে দৰ্শকক আকৃষ্ট কৰাৰ বাবে বাহিৰত গান বজায়, .... দৰ্শক হলত সোমাইহে ছবিখন চাবলৈ পায়, ঠিক একেদৰে মোৰ এই গল্প-উপন্যাসবোৰো লিখিছোঁ চিনেমা হলৰ বাহিৰৰ গানৰ দৰে মানুহক আকৃষ্ট কৰাৰ বাবে। মানুহ যেতিয়া আকৃষ্ট হ'ব তেতিয়া মই আচল লেখা আৰম্ভ কৰিম; কিন্তু সেই চমক সৃষ্টিৰ চেষ্টা মই ভবাতকৈ বেছি দীঘলীয়া হ'ল। যাৰ ফলত মোৰ বহু সময় অবাবতে গ'ল। সেয়াই মোৰ অনুশোচনা।

*লিখক হিচাপে আপোনাৰ জনপ্ৰিয়তাৰ কাৰণ কি বুলি ভাবে ?*

এই প্ৰশ্নৰ সদুত্তৰ পাঠকেহে দিব পাৰিব। মই জনপ্ৰিয় লেখক হওঁ নে নহওঁ ক'ব নোৱাৰোঁ; কিন্তু মোৰ নিজৰ লেখাৰ বিষয়ে এটা কথা ক'ব পাৰোঁ—যদি কোনো কথা মই তীব্ৰভাৱে অনুভৱ নকৰোঁ মই লিখিব নোৱাৰোঁ।

মোৰ লেখাত হয়তো আন্তৰিকতা আৰু অনুভূতিৰ তীব্ৰতা সংপৃক্ত হৈ থাকে। আনুভূতিক উপলব্ধিৰ তীব্ৰতাই হয়তো পাঠকক টুকুৰিয়ায় আৰু মোৰ লেখাৰ প্ৰতি আগ্ৰহী কৰি তোলে। তেনে কাৰণতেই পাঠকে হয়তো মোক মৰমেৰে চায়।

***আপুনি জীৱনত কিহৰ সন্ধান কৰিছে ?***

জীৱনত কিহৰ সন্ধান কৰিছোঁ তাক জনা হ'লেতো মই আপোনাক সাক্ষাৎকাৰ দিবলৈ নবহিলোঁহেঁতেন। শুনিবলৈ বৰ ডাঙৰ কথা যেন লাগিব .... মই আচলতে মনে মনে এটা বস্তুৰে সন্ধান কৰি থাকোঁ— জীৱনটোৰ অৰ্থ কি? ধৰ্ম, দৰ্শন প্ৰত্যেক বিষয়ে দাবী কৰে যে ইয়াৰ উত্তৰ দিছে। সেই উত্তৰে ব্যক্তিগতভাৱে মোক সন্তুষ্ট কৰিব পৰা নাই। এই যে আমি দুঘণ্টা বহি কথা পাতিছোঁ, আজি দেওবাৰ বাবে দুপৰীয়া ভালদৰে ৰান্ধি-বাঢ়ি খাইছোঁ—ভালেই লাগিছে। গোটেই জীৱন এইদৰে খাই আহিছোঁ—এয়াই জীৱন নেকি? এনেকুৱা হাজাৰটা ঘটনাই পৃথিৱীত ঘটি আছে। ইয়াৰ বাহিৰেও জীৱনৰ কিবা বেলেগ এটা আয়তন আছে নেকি? মই তাৰেই সন্ধান কৰি আছোঁ।

***সাংবাদিক আৰু এগৰাকী সচেতন লেখক হিচাপে সংকটৰ সময়ত আপুনি নিজ মত ব্যক্ত কৰি আহিছে। অসমৰ ক্ষোভৰ কাৰণ কি আৰু বঞ্চনাৰ বাবে দায়ী কোন বুলি ভাবে?***

মোৰ উত্তৰ শুনি আপুনি বা আপোনাৰ পাঠকসকলে ভাল নাপাবও পাৰে। মই ভাবোঁ যে মানুহেতো সদায় প্ৰতিকূল পৰিস্থিতিৰ বিৰুদ্ধে যুঁজ কৰিয়েই থাকিবলগীয়া হয়। আমাৰ অসমীয়া মানুহে বিধবাৰ বিলাপৰ দৰে সদায় কৈ থাকে যে কেন্দ্ৰৰ বঞ্চনা আৰু উত্তৰ ভাৰতৰ ঔপনিবেশিক শোষণৰ বাবেহে আমাৰ এই অৱস্থা হৈছে। এটা শ্ৰেণীত ভালেমান ছাত্ৰ থাকে। তাৰে এজনহে সদায় প্ৰথম হয়, কিছুমান উত্তীৰ্ণ হয় আৰু কিছুৱে উত্তীৰ্ণও হ'ব নোৱাৰে। কিছু সুযোগ-সুবিধা সমানে পোৱাৰ পিছতো কোনোজনে উন্নতি কৰা বা কোনোজনে কৰিব নোৱৰাৰ আন কাৰণো থাকিব পাৰে। কোনোজনৰ বেলিকা হয়তো দৰিদ্ৰতাও কাৰণ হ'ব পাৰে; কিন্তু এটা কথা স্বীকাৰ কৰিব লাগিব যে উন্নতিৰ বাবে নিষ্ঠা আৰু পৰিশ্ৰমৰ প্ৰয়োজন। অৱশ্যে সকলোৰে পৰিশ্ৰম আৰু সাধনা সমান নহয়। যিজনে বেছি নিষ্ঠাসহকাৰে সাধনা কৰে তেওঁ উন্নতি কৰিবই। মোৰ মতে, অসমীয়া মানুহ আগবাঢ়িব বা উন্নতি কৰিব নোৱৰাৰ প্ৰধান কাৰণ হ'ল পৰিশ্ৰম-বিমুখিতা। ইয়াতকৈ বেছি প্ৰতিকূল পৰিস্থিতিৰ বিৰুদ্ধে যুঁজিও মানুহে উন্নতি কৰিছে। আমাতকৈ হাজাৰগুণ প্ৰতিকূলতাৰ বিৰুদ্ধে যুঁজিও বহুতে পৃথিৱীত উন্নতি কৰিছে। অসমীয়া মানুহৰ এক পলায়নবাদী মনোভাৱ আছে। নিজৰ উন্নতি

নোহোৱাৰ দোষ আনৰ মূৰত জাপি অসমীয়া মানুহে একধৰণে আত্মপ্ৰৱঞ্চনা কৰিছে। অসমীয়া মানুহ পিছ পৰি থকাৰ বহু কাৰণৰ ভিতৰত মূল কাৰণ হ'ল আলস্য আৰু পৰিশ্ৰম বিমুখিতা।

*এই আলস্যৰ কাৰণ কি বুলি ভাবে?*

একে আষাৰতে মই ক'ব নোৱাৰিম। সমাজবিজ্ঞানীসকলে এই বিষয়ে ইতিমধ্যে বহু সমীক্ষা আৰু অনুসন্ধান চলাইছে। মাৰ্কিন যুক্তৰাষ্ট্ৰত—বৈজ্ঞানিক প্ৰণালীৰে কিছুমানে কিয় কাম নকৰে, কিছুমানে কিয় কৰে তাৰ অনুসন্ধান চলাইছে। সেইবোৰ পঢ়ি মোৰ মনতো প্ৰশ্ন জাগিছে। এইক্ষেত্ৰত ব্যক্তিগত মনস্তত্ত্বৰ কথাও জড়িত। বহুক্ষেত্ৰত ইয়াৰ কাৰণ বংশানুক্ৰমৰ লগতো জড়িত। ইয়াৰ বিভিন্ন কাৰণ হ'ব পাৰে। তাৰ এটা মাথোঁ সৰল উত্তৰ আছে বুলি মই নাভাবোঁ। আপোনাৰ প্ৰশ্নটোৰ সন্দৰ্ভত কওঁ যে বিশেষজ্ঞ, সমাজবিজ্ঞানী, মনোবিজ্ঞানী আদিয়ে আমাৰ ৰাজ্যৰ মানুহৰ আলস্য বা কৰ্মবিমুখ প্ৰৱণতাৰ বিষয়ে অধ্যয়ন কৰা উচিত।

*কেইবছৰমান আগতে 'ঔপনিবেশিক শোষণৰ বিৰুদ্ধে শেষ সংগ্ৰাম' নামৰ কিতাপ এখনত আপুনি অসমৰ চাহ শিল্পত অবাধ শোষণ চলি থকাৰ কথা কৈ চাহ বাগিচাসমূহ ৰাষ্ট্ৰীয়কৰণৰ পোষকতা কৰিছিল। আজিও এই কথা প্ৰাসঙ্গিক বুলি ভাবেনে ?*

সেই কিতাপখন লেখাৰ পটভূমিৰ বিষয়ে কওঁ। সেই সময়ত টী অক্‌ছন্ মাৰ্কেট আৰু অসম চাহ নিগমৰ চেয়াৰমেন আছিল ধৰ্মানন্দ দাস। তেওঁ একাধিকবাৰ আহি মোক কৈছিল—'চাহ শিল্পৰ ৰাষ্ট্ৰীয়কৰণ হ'ব লাগে। এই বিষয়ে মই যুক্তি দৰ্শাম,আপুনি যদি পতিয়ন যায় এখন পুস্তিকা লেখিব।' অৰ্থনীতি-বাণিজ্যৰ বিষয়ে একো নাজানিলেও তেওঁৰ কথাত পতিয়ন গৈ মই কিতাপখন লেখিছিলোঁ। কিতাপখন লেখিছিলোঁ এনে এটা সময়ত—যি সময়ত অসমীয়াৰ অস্তিত্বক লৈ দুশ্চিন্তা হৈছে আৰু অসম আন্দোলনো চলিছে। মই ভাবিছোঁ—ইমান এটা ডাঙৰ শিল্প যদি অসমীয়া মানুহে চলাই-মেলি খাব পাৰে তেতিয়া হয়তো অসমৰ উন্নতিৰ এক নতুন দিশ উন্মোচিত হ'ব। কিন্তু আজি মই ৰাষ্ট্ৰীয়কৰণৰ পোষকতা একেবাৰেই নকৰোঁ। আমাৰ যিমানবোৰ ৰাজহুৱা খণ্ডৰ উদ্যোগ আছে সেইবোৰৰ অৱস্থা অতি শোচনীয়। তেওঁলোকে চাহ উদ্যোগ চলাব পাৰিব বুলি মই নাভাবোঁ।

*কিন্তু আপুনি যে শোষণৰ কথা উল্লেখ কৰিছিল তাক নিশ্চয় স্বীকাৰ কৰে ?*

সেইটো নিশ্চয় স্বীকাৰ কৰোঁ। মই অৰ্থনীতি বেছি বুজি নেপালেও

এইটো জানো যে অসমত বিনিয়োগ কৰি কোটি কোটি টকা উলিয়াই নিয়াৰ বিনিময়ত পাঁচ লাখ লোকক চাকৰি দিয়াটো জিমি কাৰ্টাৰৰ ভাষাত 'only peanuts' চাকৰিনো কি দিছে ? কোনোমতে খাই-বৈ থাকিব পৰা অৱস্থা — তাক জানো মানুহৰ জীৱন বুলিব পাৰি। গতিকে শোষণ পূৰাদমে চলি আছে।

*এই শোষণৰ বিৰুদ্ধে ল'ব পৰা সম্ভাব্য কিবা প্ৰচেষ্টাৰ কথা ক'ব নেকি?*

এই বিষয়ে মই নাজানো। যিটো বিষয়ত মোৰ জ্ঞান নাই সেই বিষয়ে ক'বলৈ যোৱাটো ধৃষ্টতা হ'ব।

*'দেশ'ৰ এটা সাক্ষাৎকাৰত অসমৰ ৰাজনীতিত মধ্যবিত্ত বৰ্ণহিন্দুৰ প্ৰভুত্ববাদী প্ৰচেষ্টাই সমস্যাৰ মূল কথা বুলি আপুনি উল্লেখ কৰিছিল—অকণমান বহলাই ক'ব নেকি?*

বহলাই কোৱাটো বৰ অসুবিধা। বহলাই ক'বলৈ গ'লে কিছুমান ঘটনা, বিভিন্ন ব্যক্তিৰ নাম-ধাম ক'ব লাগিব। বহলাই আৰু কি ক'ম; কিন্তু মই যিটো কথা কৈছোঁ সেয়া সঁচা, নহ'লে মিছা। মিছা হ'লে প্ৰতিবাদ হ'ব লাগিছিল ; কিন্তু কোনেও প্ৰতিবাদ কৰা নাই। আৰু এটা কথা কওঁ বৰ্মন, যেতিয়া মই মধ্যবিত্ত বৰ্ণহিন্দুৰ কথা কওঁ তাক সাধাৰণীকৰণ কৰাটো উচিত নহয়। মাও জে ডঙৰ এষাৰ কথা মোৰ বৰ ভাল লাগিছিল। বুৰ্জোৱা হৈছে এক মানসিক অৱস্থা— এক দৰিদ্ৰ ব্যক্তিও বুৰ্জোৱা মানসিকতাৰ হ'ব পাৰে বা অভিজাত শ্ৰেণীৰ পৰা অহা লোকো বুৰ্জোৱা ধ্যান-ধাৰণাৰ পৰা মুক্ত হ'ব পাৰে। বৰ্ণহিন্দুৰ পৰিয়ালত জন্ম গ্ৰহণ কৰা লোক মাত্ৰেই যে বৰ্ণহিন্দু মানসিকতাৰ অধিকাৰী, তেনে নহয়। প্ৰত্যেক গোষ্ঠী-সম্প্ৰদায়ৰ এনে কিছু মানুহ থাকে যি সেই গোষ্ঠী বা সম্প্ৰদায়ৰ ন্যস্তস্বাৰ্থৰ বাহক হিচাপে কাম কৰে। মই যেতিয়া বৰ্ণহিন্দুৰ কথা কওঁ তেতিয়া বৰ্ণহিন্দু মানসিকতাকহে গুৰুত্ব দিওঁ। বৰ্ণহিন্দুৰ স্বাৰ্থ কি? অসমীয়া সমাজখন বহল হ'ব লাগে, বজাৰ সম্প্ৰসাৰিত হ'ব লাগে। তেনে এখন বহল সমাজ আৰু বজাৰ তেওঁলোকক কিয় লাগে? তেওঁলোকৰ প্ৰভুত্ব চলি থাকিবলৈ। উদাহৰণ দিবলৈ হ'লে জীৱিত বা মৃত বহু নেতাৰ নাম ল'ব লাগিব। ক'ব লাগিব, ৰাজহুৱা বা ব্যক্তিগত জীৱনত তেওঁলোকে কি ভূমিকা পালন কৰে। সেইবোৰলৈ মই যাব নোখোজোঁ। বৰ্ণহিন্দুৰ প্ৰভুত্ববাদী মানসিকতাই অসমৰ বহুতো ৰাজনৈতিক আৰু সামাজিক সমস্যাৰ কাৰণ বুলি ভাবোঁ আৰু এই ধাৰণা ভ্ৰান্ত প্ৰমাণিত হ'লে ময়ে আটাইতকৈ সুখী হ'ম।

*বৰ্তমান বিভিন্ন জনগোষ্ঠীৰ মাজত দেখা দিয়া গোষ্ঠীগত প্ৰৱণতাৰ বাবে বৰ্ণহিন্দু মানসিকতাই দায়ী নেকি?*

সেইটো হয়, কিন্তু ই সম্পূৰ্ণ সত্য নহয়। সকলো কথাকেই যিমানদূৰ পাৰোঁ

মই নিৰপেক্ষ দৃষ্টিভংগীৰে চাব বিচাৰোঁ। বৰ্ণহিন্দুৱে যেনেকৈ প্ৰভুত্ব চলাব খোজে, ঠিক তেনেকৈ আন জনগোষ্ঠীৰ লোকেও আধিপত্য খটাব বিচাৰে। কাৰণ সেই জনগোষ্ঠীৰ মাজতো মধ্যবিত্ত শ্ৰেণী এটা গঢ়ি উঠিছে, তেওঁলোকেও প্ৰভুত্ব কৰিব বিচাৰে, ক্ষমতাৰ ভাগ বিচাৰে। ক্ষমতাৰ ভাগ পাবৰ কাৰণে আটাইতকৈ ডাঙৰ উপায় হ'ল নিজ সম্প্ৰদায়ক আন্দোলনমুখী কৰি নেতৃত্ব লোৱা আৰু ৰাজনৈতিক ক্ষমতাৰ ভাগ হস্তগত কৰা। গতিকে গোটেইবোৰ আন্দোলনেই সাধাৰণ মানুহৰ উন্নতিৰ বাবে যে কাম কৰে তাক মই বিশ্বাস নকৰোঁ। প্ৰত্যেক সমাজত কিছুমান ক্ষমতালোভী মানুহ থাকে। ক্ষমতা অৰ্জনৰ হাতিয়াৰ হিচাপে এওঁলোকে এই আন্দোলনবোৰক ব্যৱহাৰ কৰে—সেইটোও এটা ভাবিবলগীয়া কথা।

*আহোম সম্প্ৰদায়ৰ পৰা অহা এগৰাকী লিখক হিচাপে বৰ্ণহিন্দুৰ প্ৰাধান্য থকা আমাৰ সমাজত আপুনি ব্যক্তিগতভাৱে কোনো বিশেষ অভিজ্ঞতাৰ সন্মুখীন হৈছেনে?*

মই যে আহোম—তাক মই সচেতন ভাবেহে মনলৈ আনিব লাগে। গতিকে মোৰ হাঁহি উঠে। আপুনি যে মোৰ কিতাপ-পত্ৰ পঢ়িছে বা মোৰ খা-খবৰ ৰাখিছে, সেয়ে আপোনাক জনাওঁ যে 'আত্মানুসন্ধান'ৰ দ্বিতীয় তাঙৰণত মই নতুনকৈ কেইটামান অধ্যায় যোগ দিছোঁ আৰু তাৰ সামৰণিৰ পেৰেগ্ৰাফত মই এটা কথা ঘোষণা কৰিছোঁ যে নিজকে মই বিশ্বনাগৰিক বুলি ভাবোঁ। সেই কথা মই কল্পনা কৰি কোৱা নাই। আচলতে মোৰ মানসিকতাই কোনো সীমা নামানে —মই এইদৰেই ডাঙৰ হৈছোঁ। পৃথিৱীৰ যিকোনো দেশকে মই নিজ ঘৰ বুলি অনুভৱ কৰিব পাৰিম। আহোমতো তুচ্ছ কথা, কেতিয়াবা মই ভাৰতীয় বুলিও পাহৰি যাওঁ। এয়া কিতাপ-পত্ৰ পঢ়ি কোৱা কথা নহয়—এয়া মোৰ গভীৰ অনুভূতিৰ কথা। নিজকে বিশ্বনাগৰিক বুলি ভবাটো মোৰ জীৱনৰ প্ৰধান আকাংক্ষাও। এইখিনিতে আৰু অলপ কথা মই যোগ দিব পাৰোঁনে?

*নিশ্চয়*

শংকৰদেৱক অসমীয়া জাতিৰ স্ৰষ্টা বা শ্ৰেষ্ঠ অসমীয়া বুলি কোৱা হয়। তেওঁৰ সময়ত অসমত এফালে আহোম আৰু আনফালে কোচৰাজ্য আছিল। আহোম ৰাজ্যৰ পৰা পলাই গৈ তেওঁ কোচ ৰাজ্যত আশ্ৰয় লৈছিল। শংকৰদেৱৰ চেতনাত এইখন আহোম, এইখন কোচ ৰাজ্য, এই ভাব কেতিয়াও নাছিল। তেওঁ ১২ বছৰ ভাৰত ভ্ৰমণ কৰিছিল আৰু তেওঁৰ চেতনাত ভাৰতৰ সীমান্তবিহীন সাংস্কৃতিক সত্তাই প্ৰবল আছিল। সেই অৰ্থত তেওঁ এজন বিশ্বনাগৰিক। শংকৰদেৱ যি অৰ্থত বিশ্বনাগৰিক বা অসমীয়া সেই একে অৰ্থত ময়ো এজন বিশ্বনাগৰিক বা অসমীয়া।

*'দেশ'ৰ একেটা সাক্ষাৎকাৰতে আপুনি উত্তৰ-পূৰ্বাঞ্চলক 'মঙ্গোলীয় সভ্যতাৰ পীঠ' স্থান বুলি কৈছিল—এই বিষয়ে অকণমান ক'ব নেকি?*

আমাৰ ইয়াত বিচ্ছিন্নতাবাদী আন্দোলন এটা চলি আছে। সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলক একত্ৰিত কৰি ভাৰতৰ পৰা বিচ্ছিন্ন কৰাৰ আন্দোলন। এইটো কিয় হৈছে, ইয়াৰতো কিবা এটা ঐক্যসূত্ৰ থাকিব লাগিব। সেই ঐক্যসূত্ৰ তেওঁলোকে পেন মঙ্গোলীয় ভাবনাৰ পৰাই পাইছে। ইয়াত যিহেতু মঙ্গোলীয় সংস্কৃতিয়েই প্ৰধান সংস্কৃতি—এই ঐক্যসূত্ৰই বিচ্ছিন্নতাবাদৰ মূল প্ৰেৰণাৰ উৎস বুলি ভবা হয়। মই যেতিয়া কৈছিলোঁ যে উত্তৰ-পূৰ্বাঞ্চল মঙ্গোলীয় সংস্কৃতিৰ লীলাভূমি, তাক ভাৰতৰ পৰা পৃথক কৰি দেখুৱাবৰ বাবে কোৱা নাছিলোঁ। যিদৰে ভাৰতৰ দক্ষিণৰ দ্ৰাবিড়, উত্তৰত আৰ্য সভ্যতাৰ প্ৰাধান্য—একেদৰে উত্তৰ-পূৰ্বাঞ্চলত মঙ্গোলীয় সভ্যতাৰ প্ৰাধান্য—এই গোটেইবোৰ মিলিহে ভাৰতীয় সভ্যতা গঢ়ি উঠিছে। সেই কথাটো মই জোৰ দি কোৱাৰ কাৰণ আছিল যে এই কথাটো স্বীকৃত হ'ব লাগে।

*আমাৰ সমাজৰ যিবোৰ অগণতান্ত্ৰিক প্ৰৱণতাৰ কথা আমি আলোচনা কৰিলোঁ তাক গণতান্ত্ৰিকীকৰণ কৰাৰ কিবা পথ আছেনে?*

এই সন্দৰ্ভত কি কৰিব পাৰি তাৰ সহজ উত্তৰ মই দিব নোৱাৰোঁ; কিন্তু আওপকীয়া উত্তৰ এটা দিয়াৰ চেষ্টা কৰিম। আৰ্নল্ড টয়নবীয়ে 'এ ষ্টাডি অব হিষ্ট্ৰি' নামৰ গ্ৰন্থত বৰ ডাঙৰ তথ্য এটা দাঙি ধৰিছে। গ্ৰেট বৃটেইনৰ অভিজাত শ্ৰেণীয়ে পুৰুষানুক্ৰমে বহুতো বিশেষ সা-সুবিধা উপভোগ কৰি আহিছিল; কিন্তু ক্ৰমে ক্ৰমে তেওঁলোকে সেইবোৰ এৰি দিলে। গ্ৰেট বৃটেইনত এখন গণতান্ত্ৰিক সমাজবাদী সমাজ গঢ়াৰ বাবে অভিজাত শ্ৰেণীয়ে বা সুবিধাভোগী শ্ৰেণীয়ে নিজৰ সা-সুবিধাবোৰ স্বেচ্ছাই এৰিবলৈ মান্তি হৈছিল। কাৰণ হ'ল, ইয়াৰ দ্বাৰাইহে অভিজাত শ্ৰেণীৰো ভৱিষ্যৎ সুনিশ্চিত হ'ব আৰু দেশৰ মানুহৰো উন্নতি হ'ব। এইখিনি কৰিবলৈ যাওঁতে কিন্তু কমিউনিষ্ট আন্দোলনৰ দৰে ব্যক্তি স্বাধীনতা খৰ্ব বা অযথা ৰক্তপাত আদিৰ দৰে ঘটনা ঘটা নাই।

টয়নবীৰ মতে, মহাত্মা গান্ধীৰ নেতৃত্বত চলা ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ অৱদানো ইংলেণ্ডৰ অভিজাত শ্ৰেণীৰ ভূমিকাতকৈ কোনোগুণে কম নহয়। মই ইয়াক উল্লেখহে কৰিলোঁ। ইয়াতকৈ বহলাব নোৱাৰিম; কিন্তু কিবোৰ শক্তিয়ে, কি ধৰণৰ শিক্ষাই বা কি আদৰ্শই গ্ৰেট ব্ৰিটেইনৰ সামাজিক পৰিবৰ্তন সম্ভৱ কৰি তুলিলে তাক বুজা উচিত। ই আমাক পথৰ সন্ধানো দিব পাৰে। আমি হিংসাৰ বিৰোধিতা কৰোঁ, কিন্তু বিহাৰ বা মধ্যপ্ৰদেশত আজি যিধৰণে গৰীবক শোষণ কৰি থকা হৈছে, যিধৰণে জাত-পাতৰ নামত ধনী শ্ৰেণীটোৱে এক গোট হৈ গাৰ

জোৰেৰে, বন্দুকৰ জোৰেৰে গৰীবক পদদলিত কৰি ৰাখিছে তাৰ ফলত হিংসাৰ উদ্ভৱ হ'বই। আমাৰ সমাজত চলি থকা এনেবোৰ প্ৰৱণতা ৰোধ কৰিব নোৱাৰিলে আমি প্ৰকৃত গণতন্ত্ৰ স্থাপন কৰিব নোৱাৰোঁ।

*আপুনি কোনো নিৰ্দিষ্ট ৰাজনৈতিক দৰ্শনত বিশ্বাসীনে? প্ৰশ্নটো বহল অৰ্থতেই সোধা হৈছে।*

জীৱনজুৰিয়ে মই নিজকে হেমলেট বুলি ঘোষণা কৰিছোঁ। বিভিন্ন ৰাজনৈতিক দৰ্শনৰ বিভিন্ন ভাল দিশ মই স্বীকাৰ কৰোঁ; কিন্তু নিৰ্দিষ্ট এটা ৰাজনৈতিক দৰ্শনৰ প্ৰতি সম্পূৰ্ণ আনুগত্য প্ৰকাশ কৰিব পৰাকৈ মই একো বিচাৰি নাপাওঁ।

নিশ্চয় কমিউনিজমৰ ভাল দিশ আছে। তাক মই ভালো পাওঁ; কিন্তু মই কমিউনিষ্ট দলৰ সদস্য হোৱাৰ কথা কল্পনাই কৰিব নোৱাৰোঁ। তাৰ অনুশাসন বা ব্যক্তি স্বাধীনতা সম্পৰ্কে কৰা ব্যাখ্যা মই মানি চলিব নোৱাৰোঁ।

তেনেদৰে পুঁজিবাদৰ দানৱীয় ৰূপকো মই নিশ্চয় শ্ৰদ্ধা নকৰোঁ। আনহাতে তাৰ মুক্ত ব্যৱস্থাক অস্বীকাৰ কৰিব নোৱাৰোঁ। আমেৰিকা এখন পুঁজিবাদী ৰাষ্ট্ৰ; পুঁজিবাদৰ বহু বেয়া দিশৰ কথাও মই কৈছোঁ; কিন্তু আমেৰিকাৰ সাংবাদিকতাৰ নৈতিক মান বা আন কিছু দিশকো অস্বীকাৰ কৰিব নোৱাৰি।

*চৰকাৰী বিষয়া হিচাপে আপুনি দুৰ্নীতিৰোধৰ চেষ্টা কৰিছিল, সাংবাদিকৰূপে দুৰ্নীতিৰ বিৰুদ্ধে যুঁজাৰ কথা নিজেই লিখিছে। এই ব্যৱস্থাত দুৰ্নীতিৰ বিৰুদ্ধে যুঁজাৰ কিবা পথ দেখিছে নেকি ?*

কেতিয়াবা এনে একোজন নেতাৰ আবিৰ্ভাব হয় যিজন নেতাই তেওঁৰ ব্যক্তিত্ব বা নৈতিক প্ৰভাৱেৰে সমাজৰ কিছু পৰিবৰ্তন সাধিব পাৰে। এনে এজন ব্যক্তি যদি প্ৰধানমন্ত্ৰী বা মুখ্যমন্ত্ৰী হয়, যিকোনো মূল্য দি হ'লেও তেওঁ যদি প্ৰশাসন নিকা কৰিব বুলি ভাবে তেনেহ'লে ভালেমান কাম কৰাটো সম্ভৱ। গতিকে এজন নেতাৰ ব্যক্তিত্বৰ ওপৰতো বহু কথা নিৰ্ভৰ কৰে। তেনে নেতাই জনসাধাৰণকো উদ্বুদ্ধ কৰিব পাৰে; কিন্তু তেনে নেতা দৃষ্টিগোচৰ হোৱা নাই।

মইনো দুৰ্নীতিৰ বিৰুদ্ধে কি যুঁজিছোঁ! এজন ক্ষুদ্ৰ ব্যক্তি হিচাপে দুআষাৰ মাত মাতিছিলোঁ; কিন্তু দুৰ্নীতিৰ যি ৰূপ, তাৰ বিৰুদ্ধে যুঁজাটো কম কথা নহয়। অলপতে এটা প্ৰবন্ধত নিজৰ হতাশাৰ কথাকেই ব্যক্ত কৰিছোঁ। পথৰ সন্ধান পালে মই নিজক হতাশ বুলি নক'লোঁহেঁতেন। সাময়িকভাৱে মই চৰম হতাশাগ্ৰস্ত হৈ পৰিছোঁ।

শ্ৰীময়ী, ১-১৫ ফেব্ৰুৱাৰী, ১৯৯২

*পৃথিৱীৰ প্ৰেমে মোৰ জীৱন*
*মধুৰতাৰে ভৰাই তোলে*

# নিৰুপমা বৰগোহাঞিঃ

*নাৰীমুক্তিৰ চলিত শ্লোগান সন্দৰ্ভত আপোনাৰ মতামত ? ফেমিনিষ্ট আন্দোলন সম্পৰ্কে কি কয় ? পশ্চিমত অৱশ্যে আগৰ টৌ শাম কাটিছে, কিন্তু ধাৰাবাহিকতা এতিয়াও অক্ষুণ্ণ।*

নাৰী মুক্তিৰ চলিত শ্লোগাননো কি? পশ্চিমৰ যি ফেমিনিষ্ট আন্দোলন তাৰ উগ্ৰতাক মই কেতিয়াও সমৰ্থন কৰা নাছিলোঁ — সেই কথাৰ আভাস মই 'অন্য জীৱন'ত দিছোঁ। কোনো এক পুৰুষ সমালোচকে বোধহয় ঠিক কথাই লিখিছিল যে পুৰুষৰ দৰে বহুত সুবিধা ভোগ কৰা পশ্চিমৰ নাৰীসকলৰ এই উগ্ৰ নাৰীবাদে বিশ্বৰ প্ৰকৃতাৰ্থত শোষিত নাৰীক সহায় কৰাৰ পৰিৱৰ্তে বেছি অপকাৰহে সাধিছে, কাৰণ পুৰুষসকল এই আন্দোলনত ইমানেই বিতুষ্ট যে সাধাৰণভাৱে তেওঁলোকৰ দুঃখী নাৰীৰ প্ৰতি যি সহানুভূতি আছিল, সি কমি গৈছে। কিন্তু মই নাৰীবাদ সমৰ্থন কৰোঁ এই অৰ্থত যে পুৰুষৰ বিৰুদ্ধে যুদ্ধ ঘোষণা নকৰি আমাৰ নাৰীসকলে পুৰুষৰ লগত লগ লাগি এই ক্ষয়িষ্ণু সমাজব্যৱস্থাৰ বিৰুদ্ধেহে যুদ্ধ ঘোষণা কৰিব লাগে যাতে পৰিৱৰ্তিত সমাজে নাৰীক পুৰুষৰ সমান অধিকাৰ আৰু মৰ্যাদা দিয়ে। ভাৰতবৰ্ষতে জানো এসময়ত এনে এখন সমাজ নাছিল — য'ত নাৰীক পূৰ্ণ মৰ্যাদা দিয়া হৈছিল? সংস্কাৰ, কু-শিক্ষা, পৰিবেশ — এইবোৰেই ঘাই কথা, সকলোৰে উৰ্ধ্বত উঠি প্ৰকৃত মুক্ত মনৰ উদাৰ চিত্তৰ অধিকাৰী হ'ব পাৰিলেই দৃষ্টিভংগীৰ সলনি হয়, সেয়ে ভাৰতবৰ্ষত মহাত্মা গান্ধী, জৱাহৰলাল নেহৰু, ৰামমোহন ৰায়, স্বামী বিবেকানন্দ, ৰবীন্দ্ৰনাথ আদিয়ে ভাৰতবৰ্ষৰ নাৰীমুক্তিৰ হকে দৃঢ় কণ্ঠে মাত মাতিব পাৰিছিল। গতিকে পুৰুষৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰা নাৰীবাদৰ সমৰ্থক মই হ'ব নোৱাৰোঁ। আমাৰ মহান দেশ ভাৰতবৰ্ষত বহুতো অভাগা পুৰুষো শোষিত আৰু অত্যাচাৰিত। দেশখনত সমগ্ৰভাৱে নাৰী-পুৰুষৰ গৰিষ্ঠসংখ্যকেই শোষিত। হৰিজনক এতিয়াও পুৰি মৰা হয়। অৱশ্যে এই সকলোখিনি কৈ উঠিও ক'ম যে ভাৰতবৰ্ষত নাৰীৰ ওপৰত যি অত্যাচাৰ চলি আহিছে — সি

পৃথিবীৰ ইতিহাসতে বিৰল। ভাৰতীয় নাৰীৰ অৱস্থাৰ কথা ভাবিলেই কিয় জানো মোৰ সদায়ে বঙালী কবি তৰুণ সান্যালে মোক বহুত বছৰ আগতে গুৱাহাটীত কোৱা এনেধৰণৰ কথাখিনি মনলৈ আহি যায় — পৃথিবীৰ বহুত ঠাই ঘূৰিছোঁ, কিন্তু ক'তো ভাৰতবৰ্ষৰ তিৰোতাৰ দৰে দুখৰ কাহিনী শুনা নাই। কিছুদিন আগতে চিতোৰত জহৰ কুণ্ডৰ আগত থিয় হৈ ভাবিছিলোঁ—ভাৰতীয় তিৰোতাৰ যিমান তেজ আৰু অশ্ৰু নিগৰিছে-, পৃথিৱীৰ ক'ৰো তিৰোতাৰ তাৰ এক অংশও নিগৰা নাই — সেই অশ্ৰু আৰু তেজ এতিয়াও সমানে নহ'লেও, অব্যাহত গতিত নিগৰি আছে— নিষ্ঠুৰতম উদাহৰণ যৌতুকৰ বলি। মই নিজ জীৱনত মোৰ এই ক্ষুদ্ৰ গণ্ডীৰ ভিতৰতে তিৰোতাৰ ওপৰত হোৱা নানা অত্যাচাৰৰ প্ৰত্যক্ষদৰ্শী—সেইবোৰ বৰ্ণাবলৈ গ'লে 'শ্ৰীময়ী'ৰ কেবাখিলা পাত ভৰি যাব। তথাপি অতিসম্প্ৰতি ঘটা সৰু ঘটনা এটাৰ কথাই উল্লেখ কৰোঁ। আমাৰ ঘৰৰ ওচৰৰ ঘৰটোত শ্ৰাৱণী নামেৰে ১২/১৩ বছৰীয়া সৰু এজনী বনকৰা ছোৱালী আছে।

গৃহিণীগৰাকী মৰমিয়াল, অৱসৰ সময়ত জীয়েকৰ লগত শ্ৰাৱণীক খেলিবলৈ দিয়ে। সেই শিশু শ্ৰাৱণীক দেউতাক-মাকে দেশলৈ নি বিয়া দিবলৈ ওলাইছে — কিন্তু শ্ৰাৱণী পলাই গৈ ওচৰৰ মঞ্জুশ্ৰী চাকি সৰকাৰৰ ঘৰত আশ্ৰয় লৈছে, এতিয়া আশ্ৰয় দিলেও মঞ্জুশ্ৰীয়ে হয়তো দেউতাক-মাকৰ জোৰ-জবৰদস্তিৰ ওচৰত সৈমান হ'ব লাগিব। শ্ৰাৱণীক দেখিলে কিবা লাগে — যেন বধ্যভূমিলৈ নিব ওলোৱা পশু — তাই কান্দি কান্দি কৈছে যে তাইৰ পেহীয়েকৰ তিনিজনী ছোৱালীক তেনেকৈ সৰুতে বিয়া দিছে, এজনী স্বামীৰ গৃহত তিষ্ঠিব নোৱাৰি কলিকতালৈ পলাই আহিছে (আহি ক'ত আশ্ৰয় লৈছে ভগৱানে জানে) তাই সেই বায়েকহঁতৰ পৰা বিয়াৰ যি 'বিভীষিকাময়' বৰ্ণনা শুনিছে — তাৰ পিছত তাইৰ খুব ভয় লাগিছে। ছোৱালীজনী পেঁপুৱা লাগি আছে। এই ঘটনাটোৰ 'অত্যাচাৰ'খিনি তুলনামূলকভাৱে হয়তো নগণ্য, কিন্তু এতিয়াও শ্ৰাৱণীক লৈ মাক-বাপেকৰ টনা-আঁজোৰা শেষ হোৱা নাই, ঘটনাটো চকুৰ আগতে দেখি আছোঁ বাবে তাক বৰ্ণালোঁ।

***ভাৰতত বৰ্তমান এক নাৰী জাগৰণ লক্ষ্য কৰা গৈছে। এয়া ইতিবাচক নে নেতিবাচক? এই ক্ষেত্ৰত পুৰুষৰ ভূমিকা কেনে হোৱা উচিত?***

ভাৰতৰ নাৰী জাগৰণৰ ইতিবাচক-নেতিবাচক দুয়োটা দিশেই আছে, থকাটো স্বাভাৱিকো। এই আন্দোলনৰ প্ৰয়োজনীয়তাক মই অস্বীকাৰ কৰিব নোৱাৰোঁ। হতভাগিনী তিৰোতাসকলক নিজৰ শক্তি, অধিকাৰ, ন্যায্য দাবীৰ প্ৰতি নানা নাৰী সংগঠনে অন্ততঃ সচেতন কৰি তুলিব পাৰিছে, সাহস যোগাব পাৰিছে, সহায় কৰিব পাৰিছে। তদুপৰি সমাজৰ বিবেককো খুঁচি খুঁচি কিছু জাগ্ৰত কৰিব পাৰিছে। আগতেই কৈছোঁ, সহানুভূতিশীল, বিবেকবান পুৰুষে নিশ্চয় এনে আন্দোলন সমৰ্থন কৰিব।

*প্ৰাচ্যত সম্প্ৰতি দেখা দিয়া মুক্ত প্ৰেম আৰু যৌন প্ৰৱণতাৰ বিষয়ে কি কয়?*

প্ৰাচ্যৰ সাম্প্ৰতিক মুক্ত প্ৰেম আৰু যৌন প্ৰৱণতাৰ বিষয়ে মই কোনো মন্তব্য দিব নোখোজোঁ, কাৰণ একোটা সমাজ ব্যৱস্থাই মানুহৰ দৃষ্টিভংগী নিৰ্ণয় কৰে বুলি ভাবোঁ। কিছুদিন আগলৈকে আমাৰ সমাজত প্ৰেম কৰাটো পাপ বুলিয়ে যেন গণ্য কৰা হৈছিল। কিন্তু সমাজৰ পৰিবৰ্তনে এই সম্পৰ্কে আমাৰ দৃষ্টিভংগী সলনি তথা উদাৰ কৰা নাইনে? অৱশ্যে ভাৰতীয় সংস্কাৰ মোৰ মজ্জাত আছে, গতিকে এই দেশত থাকি মোৰ পক্ষে এনে ঘটনাক সমৰ্থন কৰা টান।

*ব্যক্তিগত জীৱনত আপুনি নাৰীমুক্তিৰ প্ৰশ্নটো কেনেধৰণে গ্ৰহণ কৰিছে? পুৰুষ প্ৰাধান্যৰ পৰা আপুনি নিজকে মুক্ত বুলি ভাবেনে?*

মই পুৰুষ প্ৰাধান্যৰ পৰা কেতিয়াও মুক্ত হ'ব পৰা নাই। মই সমাজৰ আন দহজনী সাধাৰণ তিৰোতাৰ দৰেই ঘৰুৱা জীৱন এটা কটাইছোঁ—য'ত ঘৰৰ প্ৰধান পুৰুষজনেই 'ব্ৰেড্ আৰ্নাৰ'ৰ ভূমিকা লৈ আহিছে। মোৰ জীৱনত সেই ভূমিকা বৰ্তমান মোৰ বৰপুত্ৰৰ। অৱশ্যে চিন্তাৰে মই স্বাধীন, আৰু পূৰাপূৰি নহলেও সংসাৰত মোৰো আৰ্থিক বৰঙণি আছে। বহুত বছৰ আগতেই ভাৰ্জিনিয়া উলফে নাৰীমুক্তিৰ ঘাই কথা এটা কৈ গৈছে — অৰ্থনৈতিক স্বাধীনতাইহে নাৰীক প্ৰকৃত মুক্তি দিব পাৰে।

নাৰীয়ে হাত-ভৰিৰ শিকলি ছিঙিবলৈ সঁচায়ে এই আৰ্থিক স্বাৱলম্বিতাৰ শক্তিৰেহে সক্ষম হ'ব পাৰে। নাৰীমুক্তি মানে মোৰ বাবে সমাজত পুৰুষৰ স'তে সমান মৰ্যাদা, অধিকাৰ, চিন্তাৰ আৰু কামৰ স্বাধীনতা, মানুহ হিচাপে পূৰ্ণ স্বীকৃতি —এই লেভেললৈ উঠাৰ পিছত নাৰীয়ে ঘৰৰ কামেই কৰিছে নে বহিৰ্জগতৰ কামেই কৰিছে, সেই কথা অবাস্তৱ।

*নাৰী মানসিকতা বুজাৰ ক্ষেত্ৰত প্ৰকৃতাৰ্থত পুৰুষ ব্যৰ্থ নেকি? আপোনাৰ অভিজ্ঞতাই কি কয়?*

One's understanding does not exceed one's intelligence — ক'ত জানো এইষাৰ কথা পঢ়িছিলোঁ। অসমৰ যি পুৰুষৰ বুজাৰ বুদ্ধি আছে —তেওঁ নিশ্চয় নাৰীৰ মানসিকতা বুজি পায়। অৱশ্যে মোৰ অভিজ্ঞতাৰে দেখিছোঁ — তথাপি, সকলো বুদ্ধিৰে বুজিও, এই পুৰুষসকল নাৰীৰ মানসিকতা বুজিবলৈ মানসিকভাৱে কিছুদূৰ অক্ষম, কাৰণ তেওঁলোক প্ৰতিপালিত হৈছে এনে এখন সমাজত যি ঘাইকৈ পুৰুষপ্ৰধান, গতিকে তেনে সমাজৰ মানসিকতাৰে পুষ্ট পুৰুষৰ বাবে নাৰীক পূৰা সহানুভূতিৰে চোৱাটো সকলো সময়তে সম্ভৱ হৈ নুঠে।

*অসমত লেখিকা হিচাপে আপুনি ব্যক্তিগত আৰু সামগ্ৰিকভাৱে মহিলা লেখিকাসকল বঞ্চিত বুলি ভাবে নেকি? পুৰুষ মানসিকতাই সাহিত্য জগতো দখল কৰিব বিচাৰে নেকি?*

অসমৰ লেখিকাসকল সামগ্ৰিকভাৱে মই বঞ্চিত তথা অৱহেলিত বুলি ভাবোঁ,

তাৰ কাৰণ হিচাপে কেইটামান কথালৈ আঙুলিয়াব খোজোঁ : (১) নতুন সংস্কৰণৰ অসমীয়া সাহিত্যৰ ইতিবৃত্তবোৰৰ কথা নাজানো, কিন্তু প্ৰথমৰ এই ইতিবৃত্তবোৰত লেখকসকলক যি প্ৰাধান্য দিয়া হৈছিল লেখিকাসকলক দিয়া হোৱা নাছিল। কিন্তু এই ইতিবৃত্তকাৰসকলে এই যুক্তিও দিব নোৱাৰে যে আলোচিত সকলো লেখকতকৈ লেখিকাসকলৰ লেখাৰ উৎকৰ্ষ কম বাবেই তেওঁলোকৰ কেৱল নামৰ তালিকা এখন দিয়েই এই পণ্ডিতসকল ক্ষান্ত হৈছে। (২) প্ৰকাশন পৰিষদৰ পুৰস্কাৰ আজিলৈকে কোনো লেখিকাৰ ভাগ্যত মিলা নাই— অথচ নিৰ্মলপ্ৰভা আৰু মামণি সাহিত্য অকাডেমিৰ ওচৰতেই অপাংক্তেয় হৈ নাথাকিল। 'প্ৰকাশ' আলোচনীৰ সম্পাদকমণ্ডলীত কেইগৰাকী লেখিকাই স্থান পাইছে? প্ৰকাশন পৰিষদৰ কাৰ্যবাহী সমিতিত কেইগৰাকী মহিলা সদস্যা? সাহিত্য সভায়ো লেখিকাক আজিলৈকে ন্যায্য স্থান দিছে বুলি ভাব নহয় — সভানেত্ৰী, সম্পাদিকা হোৱাতো দূৰৰে কথা, সদস্য পদতে বা কেইগৰাকী মহিলা আছে? সাহিত্যিক পেঞ্চনৰ ক্ষেত্ৰতো একে অবিচাৰৰ ছবিকে দেখিবলৈ পাওঁ। এইবোৰ কথা মই আজি নতুনকৈ উপলব্ধি কৰি লেখা নাই, বহুত দিনৰ পৰাই অসমৰ সাহিত্য জগতত পুৰুষ আধিপত্যৰ মানসিকতাৰ বিষয়ে মই অ'ত-ত'ত লিখিয়েই আছোঁ। ব্যক্তিগত কথা আৰু কি লিখিম? প্ৰায় দুকুৰি বছৰ সাহিত্য চৰ্চা কৰি অসমৰ সাহিত্য-সংস্কৃতিৰ জগতখনত কি স্বীকৃতি পাইছোঁ সেইটো পাঠকেই বিচাৰ কৰিব। কেৱল এটা কথা নকৈ নোৱাৰো যে মোৰ সাক্ষাৎকাৰ লোৱা অসমৰ আকাশবাণী, দূৰদৰ্শন, কাকত-আলোচনী আদিৰ ভিতৰত 'শ্ৰীময়ী'য়েই এতিয়ালৈকে প্ৰথম আৰু একমাত্ৰ মাধ্যম।

***অসমত সাহিত্য চৰ্চাৰ পৰিৱেশ সম্পৰ্কে আপোনাৰ মন্তব্য ?***

অত বছৰ ধৰি অসমত সাহিত্য চৰ্চা কৰাৰ অভিজ্ঞতাৰ পৰা এই কথাটোকে ক'ব খোজোঁ যে ইয়াৰ পৰিৱেশ কোনোদিনেই মই উৎসাহব্যঞ্জক পোৱা নাই। ১৯৬৩ চনত প্ৰকাশ পোৱা মোৰ কিতাপ এখন দুহেজাৰ কপি ছপা হৈছিল — ১৯৮৭ চনত ছপা হোৱা কিতাপো সেই দুহেজাৰেই ছপা হয়, দ্বিতীয় সংস্কৰণো নোলায় পাঠকে; মোৰ লেখা কিভাবে গ্ৰহণ কৰে তাকো নাজানো, কোনো ফেন লেটাৰ নাপাওঁ । অৱশ্যে ই মোৰ সৃষ্টিৰ দৈন্যৰ কাৰণেও হ'ব পাৰে, কাৰণ অসমত আন বহুতো লেখকৰ কিতাপৰতো কেবাটাও সংস্কৰণ ওলাইছে , তেওঁলোকে নিশ্চয় ফেন লেটাৰো পায়। আৰ্থিক বিষয়তো প্ৰকাশক, কাকত-আলোচনীত সম্পাদকৰ পৰা ঠগেই খাই আহিছোঁ — অৱশ্যে তাৰ ভিতৰত কিছু কাকত-আলোচনী ব্যতিক্ৰম।

***গল্প-উপন্যাসৰ ক্ষেত্ৰত নতুন প্ৰতিভা আপোনাৰ দৃষ্টিগোচৰ হৈছেনে বা এই সন্দৰ্ভত আপুনি আশাবাদীনে ?***

মোৰ ত্ৰুটিক স্বীকাৰ কৰি কওঁ যে বৰ্তমান অসমীয়া সাহিত্যৰ নতুন লেখক-

লেখিকা সম্পৰ্কে মন্তব্য দিবলৈ মই অপাৰগ, কাৰণ অসমৰ পৰা যোৱা তিনি/চাৰি বছৰমান আঁতৰত থকাত সকলো কিতাপ-আলোচনী পঢ়িবলৈ নাপাওঁ। তথাপি মাজে সময়ে ইয়াৰ জাতীয় গ্ৰন্থাগাৰলৈ গৈ অসমীয়া নতুন কিতাপ বা আলোচনীৰ পাত লুটিয়াওঁ, অসমীয়া বিভাগত কাম কৰা শ্ৰীকৰুণা ডেকাৰ লগত আলোচনা কৰোঁ। সেই সীমাবদ্ধ জ্ঞানেৰে কওঁ যে নবনীতা গগৈৰ গল্প পঢ়ি মোৰ বেছ ভাল লাগিছে। জ্যোতিষ শিকদাৰ বা আৰু দুই-এজনৰ কথাহে শুনিছোঁ। শ্ৰীফণীন্দ্ৰ দেৱচৌধুৰীৰ 'অনুৰাধাৰ দেশ' নামৰ উপন্যাস পঢ়ি ভাল লাগিছে। তথাপি এই কথা বোধহয় সামগ্ৰিকভাবে ক'ব পাৰোঁ যে অসমত নতুনকৈ গল্প-উপন্যাসৰ ক্ষেত্ৰত বৰ বেছি প্ৰতিভাৰ জন্ম হোৱা নাই।

***সাংবাদিক হিচাপে আপোনাৰ অভিজ্ঞতা কেনে ধৰণৰ ?***

সাংবাদিক জীৱনৰ অভিজ্ঞতা মোৰ বাবে ভাল-বেয়াৰ এক মিশ্ৰিত সমাহাৰ। সংবাদপত্ৰৰ জগতখনে যি বৈচিত্ৰ্যৰ সন্ধান দিয়ে, আন কোনো বৃত্তিতে তেনে বৈচিত্ৰ্য লাভ কৰা সম্ভৱ বুলি নাভাবোঁ। তদুপৰি এই কামত নিত্য-নতুন অভিজ্ঞতা লাভ কৰা যায়, 'একঘেঁয়ে' হৈ নোযোৱা এই চাকৰিত সেয়ে সদায় এক ধৰণৰ এক্সাইটমেণ্ট থাকেই। অৱশ্যে টেবুলত কাম কৰা আৰু চাৰিওপিনে ঘূৰি বাতৰি সংগ্ৰহ কৰা সাংবাদিকৰ কামৰ কিছু পাৰ্থক্য থাকে, পিছৰবিধ নিশ্চয়ে বেছি আকৰ্ষণীয়। কিন্তু আমি আছিলোঁ প্ৰথম বিধৰ সাংবাদিক। তথাপি মোৰো বিচিত্ৰ অভিজ্ঞতা হৈছিল অসম আন্দোলনৰ সময়ছোৱাত মানৱতাৰ সপক্ষে মাত মতাৰ বাবে মিছা অভিযোগত তেৰ বছৰ জুৰি চাকৰি কৰা 'সাপ্তাহিক নীলাচল'ৰ পৰা মোক বৰখাস্ত কৰিছিল। অভিজ্ঞতাই মোক নানা কথাৰ ভিতৰত এই কথাও শিকাইছিল যে সাংবাদিকৰ প্ৰথম গুণ নিৰপেক্ষতা হ'লেও ইয়াক সদায়ে পালন কৰা নহয়। মোৰ মনত ৰৈ যোৱা দুটা ঘটনাৰ কথা কওঁ। মই মুঠতে তিনিখন সাপ্তাহিকত চাকৰি কৰিছিলোঁ, তাৰে এখনত কাম কৰাৰ সময়ত সম্পাদকলৈ অহা চিঠি-পত্ৰ চাওঁতে এখনত দেখিলোঁ লেখকে এটা সৰ্বভাৰতীয় দল আৰু বিশেষ এজন সাহিত্যিক সাংবাদিকক গালি পাৰিছে। ছপা হৈ অহাৰ পিছত ফাইনেল প্ৰুফটো চালোঁ আৰু হতবাক হৈ গ'লোঁ — আমাৰ সম্পাদকে সৰ্বভাৰতীয় দল শব্দকেইটা কাটি চি পি আই (এম) আৰু বিশেষ সাহিত্যিক-সাংবাদিক শব্দকেইটা কাটি হোমেন বৰগোহাঞিঃ বুলি লিখি দিছে। দ্বিতীয় ঘটনাটো মনত পৰিলে এতিয়াও মনটো ক্ৰোধ আৰু ক্ষোভত জ্বলি উঠে। অসম আন্দোলনৰ সময়ৰ কথা। মই তাত সৈন্যৰ হাতত তিৰোতাৰ কেনে ধৰণৰ অত্যাচাৰ হৈছে তাৰ বুজ ল'বলৈ মহিলা সংঘৰ নেত্ৰী শ্ৰীমতী হেনা বৰাৰ লগত গৈছিলোঁ। তাত নানা ঠাইত ঘূৰি-পকি যি অভিজ্ঞতা হৈছিল সি নিদাৰুণ। ন-অসমীয়াৰ ওপৰত হোৱা নানা অত্যাচাৰৰ মাজত এটা আধাপোৰা কেঁচুৱাকো দেখি আহিছিলোঁ- তাক জুইত দলিয়াই দিয়া হৈছিল। পিছত তাৰ মৃত্যু হেৱা বুলি শুনিছিলোঁ। মোৰ

সেই কেঁচুৰাৰ যন্ত্ৰণাকাতৰ কুঁ-কুৱনি শব্দ অনবৰত কাণত বাজি আছিল। গুৱাহাটীলৈ উভতি অহাৰ পাছত আমাৰ সাংবাদিক সন্থাটোৰ মিটিঙত মোৰ সেই অভিজ্ঞতা বৰ্ণাই আমাৰ সাংবাদিকৰ পক্ষপাতদুষ্ট প্ৰতিবেদনবোৰৰ কথা ক'বলৈ যাওঁতে এগৰাকী বয়োজ্যেষ্ঠ সাংবাদিকে মোক জকজকাই উঠিছিল — 'ৰ'বা ৰ'বা, তুমি কি দেখি আহিছা সেইটো কথা এৰা, তুমি কাৰ লগত তালৈ গৈছিলা কোৱা। 'মই আচৰিত হৈ কৈছিলোঁ- 'মই হেনা বৰাৰ লগত গৈছিলোঁ।' বিজয়ীৰ হাঁহিৰে প্ৰশ্নকৰ্তাই ক'লে, 'অ' হেনা বঙালিনীৰ লগত। সেয়েহে এইবোৰ দেখি আহিছা।' মোৰ খঙৰ সীমা নোহোৱা হৈছিল — 'হেনা বাইদেৱে অসমীয়া বিয়া কৰাই পূৰা অসমীয়া হৈ গৈছে, ল'ৰা-ছোৱালীয়ে অসমীয়া পঢ়ে, অসমীয়া কয়, অসমীয়া গান গায় (প্ৰসংগক্ৰমে — পুতেক গৌতম বৰাই বৰ্তমান অসমীয়া ছবি কৰি আছে) — সেই হেনা বৰাকে যদি আপোনালোকে গ্ৰহণ কৰিব নোৱাৰিলে, তেন্তে ন-অসমীয়া পমুৱাসকলক বাংলাদেশী বুলি মাৰধৰ কৰাৰ পৰোক্ষ উচটনি নিদি আপোনালোকে আৰু কি কৰিব?' আমাৰ বাতৰিকাকতৰ এই ভূমিকাৰ বাবেও আজি অসমত সংহতিৰ ঠাইত বিভেদৰ সৃষ্টি হ'ব ধৰিছে — উত্তেজিত হৈ মই সকলোৰে আগত এনে বহুত কথাই কৈ দিছিলোঁ। হায়, সেই ঘটনাৰ ৮।৯ বছৰৰ ভিতৰতে আজি অসমত বিভেদ আৰু বিচ্ছিন্নতাবাদৰ দৈত্যৰ কি দপদপনি, নিৰীহৰ ৰাজনৈতিক হত্যাৰ কি পযোভৰ! ....... 'At last I have found the enemy, and it is us....' অসমৰ বৰ্তমান অৱস্থাৰ বাবে আমি বহুত সাংবাদিকো প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে দায়ী নহয়নে?

***আপোনাৰ প্ৰিয় লেখক বা লেখিকা আৰু প্ৰিয় গ্ৰন্থ ?***

প্ৰিয় লেখক বা লেখিকা বা প্ৰিয় গ্ৰন্থ কি একেষাৰতে কোৱা টান। বহু লেখকৰ কিতাপেইতো খুব ভাল লাগে । পুৰণি লেখক, নতুন লেখক — সকলো প্ৰতিভাৱান লেখকৰ কিতাপেই একো একো কাৰণত মন ছুই যায়। তথাপি মই খুব ভাল পোৱা কিতাপ তিনিখনৰ নাম ক'ব পাৰোঁ — 'লা মিজাৰেবল', 'ব্ৰাদাৰ্ছ কাৰামজভ' আৰু 'টলষ্টয়ৰ সাধু'- এৰা, সুৰেন্দ্ৰ মোহন দাসে অনুবাদ কৰা সেই 'টলষ্টয়ৰ সাধু' — যিখন কিতাপৰ 'য'তে প্ৰেম ত'তে ভগবান', 'মানুহ কিহেৰে জীয়াই থাকে', 'ধৰ্মপুত্ৰ' আদি গল্পই এতিয়াও মোৰ হৃদয় মথিত কৰি তোলে। সামগ্ৰিকভাৱে ক্লাছিক ৰাছিয়ান লেখকসকলেই মোৰ প্ৰিয় লেখক। আচলতে সাহিত্যৰ ক্ষেত্ৰত মোৰ ৰুচি বোধহয় অতি 'ছিম্পল।'

***লেখিকা হিচাপে নিজকে সফল বুলি ভাবেনে? যদি নাভাবে তাৰ কাৰণ কি?***

লেখিকা হিচপে নিজকে সফল বুলি নাভাবোঁ, (আৰু বোধহয় খুব কম সাহিত্যিকেই নিজকে সফল বুলি ভাবে) মনতে কত কথা পাগুঁো, কত লিখাৰ প্লেন কৰোঁ, কত ভাবৰ বুৰবুৰণি উঠে — সেইবোৰৰতো কেতিয়াও নিজৰ লেখাৰ শক্তিৰ অভাৱত পূৰ্ণ প্ৰকাশ ঘটাব নোৱাৰোঁ। সাধাৰণ মধ্যবিত্ত ঘৰৰ গৃহিণী এগৰাকীৰ

সংসাৰৰ সহস্ৰ দাবী পূৰণত অহৰহ লাগি থাকিবলগীয়া হ'লে সৃষ্টিকৰ্মত অলপ ব্যাঘাততো ঘটেই, কিন্তু সেই কথাটোত বেছি গুৰুত্ব দিব খোজাটো 'নাচিব নাজানে, চোতালখন বেঁকা' জাতীয় নীতি বচনৰ সমাৰ্থক হ'ব।

*বৈবাহিক সম্পৰ্কত আপুনি অসমৰ এজন বিখ্যাত সাহিত্যিকৰ লগত জড়িত। পৰিয়ালত স্বামী-স্ত্ৰীৰ বৃত্তি একে হ'লে অসুবিধাৰ সৃষ্টি হয় নেকি?*

স্বামী-স্ত্ৰীৰ কোনো কোনো বৃত্তি একে হ'লে বোধহয় পৰিয়ালত কিছু অসুবিধাৰ সৃষ্টি হয়, কিন্তু সাহিত্যৰ ক্ষেত্ৰত বোধহয় সংঘাত নহৈ সুবিধাহে হয়, পৰস্পৰৰ লগত আলোচনা কৰা, পৰামৰ্শ লোৱা আদি কথাত স্বামী-স্ত্ৰী দুয়ো দুয়োৰো নিজৰ সৃষ্টিকৰ্মৰ সহায়ক হ'ব পাৰে। অন্ততঃ মোৰ এয়ে অভিজ্ঞতা।

*জীৱনত আপুনি কিহৰ সন্ধান কৰিছে? কি পাইছে, কি পোৱা নাই? কোনো আক্ষেপ আছে নেকি?*

মোৰ ভাতৃসম বন্ধু জিতেন দাসে এটা লিমাৰিকত মোৰ লেখাৰ মূল সুৰ সম্পৰ্কে এনে ধৰণৰ কথা লিখিছিল—(যতদূৰ মনত পৰে) 'হৃদয়ৰ সন্ধান, নিৰুপমা বৰগোহাঁইৰ জীৱনৰ পণ।' সচাঁয়ে, মানুহৰ মাজত মই তওঁলোকৰ হৃদয়ৰে সন্ধান কৰি আছোঁ—টলষ্টয়ৰ 'মানুহ কিহেৰে জীয়াই থাকে'ৰ উত্তৰ যি দয়া আৰু প্ৰেমৰ আধাৰ হৃদয়, তাকেই মই মানুহৰ মুক্তিৰ একমাত্ৰ পথ বুলি বিশ্বাস কৰোঁ। কি পাইছোঁ আৰু কি পোৱা নাইৰ উত্তৰ—'কী পাইনি, তাৰি হিসেব মিলাতে মন মোৰ নহে ৰাজী'—কাৰণ তেতিয়াহ'লে মনটো নানা অপ্ৰাপ্তিৰ ক্ষোভত বুৰ গৈ থাকিব। আনহাতে যি পাইছোঁ—তাৰ পৰিমাণোতো কম নহয়, বন্ধু-বান্ধৱৰ মৰম আৰু আনুগত্য, পুত্ৰৰ শ্ৰদ্ধা-ভালপোৱা কৃতকাৰ্যতা—এইবোৰে জানো জীৱনৰ বহুতো শূন্যতাক ভৰাই নোতোলে? তদুপৰি অলপ আগতে উল্লেখ কৰা ৰবীন্দ্ৰ সংগীতটোত আৰু যি এফাঁকি কথা আছে—'ভালোবেসে ছিনু এই ধৰণীৰে—' সিয়ো মোৰ জীৱনৰ বহুতো বঞ্চনাৰ কথা পাহৰাই ৰাখিব পাৰে। এই বৈচিত্ৰ্যময় ৰূপবতী পৃথিৱীক খুব ভাল পোৱাবোৰৰ ভিতৰত ময়ো এজন—পৃথিৱীৰ প্ৰতি এই প্ৰেমে মোৰ জীৱন এনে মধুৰতাৰে ভৰাই তোলে যে তাৰ কোনো শেষ নাই।

শ্ৰীময়ী, ১৬-৩১ ডিচেম্বৰ, ১৯৮৯

## *কোনো জনগোষ্ঠীয়ে ভূমিপুত্র বুলি দাবী কৰিব নোৱাৰে*

# ড° ভুবন মোহন দাস

***পৃথিৱীৰ সকলো মানুহ যদি এক গোষ্ঠীভুক্ত তেনেহ'লে মানৱৰ মাজত বিভিন্ন প্ৰজাতিৰ শাৰীৰিক আৰু সাংস্কৃতিক বৈচিত্ৰ্য কিয় ?***

এই প্ৰশ্নটোৰ উত্তৰ মই অলপ বেলেগধৰণে দিওঁ। কিছুমান প্ৰজাতীয় নিকষ বা লক্ষণৰ ওপৰত ভিত্তি কৰি মানৱ স্পেচিছটোক যে কিছুমান মুখ্য প্ৰজাতিত বিভক্ত কৰা হৈছে, প্ৰজাতিবোৰৰো ভাগ-উপভাগ আছে এইবাৰ আলোচনা কৰি চোৱা যাওক, বিভিন্ন প্ৰজাতিবোৰৰ গঠন কেনেকৈ হ'ল। প্ৰজাতিগঠন পদ্ধতিত কেইবাটাও জটিল প্ৰক্ৰিয়া সংশ্লিষ্ট। সেই প্ৰক্ৰিয়াবোৰে প্ৰজাতিভেদে বিভিন্ন ধৰণে প্ৰজাতি গঠন পদ্ধতিত ভূমিকা গ্ৰহণ কৰে। প্ৰথমে প্ৰক্ৰিয়াকেইটাৰ লগত পৰিচিত হৈ লোৱা যাওক। সেই কেইটা হ'ল— উৎপৰিবৰ্তন, প্ৰাকৃতিক নিৰ্বাচন, একাকীকৰণ, সংকৰণ, আনুবংশিক সম্প্ৰবাহ, যৌন নিৰ্বাচন আৰু সামাজিক নিৰ্বাচন।

এটা জিনে যি প্ৰকাৰৰ লক্ষণ সৃষ্টি কৰিব লাগিছিল, সেইটো নকৰি যদি হঠাতে আন এটা লক্ষণৰ সৃষ্টি কৰে, তেনে তাক জিনৰ উৎপৰিবৰ্তন বুলি কোৱা হয়। এই উৎপৰিবৰ্তন কোনো কোনো কাৰণত স্বতঃস্ফূৰ্তভাৱে হঠাতে হয়। ই এটা জীৱতাত্বিক প্ৰক্ৰিয়া, উৎপৰিবৰ্তনৰ দ্বাৰা যি নতুন লক্ষণ পোৱা যায়, সেই লক্ষণটো স্থায়ী হয় আৰু ই বংশগতিৰ সূত্ৰ মানি বংশানুক্ৰমে চলি থাকে। প্ৰজাতিগঠনত উৎপৰিবৰ্তন প্ৰক্ৰিয়াই এক বিশেষ ভূমিকা গ্ৰহণ কৰিব পাৰে। কিয়নো এই প্ৰক্ৰিয়াৰ দ্বাৰা মানুহৰ মাজত নতুন নতুন প্ৰকাৰ বা লক্ষণৰ সৃষ্টি হোৱাৰ সম্ভাৱনা। সেই নতুন লক্ষণ কোনো এক মানৱ গোটৰ বিশেষ চাৰিত্ৰিক বৈশিষ্ট্য হ'ব পাৰে। জিন বা লক্ষণৰ অনুকূলন ক্ষমতা পৰিস্থিতিভেদে ভিন ভিন হ'ব পাৰে। কোনো এক বিশেষ পৰিৱেশত কোনো এক জিন বা প্ৰকাৰে স্থিতি লাভ কৰি নিজৰ সংখ্যা বৃদ্ধি কৰে। আনহাতে অন্য পৰিৱেশত এনে প্ৰকাৰৰ সংখ্যা কমি আহি সময়ত ই লুপ্ত হৈ যাব পাৰে। আন ভাষাৰে ক'বলৈ গ'লে,

প্ৰাকৃতিক পৰিৱেশে সেই পৰিৱেশৰ উপযোগী প্ৰকাৰবোৰক নিৰ্বাচন কৰি তাত স্থিতি লাভ কৰি সংখ্যা বৃদ্ধি কৰাত সহায় কৰে। ইয়াকেই ডাৰউইনৰ প্ৰাকৃতিক নিৰ্বাচন বুলি ক'ব পাৰি। এটা উদাহৰণ লোৱা যাওক। সাধাৰণতে দেখা যায়, গ্ৰীষ্মমণ্ডলত কৃষ্ণবৰ্ণৰ লোকৰ বাস, আনহাতে ঠাণ্ডা দেশত পাতল বৰ্ণৰ লোকে বাস কৰে, অৱশ্যে যদিও ব্যতিক্ৰম নোহোৱা নহয়, কৃষ্ণকণিকাৰ সংখ্যাই চৰ্মবৰ্ণ নিৰ্ধাৰণ কৰে। কৃষ্ণবৰ্ণ লোকৰ চৰ্মত এই কৃষ্ণকণিকাৰ সংখ্যা বেছি আৰু ইয়ে শৰীৰক সূৰ্যৰ প্ৰখৰ তাপৰ পৰা ৰক্ষা কৰে। গতিকে গ্ৰীষ্ম দেশৰ পৰিৱেশত কৃষ্ণবৰ্ণৰ লোকে বাস কৰিবলৈ বেছি সুবিধা পায়। ইয়াৰ বিপৰীত অৱস্থা দেখা যাব শীতপ্ৰধান দেশত। এই আলোচনাখিনি অৱশ্যে প্ৰজাতি গঠন সন্দৰ্ভতহে প্ৰযোজ্য। অনুমান কৰি লোৱা যাওক প্ৰাচীন কালৰ মানৱৰ চৰ্মবৰ্ণ পাতল আছিল ; সময়ত উৎপৰিৱৰ্তনে কৃষ্ণ, শ্বেত, পীত আদি বিভিন্ন বৰ্ণৰ সৃষ্টি কৰিলে। এই মানুহবোৰে বিভিন্ন পৰিৱেশলৈ গতি কৰিলে। বিভিন্ন পৰিৱেশৰ বিভিন্ন বিধ চৰ্মবৰ্ণ নিৰ্বাচিত হ'ল আৰু সেই ঠাইৰ মানুহৰ সেই চৰ্মবৰ্ণ এটা বৈশিষ্ট্য হৈ পৰিল। এইদৰে আন আন চৰিত্ৰবোৰেও অনুকূলন ক্ষমতা অনুযায়ী পৰিৱেশভেদে বিভিন্ন বিধ মানুহৰ মাজত স্থিতি লাভ কৰি সেই মানুহৰ শাৰীৰিক বৈশিষ্ট্য হৈ পৰিব পাৰে। প্ৰজাতি গঠনৰ আৰম্ভণিতে এই দুই প্ৰক্ৰিয়া, উৎপৰিৱৰ্তন আৰু প্ৰাকৃতিক নিৰ্বাচনৰ গুৰুত্বপূৰ্ণ ভূমিকা আছিল। সহজ ভাষাত ক'বলৈ গ'লে, উৎপৰিৱৰ্তনে নতুন নতুন প্ৰকাৰৰ সৃষ্টি কৰে আৰু প্ৰাকৃতিক নিৰ্বাচনৰ ফলত তাৰে কোনো এটা প্ৰকাৰ কোনো মানৱ গোটৰ বিশেষ লক্ষণ হৈ পৰে।

এটা জনগোট আন জনগোটৰ পৰা বিচ্ছিন্ন হৈ থকাটোকে একাকীকৰণ বোলা হয়। একাকীকৰণ ভৌগোলিকো হ'ব পাৰে। একাকীকৰণৰ বাবে জনগোটটোৰ মানুহৰ মাজতেই বৈবাহিক সম্বন্ধ সীমাবদ্ধ হৈ থাকে, ফলত আন কিছুমান প্ৰক্ৰিয়াৰ প্ৰাধান্য কমি যায়। ধৰা যাওক, এটা জনগোটৰ মাজত এটা বিশেষ চৰিত্ৰৰ প্ৰাধান্য বেছি। একাকীকৰণৰ প্ৰভাৱত সেই চৰিত্ৰ সেই জনগোটৰ বৈশিষ্ট্য হৈ পৰিব। আনহাতে এনে একাকীকৰণ প্ৰক্ৰিয়াৰ অভাৱত অন্য জনগোটৰ পৰা বিভিন্ন প্ৰকাৰৰ চৰিত্ৰ অনুপ্ৰবেশ কৰি সেই বিশেষ চৰিত্ৰটোৰ প্ৰাধান্য কমাই দি তাক সেই জনগোটৰ চাৰিত্ৰিক বৈশিষ্ট্য নোহোৱা কৰাৰ সম্ভাৱনাই দেখা দিব। দুটা বিভিন্ন প্ৰকাৰৰ জনগোটৰ মাজত বৈবাহিক সম্বন্ধ হোৱাটোকে সংকৰণ বোলে। বিশেষকৈ প্ৰব্ৰজনৰ বাবে দুটা সমষ্টিৰ মাজত এনে সম্বন্ধ স্থাপিত হয়। মিশ্ৰণৰ ফলস্বৰূপে এটা নতুন প্ৰজাতীয় গোট পাব পাৰি। আমেৰিকাৰ মূলাট' সংকৰণৰ উৎকৃষ্ট উদাহৰণ। শ্বেতাংগ আৰু কৃষ্ণাংগৰ সংমিশ্ৰণত মূলাট'ৰ জন্ম হৈছে। ভাৰতৰ এংলো'— ইণ্ডিয়ান এনে এটা সংকৰণ জনগোট।

অনুকূলনশীলতা বা তেনে কোনো কাৰণ নথকাকৈয়ে কেতিয়াবা কোনো এটা

লক্ষণ কোনো এটা জনগোটৰ বৈশিষ্ট্য হৈ পৰা দেখা যায়। আনুবংশিক সম্প্ৰবাহৰ দ্বাৰাও এইটো সম্ভৱপৰ হ'ব পাৰে। সৰু জনগোটৰ মাজত এইবিধ প্ৰক্ৰিয়াৰ পৰিয়ালৰ মানুহৰ নেত্ৰবৰ্ণ নীলা আৰু আন কিছুমানৰ পিংগল। কোনো কাৰণত জনগোটটোৱে নতুন ঠাইলৈ প্ৰব্ৰজন কৰিলে, প্ৰব্ৰজনৰ পথত নীলা চকুৰ গোটটো আনফালে গ'ল। ইটো-সিটোৰ পৰা পৃথক হৈ পৰিল। কালক্ৰমত দুটা জনগোটৰ সৃষ্টি হ'ল। এটাৰ লোকৰ নেত্ৰবৰ্ণ নীলা, আনটোৰ মানুহৰ চকু পিংগল ৰঙৰ। ঘটনাক্ৰমে এইটো হ'বলৈ পালে। প্ৰথম গোটত নীলাবৰ্ণই স্থিতি লাভ কৰিলে, কিন্তু পিংগল বৰ্ণৰ বিলুপ্তি ঘটিল। আনটো গোটত ইয়াৰ বিপৰীত অৱস্থা দেখা গ'ল। সেইবাবে এই প্ৰক্ৰিয়াক জিনৰ স্থিতি বা জিনৰ বিলুপ্তি আখ্যাও দিব পাৰি।

এটা বিশেষ লক্ষণযুক্ত নাৰী আৰু পুৰুষ যদি পৰস্পৰৰ প্ৰতি বেছিকৈ আসক্ত হয় আৰু এনে পুৰুষ-নাৰীৰ মাজত যদি সঘনে বৈবাহিক সম্বন্ধ স্থাপিত হয়, সাধাৰণভাৱে তাকেই যৌন নিৰ্বাচন বুলি ক'ব পাৰি। যেনে বৈবাহিক সম্বন্ধৰ ফলত তেনে লক্ষণযুক্ত পুৰুষ-নাৰীৰ সংখ্যা ক্ৰমাগতভাৱে বাঢ়ি যাব আৰু তাৰ বিপৰীত অৱস্থাত তেনে লক্ষণৰ সংখ্যা ক্ৰমে কমি যাব। ইয়াৰদ্বাৰা জনগোটৰ শাৰীৰিক বৈশিষ্ট্যত প্ৰভাৱ পৰিব পাৰে। ধৰা যাওক, নীলাচকুৱাৰ প্ৰতি সকলোৰে আসক্তি বেছি। ফলত নীলা চকুৱাৰ সংখ্যা বৃদ্ধি হ'ব। অথবা নীলাচকুৱাই নীলা চকুৱাক আৰু পিংগলচকুৱাই পিংগলচকুৱাক বেছি পছন্দ কৰে। ফলত দুটা চকুৰ ভিত্তিত দুটা গোট, নীলবৰ্ণ আৰু পিংগলবৰ্ণ, লাহে লাহে স্পষ্ট হৈ পৰিব।

সমাজে বৈবাহিক সম্বন্ধ নিয়ন্ত্ৰণত এক মুখ্য ভূমিকা গ্ৰহণ কৰে। জনগোটৰ মাজত থকা বিভিন্ন সমষ্টিবোৰৰ মাজতেই বৈবাহিক সম্বন্ধ সীমাবদ্ধ ৰাখিব পাৰে। ইও একপ্ৰকাৰ সামাজিক একাকীকৰণ। এনেধৰণৰ সামাজিক নিৰ্বাচনৰ ফলত জনগোটৰ শাৰীৰিক বৈশিষ্ট্যৰ পৰিৱৰ্তন ঘটিব পাৰে। মানৱগোষ্ঠী তিনিটা মুখ্য প্ৰজাতিত বিভক্ত। যেনে ককেছীয়, মঙ্গোলীয় আৰু নিগ্ৰ'। এটা প্ৰজাতিৰ মানুহ আন প্ৰজাতিৰ পৰা নানান বিষয়ত পৃথক, আকৌ একোটা প্ৰজাতিৰ মানুহৰ মাজতো কিছু বিষয়ত পাৰ্থক্য আছে। তথাপি সিহঁতৰ মাজতো এনে কিছুমান উমৈহতীয়া বৈশিষ্ট্য আছে যাৰ কাৰণে সিহঁতক এক প্ৰজাতিভুক্ত কৰা হৈছে। ভৌগোলিক, সামাজিক আৰু অতিলৌকিক পৰিৱেশৰ লগত খাপ খুৱাবলৈ মানুহে নিজ অভিজ্ঞতালব্ধ জ্ঞানেৰে নিজৰ সংস্কৃতি সৃষ্টি কৰে বা জন্ম দিয়ে। সেই অনুসৰি মানুহৰ সংস্কৃতিও ভিন্ন।

*মানৱৰ উৎপত্তিস্থল আছিল কোন দেশত ?*

মানৱৰ উৎপত্তিস্থল সম্পৰ্কে নানাজনে বিভিন্ন সময়ত বিভিন্ন মত প্ৰকাশ কৰি আহিছে। তাৰ প্ৰধান কাৰণ হ'ল—সময় বাগৰাৰ লগে লগে পৃথিৱীৰ বিভিন্ন ঠাইৰ

পৰা জীৱাশ্ম আৱিষ্কৃত হ'ব ধৰিছে। এটা সময়ত মধ্য এছিয়াকেই মানৱৰ উৎপত্তিস্থল বুলি গণ্য কৰা হৈছিল। তাৰ পাছত আফ্ৰিকাৰ পৰা মানৱসদৃশ জীৱৰ বহুতো জীৱাশ্ম আৱিষ্কৃত হোৱাত মানৱৰ উৎপত্তিস্থল হিচাপে আফ্ৰিকাই প্ৰাধান্য লাভ কৰি আহিছে। ভাৰতবৰ্ষৰ ছিৱালিক অঞ্চলৰ পৰা পোৱা ৰামাপিথেকাছ নামৰ জীৱাশ্মই ভাৰততো মানৱৰ উৎপত্তি হোৱাৰ সম্ভাৱনাৰ ইঙ্গিত দিয়ে।

***Race আৰু ethnic group বুলিলে কি বুজোৱা হয়?***

Race বা প্ৰজাতিৰ অৰ্থ হ'ল—ব্যক্তিৰ পৰা ব্যক্তি যেনেকৈ পৃথক, তেনেকৈ মানুহৰ বিভিন্ন গোটবোৰৰ মাজতো দলগত পাৰ্থক্য আছে। একোটা গোটৰ মানুহৰ মাজত আনুবংশিক সম্বন্ধ থাকে। গোটৰ মানুহৰ কিছুমান উমৈহতীয়া বংশগত লক্ষণ আছে। সেই লক্ষণবোৰ আপেক্ষিকভাৱে সেই গোটৰ মাজত বেছিকৈ থাকি গোটটোক আনবোৰ গোটৰ পৰা পৃথক কৰিছে। এনেবোৰ গোটকে প্ৰজাতি বোলা হয়। অৰ্থাৎ প্ৰজাতীয় গোটৰ মূল ভেটি হ'ল জৈৱিক লক্ষণ। নেগ্ৰিটো হ'ল এটা গোষ্ঠী। সেই গোষ্ঠীৰ মানুহৰ উমৈহতীয়া শাৰীৰিক কিছু লক্ষণ আছে। গোষ্ঠীয় বৈশিষ্ট্যবোৰে বংশগতিৰ সূত্ৰ মানি চলে। সেইবোৰ উপৰিপুৰুষৰ পৰা পোৱা। সেইবোৰ নিজে আহৰণ কৰি ল'ব নোৱাৰি; কিন্তু সাংস্কৃতিক লক্ষণবোৰ সহজেই আহৰণ কৰি ল'ব পাৰি। মানুহে নিজৰ ইচ্ছামতে পিতৃ-পুৰুষৰ সংস্কৃতি এৰি নতুন সংস্কৃতি গ্ৰহণ কৰিব পাৰে।

Ethnic group- ক মই জনগোষ্ঠী বুলিয়েই ক'ম। প্ৰজাতিৰ ক্ষেত্ৰত জৈৱিক লক্ষণেই মূল কথা; কিন্তু জনগোষ্ঠী ক্ষেত্ৰবিশেষে কেতিয়াবা ভাষা, কেতিয়াবা ধৰ্ম, কেতিয়াবা সংস্কৃতি, কেতিয়াবা ভৌগোলিক অৱস্থান আদিৰ ওপৰত ভিত্তি কৰি গঢ় লয়।

***১৯৫১ চনত ৰাষ্ট্ৰসংঘৰ উদ্যোগত 'ইউনেস্ক'ই মানৱগোষ্ঠী সম্পৰ্কে এক সিদ্ধান্তত উপনীত হয়। ইয়াৰ কাৰণ আৰু সাৰমৰ্ম কি আছিল? এই সিদ্ধান্তৰ সম্প্ৰতি কিবা সালসলনি ঘটোৱা হৈছে নেকি?***

প্ৰজাতিবাদে দ্বিতীয় মহাযুদ্ধত এক বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। হিটলাৰে লাখ লাখ ইহুদিক হত্যা কৰি জাৰ্মানীৰ পৰা ইহুদিক নিঃশেষ কৰি এক বিশুদ্ধ আৰ্য প্ৰজাতিৰদ্বাৰা জাৰ্মান জাতি গঠন কৰাৰ প্ৰয়াস কৰিছিল। পৃথিৱীৰ বহুতো ঠাইত ককেছীয় শ্বেতকায় লোকসকলে কৃষ্ণবৰ্ণৰ নিগ্ৰোসকলক প্ৰজাতিগতভাৱে নিকৃষ্ট বুলি গণ্য কৰিছিল। প্ৰজাতিবাদ যে ভ্ৰান্ত ধাৰণাৰ ওপৰত প্ৰতিষ্ঠিত, ই যে বিজ্ঞানসম্মত নহয় আৰু প্ৰজাতিৰ শ্ৰেণীকৰণ আৰু প্ৰজাতিবাদ দুটা একেবাৰে বেলেগ বেলেগ বস্তু সেই বিষয়ে পুংখানুপুংখৰূপে বিবেচনা কৰিবলৈ ইউনেস্ক'ই কেবাগৰাকী পৃথিৱীবিখ্যাত

নৃতাত্ত্বিক আৰু চিন্তাশীল ব্যক্তিক লৈ এখন সমিতি গঠন কৰি দিছিল। সেই সমিতিয়ে প্ৰজাতি সম্বন্ধে স্পষ্ট মতামত প্ৰকাশ কৰি গৈছে। ইয়াৰ সাৰমৰ্ম এনেকুৱা আছিলঃ বিজ্ঞানীসকলে বিশ্বাস কৰে যে পৃথিৱীৰ সমগ্ৰ মানৱ এক গোষ্ঠীভুক্ত আৰু গোষ্ঠীটোৰ নাম ছেপিন্স। মানুহৰ মাজত শাৰীৰিক দিশত থকা বৈসাদৃশ্যবোৰৰ সৃষ্টিৰ গুৰিতে বিবৰ্তনমুখী কাৰক। বিভিন্ন কাৰণত উৎপত্তি হোৱা প্ৰজাতিবোৰ এই মূল গোষ্ঠীৰে ভাগ মাথোঁ। নানাজন নৃতাত্ত্বিকে নানাধৰণে প্ৰজাতিৰ শ্ৰেণীকৰণ কৰিছে। আৱয়ৱিক নৃতাত্ত্বিকৰ দৃষ্টিৰে বিশ্লেষণ কৰি কোৱা হয় যে এই প্ৰজাতিবোৰৰ কোনোটোৱে নিকৃষ্ট বা উৎকৃষ্ট নহয়। জাতীয়, ধৰ্মীয়, ভৌগোলিক, ভাষিক-সাংস্কৃতিক গোটসমূহ প্ৰজাতীয় গোট নহ'বও পাৰে। উদাহৰণস্বৰূপে অসমীয়া এটা জাতীয় গোট। এই গোটে মঙ্গোলীয়, আহোম, ৰাভা আদি আৰু লগতে ককেছীয় বৰ্ণহিন্দুসকলকো সাঙুৰিছে। তদুপৰি অষ্ট্ৰেলীয় প্ৰজাতীয় উপাদানো চকুত পৰে। বৈজ্ঞানিকসকলৰ এই সিদ্ধান্তৰ মূলগত সালসলনি হোৱা নাই।

***বৰ্তমান বিশ্বত দেখা দিয়া এথনিক প্ৰৱণতাৰ কাৰণ কি ?***

প্ৰত্যেকজন মানুহে স্বকীয় বৈশিষ্ট্য অক্ষুণ্ণ ৰাখিব বিচৰাটো এক মানৱিক প্ৰবৃত্তি। তেনেদৰে প্ৰত্যেক জনগোষ্ঠীয়ে নিজ নিজ বৈশিষ্ট্য সংৰক্ষণ আৰু বিকশিত কৰিবলৈ বিচৰাটো স্বাভাৱিক ধৰ্ম। এই স্বাভাৱিক প্ৰক্ৰিয়া কিবা কাৰণত বাধাগ্ৰস্ত হ'লে জনগোষ্ঠীৰ মাজত অসন্তুষ্টিয়ে দেখা দিয়ে আৰু সময়ত গৈ ই সংঘৰ্ষৰ ৰূপো লয়। স্বকীয় মৰ্যাদা আৰু প্ৰত্যেক জনগোষ্ঠীৰ আত্মসন্মানক অৱমাননা কৰাৰ ফলতে ক্ষোভৰ উদ্‌গিৰণ ঘটে। জনগোষ্ঠীৰ ঐতিহ্য, স্বকীয়তা, সংস্কৃতি আৰু মৰ্যাদাক দমাই ৰখাৰ চেষ্টাৰ ফলতে অশুভ পৰিস্থিতিৰ উদ্ভৱ হয় আৰু আজি সমগ্ৰ বিশ্বতে বিভিন্ন জনগোষ্ঠীয়ে নায্য সন্মান আৰু মূলৰ সন্ধান কৰিছে। ছোভিয়েট ৰাছিয়া, যুগোশ্লাভিয়াৰ পৰা দেশৰ অসমলৈকে তাৰ ধ্বনি আমি শুনিছোঁ। জনগোষ্ঠীসমূহক ন্যায্য অধিকাৰ আৰু প্ৰাপ্য সন্মানৰ পৰা বঞ্চিত কৰাৰ প্ৰয়াসে বিশ্বজুৰি দেখা দিয়া এথ্‌নিক প্ৰৱণতাৰ মূল কাৰণ।

***বৰ্তমান বিশ্বত কোনো অবিমিশ্ৰ বা বিশুদ্ধ প্ৰজাতি আছে জানো ?***

নাই । মানৱৰ বিবৰ্তনৰ গুৰিতে থকা কাৰণবোৰৰ এটা কাৰণ হ'ল সংকৰণ বা সংমিশ্ৰণ। আদিম কালৰেপৰা ই চলি আহিছে। প্ৰাচীন কালৰেপৰা মানুহ ইঠাইৰ পৰা সিঠাইলৈ প্ৰব্ৰজন কৰিছিল। প্ৰাগ্‌ঐতিহাসিক আৰু ঐতিহাসিক যুগতো প্ৰব্ৰজন কৰাৰ প্ৰমাণ আছে। এনে প্ৰব্ৰজনৰ বাবেই বিভিন্ন মানুহৰ মাজত অবাধে সংমিশ্ৰণ হৈছিল। এইবাবেই পৃথিৱীত বিশুদ্ধ প্ৰজাতিৰ মানুহ পাবলৈ টান বা আজিৰ জনগোষ্ঠীৰ কোনো এটা অবিমিশ্ৰ হৈ থকা নাই।

*এগৰাকী নৃতাত্ত্বিক হিচাপে জনগোষ্ঠীবাদৰ সাম্প্ৰতিক উত্থানে মানৱ সমাজক কি পৰ্যায়লৈ নিব বুলি ভাবে ?*

মই আগতেই কৈ আহিছোঁ যে প্ৰতিজন ব্যক্তিৰ দৰে প্ৰত্যেকটো জনগোষ্ঠীৰো নিজৰ ভাষা-সংস্কৃতি, ঐতিহ্যৰ সংৰক্ষণ আৰু বিকশিত কৰিবলৈ বিচৰাটো স্বাভাৱিক প্ৰৱণতা। প্ৰত্যেক জনগোষ্ঠীয়ে যদি পৰস্পৰৰ ঐতিহ্যমণ্ডিত ভাষা, সংস্কৃতি আৰু মৰ্যাদাক সন্মান জনাই সহঅৱস্থানৰ জৰিয়তে আগবাঢ়ে তেনেহ'লে সংশয়ৰ কোনো কাৰণ নাই বুলি ভাবো। মানুহক ব্যক্তি হিচাপে দমাই ৰাখিলে যিদৰে ক্ষতি হয় একেদৰে এটা জনগোষ্ঠীকো দমাই ৰাখিলে সামাজিক ক্ষতি হোৱাটো স্বাভাৱিক। কোনো এটা জনগোষ্ঠীৰ বিকাশত আন এক জনগোষ্ঠী হেঙাৰ স্বৰূপে থিয় দিলেই বিস্ফোৰণ অৱশ্যম্ভাবী। প্ৰধানকৈ জনগোষ্ঠীবাদৰ প্ৰৱণতাৰ মূল কাৰণো হ'ল এটা জনগোষ্ঠীৰ ওপৰত আন এক জনগোষ্ঠীয়ে সকলো দিশৰ পৰা চলোৱা আধিপত্য বা দমন। সমাজত আমি দেখোঁ যে এক জনগোষ্ঠীয়ে আন এক জনগোষ্ঠীৰ ওপৰত চলোৱা শোষণ আৰু দমনৰ বাবেই প্ৰধানকৈ জনগোষ্ঠীবাদী বিস্ফোৰণ হৈছে। এনে জনগোষ্ঠীয় শোষণক মই কোনোপধ্যেই সমৰ্থনযোগ্য বুলি নকওঁ। সকলো জনগোষ্ঠীৰ বিকাশ হয়তো চলিত ব্যৱস্থাত সম্ভৱ নহ'ব পাৰে আৰু তেনে পৰিস্থিতিতেই জনগোষ্ঠীবাদী প্ৰৱণতাই মূৰ দাঙি উঠা স্বাভাৱিক, কিন্তু যদি এটা জনগোষ্ঠীয়ে আনটো জনগোষ্ঠীক বিকাশৰ বাবে সহায়ৰ হাত আগবঢ়ায় তেতিয়া নিঃসন্দেহে পৰিস্থিতি সলনি হ'ব। সবাতোকৈ ডাঙৰ কথা হ'ল জনগোষ্ঠীবোৰৰ মাজত পাৰস্পৰিক সন্মান আৰু মৰ্যাদাৰ সম্পৰ্কৰ প্ৰশ্নটো। আমাৰ সমাজত আজি ইয়াৰে অভাৱ।

*অসমত প্ৰাক-ঐতিহাসিক মানৱৰ কোনো সম্ভেদ পোৱা গৈছেনে ?*

আজিলৈকে অসমত প্ৰাক-ঐতিহাসিক মানৱৰ কোনো জীবাশ্মৰ সম্ভেদ পোৱা নাই। প্ৰাকৃতিক আৰু ভৌগোলিক কাৰণত তেনে জীবাশ্মৰ সম্ভেদ পোৱাৰ সম্ভাৱনাও কম; কিন্তু নৱপ্ৰস্তৰ যুগৰ মানুহে ব্যৱহাৰ কৰা বহু সা-সঁজুলি পোৱা গৈছে। আনকি প্ৰত্নপ্ৰস্তৰ যুগৰ মানুহে ব্যৱহাৰ কৰা সঁজুলি পোৱা গৈছে বুলিও নৃতাত্ত্বিকে দাবী কৰে।

*তেনেহ'লে অসমত স্থানীয়ভাৱে কোনো প্ৰজাতি বা জনগোষ্ঠী গঢ় লোৱা নাই নেকি ?*

যিহেতু অসমত মানুহৰ উৎপত্তি হোৱা নাই সেয়ে প্ৰব্ৰজনযোগে ইয়ালৈ মানুহ আহিছিল। নৃতাত্ত্বিক সমলবোৰ বিশ্লেষণ কৰি মোৰ ধাৰণা হয় যে অসমলৈ প্ৰথমতে অহা জনগোষ্ঠী অষ্ট্ৰেলীয় প্ৰজাতিৰ, যিসকলক প্ৰত্ন-ককেছীয় বুলিও কোৱা হয়। ইয়াৰ পাছত উত্তৰ আৰু পূবৰ পৰা মঙ্গোলীয় প্ৰজাতিৰ লোক অসমত প্ৰবেশ কৰে। ককেছীয় গোটৰ লোক আহে পশ্চিমৰ পৰা। এনে প্ৰজাতিৰ প্ৰব্ৰজন প্ৰক্ৰিয়াৰ ফলতহে অসমত জনবসতি গঢ়ি উঠিছিল আৰু তাৰ ধাৰাবাহিকতা আজিও অক্ষুণ্ণ আছে। এইবাৰ প্ৰথম

প্রশ্নটোলৈ আহোঁ। অসমৰ মানুহৰ প্ৰজাতীয় লক্ষণ আৰু জনগোষ্ঠীয় বৈশিষ্ট্যবোৰ বিশ্লেষণ কৰিলে দেখা যায় যে এইবোৰৰ কিছুমানত স্থানীয় প্ৰকাৰ আছে আৰু সেইবোৰ অসমত গঢ় লৈছে।

*বৰ্তমান প্ৰত্ন-ককেছীয় প্ৰজাতিৰ লোক অসমত নাই নেকি ?*

বৰ্তমান অষ্ট্ৰেলীয় বা প্ৰত্ন-ককেছীয় জনসমষ্টি অসমত দেখা নাযায়; কিন্তু অষ্ট্ৰেলীয় প্ৰজাতিৰ বহুতো আবয়বিক লক্ষণ নানা জনগোটৰ মাজত পৰিলক্ষিত হয় আৰু সেইবোৰেই অসমত একালত অষ্ট্ৰেলীয় প্ৰজাতিৰ উপস্থিতিৰ সাক্ষী দিয়ে। আনহাতে মঙ্গোলীয় আৰু ককেছীয়ৰ প্ৰব্ৰজন নিৰবচ্ছিন্নভাৱে চলি আছে।

*অৰ্থাৎ অসমত সভ্যতা-সংস্কৃতি গঢ়ি তোলাত অষ্ট্ৰেলীয়, ককেছীয় আৰু মঙ্গোলীয় এই তিনি প্ৰজাতিয়ে অৰিহণা যোগাইছে ?*

হয়। অসমৰ সভ্যতা-সংস্কৃতিৰ সৌধ গঢ়াত এই প্ৰতিটো প্ৰজাতিৰে অৰিহণা আছে। সকলো প্ৰজাতিৰ বিভিন্ন উপাদানৰ ভিত্তিত সভ্যতা-সংস্কৃতিয়ে গঢ় লৈছে আৰু সমৃদ্ধ আৰু বিকশিত হৈছে।

*অসমৰ জনগোষ্ঠী যদি সংমিশ্ৰণৰে ফল আৰু সভ্যতা-সংস্কৃতিৰ এই মিশ্ৰিত উপাদানৰ ভেটিত গঢ়া তেনেহ'লে অসমত গোষ্ঠীবাদী প্ৰৱণতাই ভয়ংকৰ ৰূপ লৈছে কিয় ?*

অসমীয়া সংস্কৃতি গঢ়া আৰু সমৃদ্ধ কৰাত অসমৰ বিভিন্ন থলুৱা জনগোষ্ঠীবোৰে, লগতে আপেক্ষিকভাৱে পিছত অহা জনগোষ্ঠীয়েও অৰিহণা যোগাই আহিছে। অসমীয়া সংস্কৃতি সংমিশ্ৰণৰ যদিও ই অসমৰ জনগোষ্ঠীবোৰৰ উমৈহতীয়া সম্পদ, তথাপি প্ৰত্যেকটো জনগোষ্ঠীৰে স্বকীয় বৈশিষ্ট্য নথকা নহয়। সকলোবোৰৰ জনসংখ্যাও সমান নহয়। অৰ্থনৈতিক ক্ষেত্ৰতো জনগোষ্ঠীসমূহৰ মাজত বৈষম্য দেখা যায়। আধুনিক সভ্যতাৰ অগ্ৰগতিৰ মাপকাঠীৰে চালে এইটো স্পষ্ট হৈ পৰে যে প্ৰতিটো জনগোষ্ঠী একেটা স্তৰত নাই। বিভিন্ন দিশত শিক্ষা-দীক্ষা, কাৰিকৰী কৌশল ইত্যাদি দিশত কোনো জনগোষ্ঠী আগবাঢ়ি গৈছে, কোনো পিছ পৰি আছে।

সংখ্যাত অধিক বা আগবঢ়া জনগোষ্ঠীবোৰে তেওঁলোকৰ সেই সুবিধাৰ সহায়ত আন জনগোষ্ঠীৰ ওপৰত আধিপত্য বিস্তাৰ কৰিবলৈ প্ৰয়াস কৰিছে। পিছপৰা জনগোষ্ঠীসমূহে বৰ্তমানে আধুনিক শিক্ষাৰ পোহৰ পাই উপলব্ধি কৰিছে যে যদিও অসমীয়া জাতি গঢ়াত, অসমীয়া সংস্কৃতি সমৃদ্ধ কৰাত তেওঁলোকে অকৃপণভাৱে যোগ দি আহিছে, তথাপি তেওঁলোক অৱহেলিত আৰু বিভিন্ন দিশত নিষ্পেষিত আৰু শোষিত। ইয়াৰ প্ৰতিকাৰৰ অৰ্থে সেই জনগোষ্ঠীবোৰে স্বকীয় বৈশিষ্ট্য সংৰক্ষিত কৰিবলৈ প্ৰচেষ্টা চলাইছে যাতে তেওঁলোকে একেটা সুকীয়া জনগোষ্ঠী হিচাপে স্বীকৃতি লাভ কৰে।

তেনে স্বীকৃতি দিবলৈ খোজা-নোখোজাৰ দ্বন্দ্বৰ বাবে জনগোষ্ঠীবোৰৰ মাজত আজি জনগোষ্ঠীবাদে মূৰ দাঙি উঠিছে। জনগোষ্ঠীসমূহৰ মাজত অবিশ্বাস, সংশয়, বিদ্বেষে ঠাই পাইছে।

*এই গোষ্ঠীবোৰৰ বহুতেই আজি 'ভূমিপুত্ৰ'ৰ দাবী উত্থাপন কৰিছে আৰু ই এক স্পৰ্শকাতৰ পৰ্যায় পাইছে। এই বিষয়ে আপুনি কি ক'ব খোজে ?*

মোৰ মতে—কোনো জনগোষ্ঠীয়ে ভূমিপুত্ৰ বুলি দাবী কৰিব নোৱাৰে। কিয়নো এই জনগোষ্ঠীসমূহ কোনো এঠাইতে আবদ্ধ হৈ থকা নাই। অবাধ প্ৰব্ৰজনৰ ফলত এই জনগোষ্ঠীসমূহ ইঠাইৰ পৰা সিঠাইলৈ গৈ বিয়া-বাৰুৰ জৰিয়তে এক মিশ্ৰিত অৱস্থাত উপনীত হৈছে। এইবোৰ কাৰণতেই কোনোৱে নিজকে ভূমিপুত্ৰ বুলি দাবী কৰিব নোৱাৰে।

বড়ো-কছাৰী বা অসমীয়া হিচাপে কোনো জনবসতিৰ আৰম্ভণিলৈকে যদি আমি চাওঁ দেখিম যে তেওঁলোকে কোনেও অসমত প্ৰৱেশ কৰোঁতে সেই নামেৰে প্ৰৱেশ কৰা নাছিল। সুদীৰ্ঘ পৰিক্ৰমাৰ অন্তত তেওঁলোকে অসমতে স্বকীয় নাম আৰু বৈশিষ্ট্যৰ গৰাকী হৈছে। আনহাতে যিহেতু অসমত মানৱৰ উৎপত্তিৰ কোনো সম্ভেদ নাই, আৰু এই জনগোষ্ঠীবোৰো প্ৰব্ৰজনকাৰীৰূপেই অসমত প্ৰৱেশ কৰি মিশ্ৰিত অসমীয়া সংস্কৃতি গঢ়াৰ লগতে স্বকীয়তাও অক্ষুণ্ণ ৰাখিছে, সেয়ে ভূমিপুত্ৰৰ দাবীদাৰ এওঁলোক হ'ব নোৱাৰে।

*উমৈহতীয়া সংস্কৃতি গঢ়োঁতা আৰু স্বকীয় বৈশিষ্ট্যকো জীয়াই ৰখা অসমৰ এই মানৱ সমষ্টিৰ মাজত অসমীয়া কোন ?*

মোৰ বোধেৰে অসমীয়া মানুহকে অসমীয়া বুলিব লাগিব। সকলো অসমীয়াভাষী লোক অসমীয়া জাতিৰ অন্তৰ্গত। কিন্তু অসমীয়া জাতি কেৱল মাথোঁ অসমীয়াভাষীক লৈ গঠিত হোৱা নাই। অসমৰ অন্যভাষী জনসমষ্টি অসমীয়া জাতিৰ এৰাব নোৱৰা অংগ। গতিকে অসমীয়াভাষী অসমীয়া এই অসমীয়া জাতিৰ এক জনসমষ্টি মাথোন। বিভিন্ন ভাষা-ভাষী জনসমষ্টিবোৰৰ সমষ্টিয়েই অসমীয়া জাতি।

অসমৰ থলুৱা লোকৰ যিবোৰ মাতৃভাষা অসমত গঢ় ল'লে সেইবোৰেই অসমৰ ভাষা। এতিয়াৰ অসমীয়াভাষী লোকসকল অসমলৈ প্ৰব্ৰজন কৰোঁতে অসমীয়া নামে পৰিচিত নাছিল। আধুনিক অসমীয়া ভাষাৰ সৃষ্টি অসমতেই। ই অসমৰে ভাষা; কিন্তু কেৱল অসমীয়াই অসমৰ ভাষা নহয়। অসমৰ বিভিন্ন থলুৱা জনগোষ্ঠীবোৰ বিভিন্ন নামেৰে পৰিচিত যেনে - ৰাভা, কছাৰী, কাৰ্বি, মিচিং, তিৱা ইত্যাদি। প্ৰত্যেকটো জনগোষ্ঠীৰে নিজস্ব ভাষা আছে। এইসকল লোকো এসময়ত বাহিৰৰ পৰা অসমলৈ আহিছিল। তেতিয়া হয়তো এই জনগোষ্ঠীবোৰৰ সেইবোৰ নাম নাছিল। তেওঁলোকে যি

ভাষা আৰু সংস্কৃতি আৰু আৰয়িক ৰূপ লৈ এই অঞ্চলত প্ৰৱেশ কৰিছিল, সময়ত নানা কাৰণত সেইবোৰৰ পৰিবৰ্তন ঘটিছে। মূলত তেওঁলোকৰ ভাষা যিয়েই নহওক, এতিয়া তেওঁলোকৰ নিজৰ নিজৰ যিবোৰ ভাষা কয় সেইবোৰেও পৰিবৰ্তিত আৰু বৰ্তমানৰ ৰূপ ল'লে অসমতে। গতিকে অসমৰ ভাষা কোৱা এনে জনগোষ্ঠীবোৰো অসমীয়া। 'অসমীয়া' নাম দিয়াৰ দৰেই এই জনগোষ্ঠীবোৰকো অসমীয়া ৰাভা, অসমীয়া কছাৰী, অসমীয়া কাৰ্বি, অসমীয়া তিৱা, অসমীয়া মিচিং আদি নামেৰে মাতিব নোৱাৰিনে? অৰ্থাৎ ৰাভা, কছাৰী, তিৱা, মিচিং, কাৰ্বি আদি অসম জননীৰে সন্তান আৰু এই সকলোৰে উপাধি অসমীয়া।

গতিকে অসমীয়া কোন বুলিলে ক'ব লাগিব ঃ অসমত জন্ম গ্ৰহণ কৰি, অসমত স্থায়ীভাৱে বসবাস কৰি অসমীয়া জাতীয় জীৱনৰ বিভিন্ন দিশলৈ অৰিহণা যোগোৱা আৰু অসমৰ ভাষা কোৱা লোকসকলেই অসমীয়া।

*শ্ৰীময়ী*, ১-১৫ নৱেম্বৰ, ১৯৯১

*লিখিছোঁনে এনে এটি কৱিতা*
*যি মহাজীৱনৰ সোণৰ সঙ্গীত হৈ বাজি উঠিছে*

# নীলমণি ফুকন

গুৱাহাটীৰ কোলাহলৰপৰা কিছু আঁতৰত মালিগাঁৱৰ যেজবৰুৱা নগৰত নীলমণি ফুকনৰ ঘৰ। কাষেৰে নামি আহিছে পাহাৰীয়া সৰু নিজৰা। হালধীয়া পখিলাৰে ভৰা। মাজে মাজে তেওঁৰ তালৈ যাওঁতে কেতিয়াবা একোজাক হালধীয়া পখিলা দেখোঁ। ফুকনে দিয়া সময়তকৈ সেইদিনা কিছু পলমকৈ উপস্থিত হৈছিলোঁ তেওঁৰ ঘৰত। চ'ৰাঘৰত বহি তেওঁ ঈষৎ হাওলি কিবা পঢ়ি আছে। পিন্ধনত সদায় পিন্ধা চকচকীয়া চুৰিয়া-কামিজ। নিয়মীয়া ওখ, লাহী, জোঙা নাকৰ ফুকনৰ চকুত চছমা। কথা পাতিলে চছমাৰ কাঁচৰ মাজেৰেও তেওঁৰ চকুৰ জিৰবিৰণি দেখা যায়। কথা সদায় আন্তৰিক, স্নেহস্নিগ্ধ। আনদিনাৰ দৰেই আগবাঢ়ি আহি স্নেহস্নিগ্ধ হাঁহিৰে আমাক সম্ভাষণ জনাইছিল। চ'ৰাঘৰৰ বেৰত সমকালীন কেবাজনো অসমীয়া শিল্পীৰ ছবি, মূৰ্তি আৰু বিশেষকৈ টেৰাক'টাৰ এটা সৰু সংগ্ৰহ। যোৱা তিনিবছৰে 'শ্ৰীময়ী'ৰ কাৰণে ফুকনৰ দীঘলীয়া সাক্ষাৎকাৰ এটি লোৱাৰ কথা ভাবি আছোঁ। বহুদিন ফুকনৰ লগত বহু কথাই পাতিছোঁ। প্ৰকৃতি, নাৰী, লোককথা, কাব্য-শিল্প, চিত্ৰ-চিনেমা, সমাজ-ব্যক্তি, সংস্কৃতি-ৰাজনীতি, নৃতত্ত্ব, গছ-গছনি, ফুল-পাত আদি নানা বিষয়ৰ। অসমীয়া আধুনিক কবিতাক এক নতুন গঢ় আৰু সৌন্দৰ্য দিয়া কবিগৰাকীৰ শান্ত-সমাহিত অথচ উষ্ণ জীৱনমুখী ৰূপৰ লগত আমাৰ পৰিচয় আছে। মানুহজন সদায় পজিটিভ, আশাবাদী। তেওঁ প্ৰায়েই আমাক কয়—

'জানা হেমন্ত, দোষে-গুণে মানুহ। কেৱল দোষখিনি উদঙাই দি গুণখিনি ঢাকি ৰখাটো কোনো সংস্কৃতিবান মানুহৰ লক্ষণ নহয়।'

*সামাজিক সংকট বা ব্যক্তিগত দুৰ্দিনতো তেওঁ আমাক কোৱা শুনিছোঁ।*

'ভিতৰখন, মনটো মৰি যাবলৈ দিব নোৱাৰি। কাৰণ মানুহৰ আৱেগ-অনুভূতিবোৰ যদি সক্ৰিয় হৈ নাথাকে, মানুহে কাকোৱেই, আনকি নিজকো উপলব্ধি

কৰিব নোৱাৰিব। ইজনে-সিজনক নাজানিব। হাঁহি-কান্দোনৰো একো অৰ্থ নাথাকিব। অনুভৱ কৰিব নোৱাৰিব মাটি, পানী, আকাশ, অৰণ্যানী, জীৱ-জন্তু, পোক-পতঙ্গ, ফুল-ফল, জোন-বেলি-তৰা, বতাহ-ধুমুহা আৰু সিবোৰৰ লগত মানুহৰ কৌটি-কলীয়া জনা-নজনা সম্পৰ্ক আৰু আত্মীয়তা।'

উত্থান-পতন, সামাজিক সংকট, ব্যক্তিগত ঘাত-প্ৰতিঘাত, সমালোচকৰ নিন্দা-প্ৰশংসা, একোৱেই স্তব্ধ কৰিব পৰা নাই তেওঁৰ প্ৰেৰণা আৰু সৃষ্টি। তেওঁ হয়তো আহত হৈছে ;কিন্তু ভাঙি পৰা নাই। থমকিছে , কিন্তু ৰৈ যোৱা নাই। তেওঁৰ সৃষ্টি ভাবনা আৰু অনুভূতিৰ জগতখনক বৰং সমৃদ্ধ কৰিছে এনে কিছুমান অভিজ্ঞতাই। তেওঁ দেৱালৰ মাজত সোমাই থকা নাই। এদিন সন্ধিয়া আজাৰাৰ বজাৰত ঢেঁকীয়া বেচি থকা ডাল-দৰিদ্ৰ তিৰোতা এগৰাকীক দেখি তেওঁৰ কল্পনা আৰু হৃদয়াবেগ কিদৰে আলোড়িত হৈছিল তাৰ নিৰ্ভুল স্বাক্ষৰ আছে এটা কবিতাত —

মানুহটো বাৰু তোৰ/আহিল নে ঘূৰি/মাজৰাতি বেৰৰ জলঙাৰে/ সোমায়নে নদী/বাই তোৰ আখলৰ লাওৰ খোলাত/সাঁচ দিন/উজাগৰ দুচকুৰে জ্বলাৱ/পদূলিৰ কাঞ্চন গছৰ আন্ধাৰ।

এনে অনুভৱ আৰু উপলব্ধি তেওঁৰ শেহতীয়া কাব্যগ্ৰন্থ ‘কবিতা', ‘নৃত্যৰতা পৃথিৱী' ৰ বহু কবিতাত সিঁচৰতি হৈ আছে। আৰু এইদৰেই কবিয়ে সাধাৰণজনৰ জীৱনৰ আনন্দ-বেদনা আৰু সৌন্দৰ্য প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছে। তেওঁ এবাৰ আমাক কৈছিল যে সাধাৰণ ঢেঁকীয়া বেচা মানুহগৰাকীয়ে বহুদিনলৈ তেওঁক ‘হন্ট' কৰি আছিল আৰু এদিন আচম্বিতে কেইমিনিটমান সময়ৰ ভিতৰতে তেওঁ কবিতাটো লিখিছিল। আৰু কবিতাটোত ব্যৱহৃত সৰহসংখ্যক চিত্ৰকল্পই অসমীয়া গাঁও আৰু গাঁৱলীয়া মানুহৰ জীৱনৰপৰাই সংগৃহীত। স্পেইনৰ কবি লৰ্কাৰ কথা ওলাওঁতে আমাৰ আগত তেওঁ আগতে কোৱা কথা এষাৰ দোহাৰিছিল —

‘লৰ্কাৰ কবিতাই মোৰ কল্পনা আৰু বোধশক্তিক সম্প্ৰসাৰিত কৰিলেলৰ্কা পঢ়াৰ লগে লগে কিয় জানো শৈশৱলৈ মন ঘূৰি গ'ল। য'ত জন্ম হৈছিলোঁ, য'ৰ পৰা এইখন চহৰলৈআহিছিলোঁ গছ-গছনিৰে ঢাক খাই থকা সেই নিৰ্জন গাঁওখনলৈ। মানুহৰ সুখ-দুখ, স্মৃতি, হাঁহি-কান্দোন, প্ৰেম-বিৰহ, দাৰিদ্ৰ আৰু আশা-নিৰাশাৰ লগত নিবিড়ভাৱে জড়িত হৈ থকা নৈ-জান-পুখুৰী, গছ-বন, ফুল-ফল, গীত-মাত, উছৱ-পাৰ্বণ, বিশ্বাস-অন্ধবিশ্বাস, শিল্পকলা ইত্যাদিৰ ফাললৈ। লোক-জীৱনৰ, লোক-সংস্কৃতিৰ অনেক কথাই আহি মোৰ কবিতাত ঠাই ল'লে—কেতিয়াবা বিকৃত, কেতিয়াবা অবিকৃতভাৱে।'

কেইবছৰমানৰ আগতে কেমিনো নামৰ স্পেনীয় কবি এজনৰ কবিতা এটি নকল কৰা বুলি চলোৱা সংগঠিত প্ৰচাৰৰ বিৰুদ্ধে ফুকনে থিয় দিছিল সাহসেৰে। প্ৰভিডেন্ট ফাণ্ডৰ

ধন ধাৰ কৰি তেওঁ নামহীন এই কবিজনৰ অস্তিত্বৰ সন্ধান কৰিছিল। পৃথিৱীৰ, ভাৰতৰ বিদ্বান আৰু জ্ঞানী-গুণীজন বহুতৰ লগত টেলিগ্ৰাম, চিঠি-পত্ৰ, বিজ্ঞাপন আদিৰে যোগাযোগ কৰিছিল, কিন্তু কোনেও তেনে এজন কবিৰ সন্ধান দিব নোৱাৰিলে। কেমিনোৰ প্ৰসঙ্গ ওলাওঁতে ফুকনে বৰ বিৰক্তিবোধ কৰিছিল আৰু কোনো কথা ক'ব বিচৰা নাছিল যদিও তেওঁ এই প্ৰসঙ্গত কোৱা কথা এবাৰ পুনৰ দোহাৰিছিল—

'সমকালীন অনা-আত্মীয়তা' বুলি এটা কথা আছে সাহিত্যিক সমাজত। নাৰী আৰু সাহিত্য ৰচনাৰ প্ৰসঙ্গত মানুহ বিদ্বেষপৰায়ণ হয় বুলি সেই তেতিয়াই ভৱভূতিয়ে 'উত্তৰ ৰামচৰিত'ত লিখি থৈ গৈছে। জীৱন আৰু শিল্প সম্বন্ধে সুস্থ দৃষ্টিভঙ্গী, অধ্যয়ন, আত্মবিশ্লেষণ, আত্মবিশ্বাস থকা পাঠকক বিপথগামী নকৰিলেও কিছুসংখ্যক তৰুণ লেখক আৰু পাঠকক বিভ্ৰান্ত কৰাৰ সম্ভাৱনা থাকে। এটা কথা বোধহয় তোমালোকে মন কৰিছা, অসমীয়াত আজি কিছুবছৰৰ পৰা হকে-বিহকে নকল ধৰা এটা ধাৰাই প্ৰচলিত হৈছে।'

গভীৰ নিষ্ঠা, পৰম আন্তৰিকতা আৰু সহনশীলতাৰে এই আটাইবোৰ আহুকলীয়া কথা তেওঁ অতিক্ৰম কৰি আহিছে। তেওঁৰ আত্ম-বিশ্লেষণ আৰু আত্ম-জিজ্ঞাসা আছে। তেওঁ নিজেই কৈছে — 'কবিতাৰ লগত থকা মোৰ সামান্য পৰিচয়ৰ জৰিয়তে উপলব্ধি কৰিব পাৰোঁ মোৰ কবিতাৰ সীমাবদ্ধতা।'

নিজ সৃষ্টিৰ সাৰ্থকতা প্ৰসঙ্গত তেওঁ এনেদৰে কৈছে —

' .... লিখিছোঁনে এনে এটা কবিতা যি ৰচনাতীতৰ আস্বাদ, আনন্দ ৰূপ অমৃত নীল নিনাদি উঠা হুঙ্কাৰ, যি জীৱনৰ প্ৰতিকল্প, য'ত কালাতীত, মহাজীৱনৰ ধ্বনিময়, ৰূপময়, গন্ধময়, অমিয় বাণী সোণৰ সঙ্গীত হৈ বাজি উঠিছে, গুমৰি গুমৰি মৰিছে। তেনে এটা কবিতাৰ কেৱল স্বপ্ন দেখি আহিছোঁ।'

ফুকনে সৰু-বৰ বহু আলোচনীক সাক্ষাৎকাৰ দিছে! আৰু এক সুদীৰ্ঘ সাক্ষাৎকাৰ সংকলিত হৈছে ড° হীৰেন গোহাঁই সম্পাদিত ফুকনৰ নিৰ্বাচিত কবিতা সংকলন 'সাগৰতলিৰ শঙ্খ'ত। এই সাক্ষাৎকাৰটিয়ে ফুকনৰ জীৱনৰ কাব্যচৰ্চা আৰু সৃষ্টিৰ বহু কথাই সামৰি লৈছে। তথাপিতো এই সাক্ষাৎকাৰ কিয়? ব্যক্তি আৰু কবি ফুকন আমাৰ সামাজিক পৃষ্ঠপটৰ লগত কিদৰে সংপৃক্ত তাৰ সন্ধান ইয়াৰ মূল উপলক্ষ।

***'সাগৰ তলিৰ শঙ্খ' ত ড° হীৰেন গোহাঁইক আপুনি এক সুদীৰ্ঘ সাক্ষাৎকাৰ দিছে। ছপা হোৱাৰ পিছত সাক্ষাৎকাৰটি পঢ়ি আপোনাৰ নিজৰে কেনে লাগিছে ?***

মই ছপা হোৱাৰ পিছত এবাৰেই পঢ়িছোঁ। তেওঁ সোধা প্ৰশ্নবোৰৰ উত্তৰ দিওঁতে মোৰ বহু কথাই কোৱা নহ'ল। বিশেষকৈ দেৰগাঁৱত লগ পোৱা কিছু সাধাৰণ মানুহ—সাধাৰণ, কিন্তু অসাধাৰণ তাৎপৰ্যপূৰ্ণ ঘটনা সম্বন্ধে মই কিছু কথা ক'ব

পাৰিলোঁহেঁতেন। সেইদৰে বিশেষকৈ এটা প্ৰশ্নৰ উত্তৰ অসম্পূৰ্ণ হ'ল বুলি অধ্যাপিকা প্ৰবীণা শইকীয়াই মোক কৈছিল। হয়, তেওঁ ঠিকেই কৈছে।

*'সাগৰতলিৰ শঙ্খ'ৰ নিৰ্বাচন, পৰিকল্পনা আৰু সম্পাদনা সম্পৰ্কে আপোনাৰ কিবা মতামত আছে নেকি ?*

তুমি এটা কথা সদায় মনত ৰাখিব লাগিব যে কিতাপখনৰ পৰিকল্পনাটোৱেই ড° গোহাঁইৰ। নিৰ্বাচনৰ কথা মোক আনেও সুধিছে। 'গোলাপী জামুৰ লগ্ন' ওলোৱাৰ সময়তো কিছুমান কবিতা সংকলনটোৰপৰা বাদ দিয়াৰ কথাটো বহুতে পছন্দ কৰা নাছিল। মোৰ ভাল কবিতাখিনি ঠাই পাইছে বুলি মই ভাবিছোঁ ; কিন্তু এটা কথা, মোৰ নিজৰ কবিতা সম্পৰ্কে কোনোবাই কিবা সুধিলে কবিতাটো কেনেকৈ লিখিছোঁ, কবিতাটোৰ কোনোটোহে প্ৰতীক, চিত্ৰকল্পৰ কি ব্যঞ্জনা হ'ব পাৰে তেনে কথাৰ দুই-এটাৰ উত্তৰ মই দিব পাৰোঁ; কিন্তু কবিতাৰ গুণগত বিচাৰৰ ক্ষেত্ৰত মই সৎ সমালোচক আৰু ৰসজ্ঞ পাঠকৰ মতামতকে মূল্য দিওঁ আৰু ড° গোহাঁয়ে সংকলনখন কৰিবলৈ লওঁতে মই আনন্দিত হোৱাৰ অন্যতম প্ৰধান কাৰণ হ'ল, মোৰ কাব্যচৰ্চাত তেওঁৰ এটা গুৰুত্বপূৰ্ণ ভূমিকা আছে। আৰু সুদীৰ্ঘকাল ধৰি তেওঁ মোক জানে। আনহাতে, যোৱা চাৰিটা দশকৰ আধুনিক অসমীয়া সমালোচনাৰ ক্ৰম পৰিবৰ্তন আৰু বিকাশত তেওঁৰ অৱদানেই সৰ্বাধিক আৰু গুৰুত্বপূৰ্ণ।

*আপোনাৰ বাবে কবিতা কি ?*

কবিতা প্ৰেম, সৌন্দৰ্য আৰু মনুষ্যত্বৰ মন্ত্ৰোচ্চাৰণ, মানুহৰ আনন্দ-বেদনাময় হৃদয়ৰ বিশেষ-নিৰ্বিশেষ ভাষা। কেৱল মানুহৰে ভাষা আছে, কেৱল মানুহৰেই আছে গান। কবিতা নপঢ়া মানুহ আছে, কিন্তু কবিতা নোহোৱাকৈ সমাজ এখন জীয়াই থাকিব নোৱাৰে, মানুহৰ সভ্যতা-সংস্কৃতিও।

*ৰাজনৈতিক কবিতাৰ বিষয়ে আপুনি কি কয় ?*

ৰাজনৈতিক কবিতাৰ এক প্ৰাচীন ঐতিহ্য আছে। মিছৰ আৰু চীনত অতি প্ৰাচীন কালৰে পৰা ৰাজনৈতিক কবিতাৰ পৰম্পৰা আছে। চীনদেশত বহু উৎকৃষ্ট ৰাজনৈতিক কবিতা ৰচনা কৰা হৈছিল আৰু আজিলৈকে তেওঁলোকে এই ধাৰা বহন কৰি আহিছে। প্ৰাচীন মিছৰৰ কবিতাবিলাকত সামাজিক সমস্যা কিছুমানৰ এটা প্ৰাধান্য লক্ষ্য কৰা যায়। আনহাতেদি সেই কবিতাবোৰে সাধাৰণ জীৱনৰ মহাত্ম্যও প্ৰকাশ কৰিছে।

*আপুনি চীনা কবিতা অনুবাদ কৰিছে। মাওৰ কবিতাৰ বিষয়ে আপুনি কি কয় ?*

মাওৰ কেইটামান উৎকৃষ্ট কবিতা পঢ়িছোঁ। এই মুহূৰ্তত তেওঁৰ কবিতাৰ বিষয়ে মন্তব্য দিয়াটো টান। তদুপৰি তেওঁ বেছি কবিতা লিখা নাছিল আৰু তেওঁৰ জীৱন কেৱল কবিতাৰ বাবেই উৎসৰ্গিত নাছিল।

তেওঁ কবিতা জটিল, ধ্ৰুপদী ৰীতিত লিখিছিল। তেওঁৰ কবিতা উল্লেখ আৰু অনুষঙ্গেৰে ভাৰাক্ৰান্ত।

***সামাজিক আৰু সাংস্কৃতিক জীৱনত আপুনি কবিতাক কিদৰে চায় ?***

নেৰুডাই কবিতাক inner calling in man বুলি কৈছিল। সকলো মানুহৰ মনৰ মাজত একধৰণৰ কাব্যানুভূতি থাকে আৰু প্ৰাত্যহিক জীৱনৰ কাৰ্যকলাপৰ মাজেদি সেই অনুভূতিয়ে প্ৰকাশ লাভ কৰে, যদিও সকলো মানুহে কবিতা নিলিখে। একেবাৰে আবেগ-অনুভূতিহীন মানুহ আছেনে ক'ৰবাত? মানুহৰ মাজত থকা সহজাত আবেগ-অনুভূতিবোৰক, মনুষ্যত্বক, সৌন্দৰ্যবোধক জগাই তোলাই বোধহয় কবিতাৰ প্ৰধান কাম।

কবিতাই মানুহৰ মানসিক আৰু অনুভূতিক উত্তৰণ ঘটায়। কবি আৰু কবিতাৰ সন্মান আমি প্ৰাচীন কালৰেপৰা দেখি আহিছোঁ। এসময়ত কবি আছিল পুৰোহিত, শিক্ষক। মহাচীনৰ সম্ৰাটে নিজেই কবিৰ ঘৰলৈ গৈছিল।

***চীনৰ কবিয়ে ৰাজ-বন্দনা কৰিছিলনে ?***

চীনৰ কবিয়ে ৰাজ-বন্দনা কৰাৰ কথা চকুত পৰা নাই। চীনৰ বেছিভাগ কবিয়েই চৰকাৰী, বিশেষকৈ সীমান্তৰ বিষয়া আছিল। বিষয়া হোৱাৰ বাবে তেওঁলোকে পৰীক্ষাত বহিব লাগিছিল আৰু সেই পৰীক্ষাত কবিতা আছিল এটা প্ৰধান বিষয়। অষ্টম শতাব্দী আছিল চীনা কবিতাৰ সোণালী যুগ। টাং যুগতেই চীনা কবিতাই চূড়ান্ত উৎকৰ্ষ লাভ কৰিছিল।

কনফুচিয়াছৰ শিক্ষাৰ বাবে চীনা কবিতাৰ ক্ৰিটিচিজিমৰ ধাৰাটো বলিষ্ঠ হৈছিল আৰু হাজাৰ হাজাৰ বছৰজুৰি চীনা কবিতাই এই ধাৰা বহন কৰি আহিছে।

***যোৱাবছৰ আপোনাৰ 'অৰণ্যৰ গান' প্ৰকাশ পাইছে। ভাৰত আৰু অসমৰ জনজাতীয় এই কবিতাসমূহ আপুনি কিহৰ তাড়নাত অনুবাদ কৰিছে ?***

পুৰণি আৰু আদিম সংস্কৃতিৰ অনুসন্ধান, আবিষ্কাৰ, বিশ্লেষণ এই শতিকাৰ পৃথিৱীৰ সৰ্বত্ৰ এক জিজ্ঞাসাৰ বিষয় হৈ পৰিছে। আধুনিক শিল্পী-সাহিত্যিক, আনকি সঙ্গীতজ্ঞসকলৰো ই জিজ্ঞাসাৰ অন্যতম প্ৰধান বিষয়। কোনোবা এজনে কৈছিল নেকি —লোককবিতা প্ৰকৃত প্ৰলিটেৰিয়েট কবিতা।

এই অনুবাদৰ উদ্দেশ্য হ'ল—লোককবিতাৰ অধ্যয়ন আৰু বৃহত্তৰ জনজীৱনৰ স্বপ্ন, আশা-আকাংক্ষা, আনন্দ-বেদনাৰ লগত সম্পৰ্ক স্থাপনৰ এক নিঃকিন প্ৰচেষ্টা।

***আমাৰ জনজাতীয় মনটোক আপুনি কিদৰে উপলব্ধি কৰিছে ?***

জনজাতীয় মনটো আগৰে পৰাই সৰল; কিন্তু এতিয়া সেই সৰলতা আগৰ দৰে নাই। বৰ্তমান সামাজিক, ৰাজনৈতিক পৰিস্থিতিত সৰলতাৰ মূল্যইবা ক'ত ?

***আমাৰ জনজাতীয় ভাষাত আধুনিক মানবিশিষ্ট কবিতা ৰচনা হৈছেনে ?***

এওঁলোকৰ ভিতৰত বোধহয় কাৰ্বি ভাষাৰ দুজনমান কবিয়ে লিখা কিছুসংখ্যক

কবিতাত আধুনিক চৰিত্ৰ আছে। উদাহৰণস্বৰূপে, 'শ্ৰীময়ী'ৰ কোনোবা এটা সংখ্যাত প্ৰকাশিত ছাৰএৎ হাঞ্চেৰ কেইটামান কবিতাৰ কথা উল্লেখ কৰিব পাৰি।

বড়ো ভাষাত সম্প্ৰতি কেনেধৰণৰ লেখা-মেলা হৈছে, তাক পঢ়িবলৈ পোৱা নাই। ভাৰতীয় জনজাতীয় ভাষাৰ ৰচনা সম্পৰ্কেও মোৰ খবৰ নাই। অৱশ্যে তেওঁলোকৰ মাজৰ পৰা ওলোৱা কোনো কোনোৱে আধুনিক ভাষাবোৰত লিখিবলৈ লৈছে।

*'অৰণ্যৰ গান'ৰ অনুবাদকৰ টোকাত জনজাতীয় কবিতাই আধুনিকতাৰ ইঙ্গিত বহন কৰাৰ কথা উল্লেখ কৰিছে। কোন কোন দিশত ইয়াৰ প্ৰকাশ ঘটিছে ?*

বিশেষকৈ ভাষা, চিত্ৰকল্প আৰু প্ৰতীকৰ প্ৰয়োগৰ বেলিকা আধুনিকতাৰ পৰশ এই কবিতাসমূহৰ মাজত আছে। ভাবৰ বেলিকাও কিছু কবিতাত আধুনিকতাৰ লক্ষণ আছে। এই দিশত আধুনিক কবিতাৰ সংবেদশীলতাৰ লগত কিছু কবিতাৰ মিল থকা যেন লাগে।

*আপোনাৰ মতে আধুনিকতাৰ অৰ্থ কি ?*

আধুনিকতাক নতুন ছেন্সিবিলিটি, নতুন সৃষ্টি আৰু নতুন চিন্তা বুলিব পাৰি। অক্টোভিও' পাজে কৈছিল, 'আধুনিকতা হ'ল চিৰপ্ৰবহমান গতি—যি এখনৰ পিছত এখন দুৱাৰ খুলি গৈ থাকে নিত্য পৰিবৰ্তনশীল পৃথিবীৰ পিনে।'

*আধুনিক শিল্পী আৰু লেখকে সৃষ্টিৰ বাবে অতীতত বিচৰণ কৰা দেখা যায়। ইয়াৰ কাৰণ কি ?*

নহয়—এয়া ঠিক অতীত বিচৰণ নহয়। অতীতৰ মাজত বৰ্তমানৰ সন্ধানহে। শিল্পী বা কবিসকলে নানাধৰণৰ উপাদান আৰু সৃষ্টিৰ প্ৰেৰণা লোক ঐতিহ্যৰপৰা সংগ্ৰহ কৰিছে যদিও সেই অতীত আলোকিত বৰ্তমান হৈ প্ৰতিভাত হৈছে।

*অলপতে আপুনি বৰপেটাৰ গোষ্ঠী-সংঘৰ্ষপীড়িত অঞ্চল চাই আহিছে । আমাৰ সামাজিক জীৱনত এই চূড়ান্ত ট্ৰেজিক ঘটনাই আপোনাৰ মনত কেনে প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছিল ?*

ঠায়ে ঠায়ে নৃশংস হত্যাকাণ্ডৰ খবৰ কাকতত পঢ়ি আৰু তাতলৈ যোৱাৰ পাছত বাৰে বাৰে মনলৈ আহিছে নেলীৰ ঘটনা আৰু নেলীৰ ঘটনাৰ পাছত লেখা সেই কবিতাটো—

কোনো নাই ইয়াত—শিশু নাৰী বৃদ্ধ
প্ৰত্যেকেই মৃত
আকৌ সিহঁত আপোল-ঘাতী হ'ল
হিংসা প্ৰতিহিংসা ঘৃণাৰ জুইত

জ্বলে অকাল বাতি
শিয়াল কুকুৰৰ টনা-আঁজোৰাত
দেশৰ নাড়ী-ভুঁৰু হাড়
হায় তই বোকাৰ মানুহ
তই মাটিৰ মানুহ
মোৰ তেজৰ সোণৰ মানুহ তই
চকু মেলি চা
মৃত্যুৰ দাপোণত চা তোক
সাতপুৰুষীয়া গোলামিক পীড়নক
শোষণক চা
মানুহৰ মুখা পিন্ধি বাটে-ঘাটে
ক'লা ছায়া-অপচ্ছায়া
ভয়ঙ্কৰ সেই পিশাচৰ আপোন
সন্তান ভক্ষণ
কাৰ তেজ ঢালি বাৰে বাৰে
তিয়ালে মাটি
কাৰ মূৰৰ লাওখোলাত ফুলাৰ
অফুলন বসন্তৰ ফুল
মোক যেন এতিয়া কোনেও
একো নোসোধে
মৃতই মৃতই আলিঙ্গন
জীৱিতৰ বাবে মৃতৰ উচুপনি
মোৰ মূৰৰ ওপৰত
পিতৃ-পিতামহৰ আগ্নেয় হাত
অ' মোৰ সপোনৰ সূৰ্যৰ মানুহ
চকু মেলি চা
চকু মুদি চা
মৃত্যুৰ দাপোণত চা তোক

বাইবেলৰ সেই কেইন আৰু এবেলৰ দিনৰপৰাই নৃশংস কটা-কটি মৰা-মৰি চলি আছে। আমাৰ সভ্যতা-সংস্কৃতিৰ এইটোৱেই বোধহয় আটাইতকৈ ট্ৰেজিক কথা। পৃথিৱীত এতিয়াও এনে নিৰ্মম হত্যালীলাৰ পুনৰাবৃত্তি ঘটিয়েই আছে।...........

শালবাৰীত দেখিলোঁ, হাবিৰ মাজেদি জুইশিখা ওলাই আছে। পৰিত্যাজ্য ঘৰ কিছুমানৰ দুৱাৰ-খিৰিকী খোলা আছে। মানুহ নাই, গৰুও নাই, কুকুৰো নাই, পাৰচৰাই এটাও নাই। আমি সেইখিনি পাওঁতে বেলি লহিয়াইছিল। জয়াল, গমগমীয়া, নিমাওমাও কৰুণ পৰিৱেশ। কাহানিও পাহৰিব নোৱাৰো শিবিৰবোৰত থকা কিছুমান মানুহৰ শুকান, মৌন, দগ্ধ, কৰুণ, উত্তেজিত মুখবোৰ। যেন প্ৰতিজনেই একোজন জুয়ে পোৰা মানুহ। অনিশ্চয়তাত, যন্ত্ৰণাত ছটফটাই আছে। জীয়াই থকাৰ যন্ত্ৰণা।

***আপোনাৰ কবিতাৰ পাঠক সম্পৰ্কে আপোনাৰ ধাৰণা কি? এতিয়া কবিতাৰ পাঠক বাঢ়িছেনে?***

মোৰ কবিতাৰ পাঠক কম। এতিয়া নামটো জনাজাত হৈছে, হয়তো আগতকৈ কিছু বাঢ়িছে। অৱশ্যে পাঁচখন কবিতাপুথিৰ দ্বিতীয় সংস্কৰণ হৈছে। আগৰে পৰাই অসমীয়া কবিতাৰ পাঠক বৰ কম, এতিয়া খুউব কিবা এটা বাঢ়িছে বুলি ভাব নহয়। হীৰেন ভট্টাচাৰ্য ব্যতিক্ৰম। বিক্ৰী আৰু জনপ্ৰিয়তাৰ ক্ষেত্ৰত গণেশ গগৈ, দেৱকান্ত বৰুৱাৰ পিছত ভট্টাচাৰ্যই অভিলেখ সৃষ্টি কৰিছে। 'জ্ঞানমালিনী'ৰ আঠোটামান সংস্কৰণ হৈছিল। 'জ্ঞানমালিনী' পাঠ্যপুথি আছিল। আমাৰ ইয়াতেই নহয় পৃথিৱীৰ বহুত দেশত ত্ৰিশ-পঁয়ত্ৰিশ বছৰৰ ওপৰত ক'ৰবাত দুই-চাৰিজনেহে কবিতা পঢ়ে?

জাৰ্মানীত সাহিত্যৰ ছাত্ৰইহে হেনো কবিতা পঢ়ে! আমাৰ ইয়াত সাহিত্যৰ শিক্ষককেইজনে কবিতা পঢ়ে। পাঠ্যপুথি পঢ়ে বা পঢ়ুৱাৰ কথাটো নধৰিবা। সাৰ্থক কবিতা এটাৰ যথাৰ্থ মৰ্ম উপলব্ধি অনুভৱ কৰিবলৈ হ'লে কবিতাটো বাৰে বাৰে পঢ়ি থাকিব লাগে। সমস্যাটো বৰ পুৰণি। অষ্টম শতিকাৰ বিশ্ববৰেণ্য চীনা কবি তুফুৱে এটা কবিতাত লিখিছিল —

....... We are our own/Audience we appreciate
Each others' literary/Merits ............

সাম্প্ৰতিক অসমৰ সামাজিক- সাংস্কৃতিক, ৰাজনৈতিক পৰিৱেশত কবিতাৰ এটা বিশেষ প্ৰাসঙ্গিকতা আছে। কথাটো কাক কেনেকৈ বুজোৱা যায়। সকলোৱে যেতিয়া জানে — 'কবি ত্ৰাতা নহয় কবি।'

জনজীৱনৰ নিৰ্যাস ফুকনৰ কবিতাৰ অন্যতম সম্পদ। জনসংস্কৃতিৰ লগত থকা নিবিড় সম্পৰ্কই তেওঁৰ কাব্যকে নহয়, মানুহজনকো সমৃদ্ধ কৰিছে। নেলী বা শালবাৰীৰ ঘটনাৰ মৰ্মত সেয়ে তেওঁ সহজে প্ৰৱেশ কৰিব পাৰে; প্ৰতিবাদ কৰিব পাৰে উগ্ৰ জাতীয়তাবাদী গণ উন্মাদনাক, যদিও ফুকনৰ প্ৰতিবাদৰ ভাষা কায়দা-কৌশল আনতকৈ বেলেগ। জনজীৱনৰ লগত থকা অন্তৰঙ্গতাই তেওঁৰ সৃষ্টিক দান কৰিছে সৌন্দৰ্য আৰু মনুষ্যত্বৰ এক মহিমামণ্ডিত ৰূপ, যি সীমাৰ বান্ধোন নেওচি মহাজীৱনক

স্বাগতম জনায়। তেওঁৰ কবিতাত মূৰ্ত হৈ উঠে মাটিৰ মানুহৰ চিৰন্তন গান ঃ
'পোত গৈ আছো ময়ো এই /মাটিতে/তয়ো মোক বিচাৰি পাবা/তাতে/ভৰিৰ তলুৱাত মাটি/বুকুৰ হাড়ত মাটি/শিৰত মাটি/আন্ধাৰে জোনাকে/ৰ'দে বৰষুণে / য'ত ভূঁইচঁপা ফুলে .........'

জনজীৱনৰ বিচিত্ৰতাৰ প্ৰতি আগ্ৰহৰ বীজ কম বয়সতেই ফুকনৰ মনত অঙ্কুৰিত হৈছিল। ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ 'বুঢ়ীআইৰ সাধু'ৱে ল'ৰালিতে তেওঁৰ মনত গভীৰ সাঁচ বহুৱাইছিল। সেই প্ৰসঙ্গ ওলোৱাত আগতে কোৱা কথা এবাৰ পুনৰ তেওঁ উল্লেখ কৰে।

'নিচেই সৰুতে তাৰে গোটাচেৰেক সাধু আইতা আৰু কণ আইটি পেহীদেউৰ মুখত শুনিছিলোঁ। যোৱা আঢ়ৈকুৰি বছৰত বহুবাৰ পঢ়িছোঁ 'বুঢ়ীআইৰ সাধু'। কেইটামান সাধু প্ৰকৃততে কবিতা, ঘনীভূত, মৰ্মস্পৰ্শী, করুণ। যেতিয়াই পঢ়োঁ তেতিয়াই মনৰ ভিতৰত ক'ৰবাত শুই থকা শিশুটো সাৰ পাই উঠে, মই হেঁকুৰি উচুপি উঠোঁ।'

আৰু বহু উপাদানেই ফুকনৰ শৈশৱৰ ভেটি গঢ়িছিল। সেই বিষয়ে সোধাত তেওঁ কয়, 'মোৰ শৈশৱৰ বহু কথা মই বিভিন্ন ঠাইত বিভিন্ন ধৰণে কৈছোঁ। এতিয়া প্ৰায়েই শৈশৱলৈ মনত পৰে। গাঁৱৰ ধূলি-বালি, বোকা, হাবি-বননি, গছ-গছনি, উৎসৱ-পাৰ্বণ, চৰাই-চিৰিকটি, আঘোণমহীয়া পথাৰ, বৰষুণ-কুঁৱলী, মাজৰাতিৰ কেতেকী চৰাইৰ মাত, গাঁৱলীয়া মানুহৰ প্ৰাত্যহিক জীৱনৰ সৌন্দৰ্য, দুখ-আনন্দ, কাজিয়া-পেচাল ইত্যাদি বহুত কথা।

মোৰ ভালেমান কবিতাৰ স্তৰে স্তৰে সোমাই আছে সেই ল'ৰালিকালৰ স্মৃতি, স্বপ্ন, অনুভৱ, আনন্দ, বিষাদ, হাঁহি আৰু চকুলো, ৰ'দ-বৰষুণ-জোনাক-আন্ধাৰ আৰু কাঞ্চন, গুলচ, খৰিকাজাঁই আৰু নাহৰ ফুলৰ গোন্ধ। এজন কবিৰ জীৱনত শৈশৱ আৰু শৈশৱৰ প্ৰভাৱেই সৰ্বাধিক, সুদূৰপ্ৰসাৰী আৰু আটাইতকৈ গুৰুত্বপূৰ্ণ হয়।'

***শিক্ষা জীৱনত আপুনি বহু শিক্ষকৰ অধীনত শিক্ষা লাভ কৰিছে। কোনো এগৰাকী বিশেষ শিক্ষকৰ প্ৰভাৱ আপুনি অনুভৱ কৰেনে ?***

এজনৰ যদি নাম উল্লেখ কৰিবলগা হয় তেখেত হ'ল শ্ৰীযুত ঈশ্বেৰ বৰঠাকুৰ। এতিয়া তেখেত আলৰ বুঢ়া। তেখেতৰ কথা ইতিমধ্যে মই কেবাঠাইতো কৈছোঁ। সাহিত্য-চৰ্চা কৰিবলৈ আৰু লিখিবলৈ তেখেতেই মোক প্ৰথম উৎসাহিত কৰিছিল। তেখেতে নৰ্মাল স্কুলত পঢ়াইছিল। তেখেতে কবিতা লিখিছিল। গোটাচেৰেক কবিতা 'আৱাহন'ত ওলাইছিল। যতীন দুৱৰাৰ 'ওমৰ তীৰ্থ' খন উধৰ পৰা মুখলৈকে তেওঁৰ মুখস্থ আছিল। আৰু 'শোণিতকুঁৱৰী' আৰু 'কাৰেঙৰ লিগিৰী'ৰ বহু সংলাপ। তেখেতে

'ওমৰ তীৰ্থ'ৰ কিছুমান স্তৱক মুকুতা যেন আখৰেৰে লিখি ঘৰৰ বেৰত ওলোমাই থৈছিল। দেৰগাঁও টাউন ক্লাবৰ তেখেত অন্যতম প্ৰতিষ্ঠাতা আছিল। নিজে সুন্দৰ অভিনয় কৰিছিল। দেৰগাঁৱৰ পৰা ওলোৱা প্ৰথম ছপা তিনিমহীয়া আলোচনী 'জ্যোতি' তেখেতে সম্পাদনা কৰিছিল। তেখেতে স্কুললৈ মাজে মাজে চেনিগুটি লৈ গৈ ল'ৰা-ছোৱালীবিলাকক বিলাই দিছিল। স্কুললৈ যাওঁতে কেতিয়াবা আকৌ হাতত একোটা ফুল লৈ গৈছিল আৰু ল'ৰা-ছোৱালীবিলাকক সেইটো কি ফুল সুধিছিল। পাঠদানৰ মাজতে কেতিয়াবা চৰাইৰ মাত শুনিলে সেইটো কি চৰায়ে মাতিছে ল'ৰা-ছোৱালীক সুধিছিল। কেতিয়াবা আকৌ স্কুল ছুটীৰ পাছত কোনো কোনো ল'ৰা-ছোৱালীক চাইকেলত তুলি লৈ গৈ ঘৰৰ সমুখত নমাই থৈ গৈছিল।

জীৱনক সমৃদ্ধ কৰাৰ বাবে ফুকনে শিল্প-সঙ্গীত, চিত্ৰ-ভাস্কৰ্য আৰু লোক-সংস্কৃতিৰ মাজত মনুষ্যত্বৰ সন্ধান কৰি আহিছে। চিত্ৰ, লোকগীত, লোককলা তেওঁৰ কবিতাত প্ৰতিভাত হৈছে নতুন উপলব্ধিৰে। কাব্যচৰ্চাৰ সমান্তৰালভাৱে কৰি অহা শিল্প-চৰ্চাৰ সফল হ'ল দুখ আপুৰুগীয়া গ্ৰন্থ 'লোককলা দৃষ্টি' আৰু 'ৰূপ বৰ্ণ বাক'। চাকৰিৰপৰা অৱসৰৰ পাছতো তেওঁৰ শিল্প জিজ্ঞাসা আৰু কবিতাৰ অধ্যয়নৰ অন্ত পৰা নাই।

*এতিয়া আপুনি কি পঢ়ি আছে ? ভালেমান দিন আপুনি কবিতা নিলিখাৰ কাৰণ কি ? এতিয়া আপুনি কিহত ব্যস্ত ?*

এতিয়া নানা কাৰণত আগৰ দৰে পঢ়িব নোৱৰা হৈছোঁ। অৱশ্যে কাচিৎহে একো নপঢ়াকৈ দিনটো অতিবাহিত হয়। কিতাপ এখন লিৰিকি-বিদাৰি ভাল লাগে। এসময়ত সাধ্য সামৰ্থ অনুসাৰে বিভিন্ন বিষয়ৰ কিতাপ পঢ়িছিলোঁ, এতিয়া কমিল। আজিকালি কবিতা আৰু শিল্প বিষয়ৰ কিতাপেই পঢ়োঁ।

আজি কেইবছৰে মই কবিতা লিখা নাই। মই ভাষাটো সলনি কৰিব বিচাৰিছিলোঁ। চেষ্টাও কৰিছিলোঁ, নোৱাৰিলোঁ, নতুন অভিজ্ঞতা হয়তো কিছু আছে। যিহেতু মোৰ জিজ্ঞাসা আছে, বাস্তৱৰ লগত এটা সম্পৰ্ক আছে।

তুমি জানা যে সত্তৰৰ আৰম্ভণিৰপৰাই মই চীনা কবিতা অনুবাদ কৰি আছোঁ আৰু প্ৰকাশো কৰি আছোঁ। এতিয়া তাৰে সংকলন এখন যুগুতাবলৈ লৈছোঁ। শিল্পকলা বিষয়ৰ তিনিখন গ্ৰন্থৰ পৰিকল্পনা মোৰ আছে আৰু এতিয়া তাতে মাজে-সময়ে লাগি আছোঁ।

ব্যক্তি হিচাপে ফুকন হৃদয়ৱান, উদাৰ আৰু গণতান্ত্ৰিক। সদায়ে মানবীয় সম্পৰ্কক তেওঁ ওপৰত স্থান দি আহিছে। শত্ৰুৰ গুণকো হেলাৰঙে স্বীকাৰ কৰিব পাৰে। কাণ্টে ৰোগশয্যাৰপৰা উঠি আহি চিকিৎসকক বিদায় সম্ভাষণ জনোৱা আচৰণৰ পক্ষপাতী ফুকন। কাণ্টৰ এই কথা তেওঁ আমাক বহুবাৰ কৈছে। এটা সংস্কৃত মনেৰে

মানুহ আৰু জীৱনক শ্ৰদ্ধা আৰু গ্ৰহণ কৰি অহাৰ চেষ্টা ফুকনে এতিয়ালৈকে কৰি আহিছে। ইয়েই তেওঁৰ ব্যক্তিত্বক দান কৰিছে আকৰ্ষণ আৰু আন্তৰিক গুণ। তেওঁৰ চ'ৰাঘৰত গোট খোৱা বিভিন্ন লোকৰ সমাৱেশেই ইয়াৰ প্ৰমাণ।

যোৱা কিছুবছৰ ধৰি বহু নতুন কবিয়ে তেওঁলোকৰ কিতাপ আৰু কবিতা ফুকনৰ নামত উছৰ্গা কৰা কথাই প্ৰমাণ কৰে কবি আৰু মানুহ হিচাপে ফুকনৰ জনপ্ৰিয়তা আৰু স্থিতি। বিশেষকৈ তৰুণ কবিসকলৰ লগত ফুকনৰ সহৃদয়তা মন কৰিবলগীয়া।

'তেওঁলোকৰ কিছুসংখ্যকৰ লগত মই সততে যোগাযোগ ৰাখি আহিছোঁ। তেওঁলোকৰ বহুতকে ব্যক্তিগতভাৱে জানো। কাৰো কাৰো লগত আন্তৰিক সম্পৰ্কও আছে। তেওঁলোকৰ কবিতা পালেই পঢ়োঁ। কিছুমানৰ কিতাপ কিনিও পঢ়িছোঁ। পঢ়ি কোনোখনত হয়তো কেইটামান, কোনোখনত এটা বা দুটা, কোনোখনত কেইশাৰীমান ভাল কবিতা পাইছোঁ। আকৌ কোনোখনত হয়তো একেবাৰেই পোৱা নাই; কিন্তু পঢ়িছোঁ, কাৰণ, তেওঁলোকেই অসমীয়া কবিতাৰ ভৱিষ্যৎ—যদিও তেওঁলোকৰ সকলোৱেই হয়তো কবি নহয়।'

নতুন কবিসকলৰ প্ৰতি স্নেহ আৰু আশাৰ দৰে সমসাময়িক সাৰ্থক লেখকসকলৰ প্ৰতিও আছে তেওঁৰ আত্মীয়তা আৰু শ্ৰদ্ধা।

'সমসাময়িক সাৰ্থক লেখকসকলক লৈ মই গৌৰৱ অনুভৱ কৰোঁ। আমি যেন ইজন-সিজনৰ সম্পূৰক। আনকি, ভাৰতীয় বিভিন্ন ভাষাত লিখি থকা মোৰ সমসাময়িক কোনো কোনো লেখকৰ মাজত মই নিজকে বিচাৰি পাওঁ আৰু মুগ্ধ হওঁ। কাৰণ, আমি কোনোবাই কাৰোপৰা এটা অৰ্থত নিলগত থকা নাই। মনৰো মিল অনেক।'

ফুকনৰ ভালেমান কবিতাই, কবিতাৰ পংক্তিয়ে আমাৰ বহুতকে মাজে মাজে অনুসৰণ কৰি থাকে। হয়তো আগলৈকো কৰি থাকিব।

হাতত খোলা তৰোৱাল হৈ আহিবা
বেদনা যি তৰোৱালৰ ধাৰ

তইহে জানিলিহেঁতেন
এতিয়ানো কি ঋতু
মোৰ তই সৰু চৰাই
সাত সমুদ্ৰত শঙ্খ
বাজিছেনে নাই।

শ্ৰীমতী, ১-১৫ ফেব্ৰুৱাৰী, ১৯৯৪

*বৃহৎ মানৱ জীৱনৰ*
*সন্ধান কৰিছোঁ*

# নীলপৱন বৰুৱা

***ল'ৰালিতে আপুনি ছবিৰ প্ৰতি আকৃষ্ট হৈছিল নেকি ? শিল্পজগতত প্ৰৱেশ কৰিলে কি দৰে?***

ছবি অঁকাৰ কাৰণে নহয়, ছবিয়ে মুগ্ধ কৰিছিল বাবেই ছবি চাই ভাল পাইছিলোঁ। ছবিৰ ভাষাৰেহে পাৰিপাৰ্শ্বিকক বুজিবলৈ বিচাৰিছিলোঁ। বসন্ত, বিহু, কুলি-কেতেকীৰ মাতৰ বিষয়ে কবিতাত বা পদ্যত পঢ়ি বাস্তৱত তাক বিচাৰি ব্যৰ্থ হোৱা মনত আছে। ব্ৰহ্মপুত্ৰৰ বিষয়ে কবিতা পঢ়ি যি অনুভূতি হৈছিল বাস্তৱত তাক বেলেগ দেখিছিলোঁ। অৱশ্যে বিষ্ণুনামৰ ব্ৰহ্মপুত্ৰখন যেন প্ৰথমবাৰ দেখিয়েই চিন্যাকি চিনাকি লাগিছিল। নিচেই সৰুতেই ব্ৰহ্মপুত্ৰ প্ৰথম দেখিছিলোঁ জাঁজীমুখত অশোকাষ্টমীত স্নান কৰিবলৈ যাওঁতে। জাঁজীমুখত এখন কুমাৰগাঁও আছে। তাৰে নামঘৰত আমি ৰাতি কটাইছিলোঁ কেইবাবাৰো। ৰাতি টিপচাকি এটা হাতত লৈ বুঢ়ীআইতা এগৰাকীয়ে আমাক চাবলৈ আহিছিল। আইতাই হাতত পুতলা লৈ আহি আমাৰ হাতে হাতে একোটি দি এটা সুন্দৰ হাঁহি মাৰি গালে-মুখে হাত ফুৰাই মৰম কৰিছিল। পিছদিনা নিচেই পুৱাতে বগৰীগুৰি চাপৰিৰ উলুৱনি আৰু বগৰী গছৰ মাজেদি যাওঁতে আৰি মিৰিৰ ম'হে শিং তুলি তুলি চাইছিল। আৰি বোলা মিচিং মানুহজনৰ বহুত ম'হ এই চাপৰিত মেলি থয় বুলি শুনিছিলোঁ। সেই ম'হবিলাক প্ৰায় বনৰীয়াৰ নিচিনা আছিল। আৰি মিৰিক আমি আমাৰ গাঁৱৰ মাজেদি ঘোঁৰাত উঠি যোৱাও দেখিছিলোঁ। মানুহজন কুঁজা আছিল। বেলি ওলাওঁতে-নৌওলাওঁতে আমি গৈ ব্ৰহ্মপুত্ৰৰ পাৰ পাইছিলোঁগৈ। বগৰী আৰু উলুৱনিৰ ডাঠ ঘাঁহনিৰ পৰা ওলায়ে লুইতৰ বগী ধকে-ধকি বালি পালোঁগৈ। কুৰুৱা এটাই চোঁ মাৰি মাছ এটা ধৰি নিলে। বালীমাহী আৰু গংগা চিলনীয়ে বালিত ডেও দি ফুৰিছে। ইপাৰৰ শালমৰা ঘাটৰ কুমাৰ গাঁৱৰ পানী-ঘূঁৰলিত থকা টেকেলিৰ দ'মবোৰৰ সুমথিৰা ৰংটোও চকুত পৰিল। মিচিং গাঁৱৰ দুটামান ঘৰ পানীৰ ওচৰতে দেখিলোঁ। এইপাৰে

ঘাট-জাল চপাই মাছমৰীয়াই মাছ ধৰিছে। দুপৰীয়াৰ ফালে জালেৰে বিৰাট বিৰাট ভেউ মাছ কেইটামান ধৰিলেই। মাছবোৰ বেঢ়ি-কুৰি আনি পচাৰে মাৰি বালিত পেলাইছেহি, ইফালে ছলাট ছলাট কৰি মাৰি থকা টৌবোৰ বাঢ়িবলৈ ধৰিলে। দুবৈত চুঙা এটাৰ পৰা ধোঁৱা ওলাইছে আৰু ভোঁকে এটা শব্দ হ'ল। কাঠৰ ঘৰ এটা পানীত জোৰেৰে ওপঙি আহি আছে। ডাঙৰ ল'ৰাবোৰে 'জাহাজ জাহাজ' বুলি চিঞৰিবলৈ ধৰিলে।

জাহাজখন পানী ফালি আগলৈ গৈ আছে। উঠিবলৈ বৰ মন গৈছিল, পিছে ওচৰ নেচাপিল, দূৰেদি গুচি গ'ল। বালিত কোনোবাই বাসন্তী পূজা পাতিছে। ঘট এটাত ৰঙা কাপোৰ মেৰিয়াই থৈছে। ঘটৰ মুখত কিছুমান গছৰ পাত আৰু ফুল। ওচৰত নৈবেদ্য আদি সজাই থোৱা আছে। সিংহৰ ওপৰত গোসাঁনী বহি আছে। ৰঙা-নীলা ৰঙৰ প্ৰতিমা। চালে চকুৰোৱা। একেলগে কিমান দৃশ্য, কিমান ৰং। এয়া বোধহয় মোৰ প্ৰথম চিত্ৰৰ পাঠ আছিল। আৰু আমাৰ গোসাঁই ঘৰত সিংহ, গৰুড়, চিপাহী আদি বহু মূৰ্তি আছিল আৰু ইঞ্জিনিয়াৰ দদাইদেৱে আমাৰ চ'ৰাঘৰটোৰ সৰুকৈ কৰা নমুনাটো ওপৰৰ চাঙত তুলি থৈছিল। সেইটো দেখি নিজে এটা সাজিবলৈ বৰ ইচ্ছা হৈছিল, সাজিব হ'লে নোৱাৰিলোঁ। আমাৰ সৰু দদাইদেউ বিজয় প্ৰকাশ বৰুৱাই এনেবোৰ বস্তু তৈয়াৰ কৰিছিল। পুতলা উৰাজাহাজ আৰু চিপাহী সাজি জাপান-ইংৰাজৰ যুদ্ধ পাতিছিল। দদায়ে থিয়েটাৰৰ দৃশ্য আদিও কৰিছিল। থিয়েটাৰৰ প'ষ্টাৰ বৰ সুন্দৰকৈ আঁকিছিল। এইবোৰ চাই বৰ ভাল পাইছিলোঁ — নিজে হাত দিয়া নাছিলোঁ। এবাৰ লাচিত মেলাত মহাত্মা গান্ধীৰ এখন ডাঙৰ ছবি দেখিছিলোঁ। আঠ-দহ ফুটমান ওখ হ'ব। '৪৮ চনত যোৰহাটৰ নৰ্মাল স্কুলত এখন ডাঙৰ প্ৰদৰ্শনী হৈছিল। সেই প্ৰদৰ্শনীত বহুতো পুৰণি ঐতিহ্যপূৰ্ণ বস্তু প্ৰদৰ্শন কৰা হৈছিল। 'আৱাহন', 'বৰদৈচিলা', 'বসুমতী', 'ভাৰতবৰ্ষ' আদি অসমীয়া-বঙলা আলোচনী, ৰামায়ণ-মহাভাৰতৰ ৰঙীণ ছবি দেখিছিলোঁ। পঞ্জিকাৰ ছবিয়েও মনত ৰেখাপাত কৰিছিল।

ডাক টিকট গোটোৱা, পুৰণি মুদ্ৰা সংগ্ৰহ কৰা আদি বহুতো চখ আছিল। এবাৰ ডাঙৰ বহী এখন কৰি কাগজে-পত্ৰে পোৱা ছবিবোৰ লগাই থৈছিলোঁ। তাৰ প্ৰথমখন ছবি আছিল — লিঅ'নাৰ্ড ডা ভিঞ্চিৰ আত্মপ্ৰতিকৃতি। পিছৰখন আছিল মাইকেল এঞ্জেলোৰ কোনোবা মূৰ্তিৰ ছবি। তেতিয়া সেইসকলৰ বিষয়ে ভালকৈ বুজি পোৱা নাছিলোঁ। পিছলৈ ৰবীন্দ্ৰনাথ, পুস্কিন আদিৰো ছবি সংগ্ৰহ কৰিছিলোঁ। আমাৰ চ'ৰাঘৰত বাঁহৰ কাঠিৰ ওপৰত কৰা জাপানী দৃশ্যচিত্ৰ (Landscape) আছিল — মাছৰ বাকলিৰে কৰা কিছুমান ছবিও দেখিছিলোঁ। ৰাজা ৰবি বৰ্মাই কৰা কিছুমান ছবি বহু মানুহৰ বৈঠকখানাত দেখা মনত আছে। আমাৰ পেহীৰ ঘৰত দুৰ্বাসাই শকুন্তলাক শাপ দিয়া নানান অলঙ্কাৰ লগাই আৰু জিলিকাই তোলা ছবিখনো মনত আছে। এইখনো

বোধহয় ৰাজা ৰবি বৰ্মাৰে আছিল। তেতিয়া অৱশ্যে কাৰ ছবি জনা নাছিলোঁ—ছবি চাই মুগ্ধ হৈছিলোঁ আৰু ভৱিষ্যতে ছবিৰ জগতলৈ অহাৰ হয়তো গোপন বাসনা মনতে পোষণ কৰিছিলোঁ।

এবাৰ আমাৰ এখন ডাঙৰ কটাৰী ভঙ্গাৰ্ত তাৰে এটুকুৰা জোঙা হৈ পৰি আছিল। তাৰে বাঁহ এডালত আঁকিছিলোঁ—তাৰে এটা চুঙাত ৰবীন্দ্ৰনাথৰ আৰ্হিৰ ডাঢ়ি থকা এখন মুখ আৰু এটাত বেজবৰুৱাৰ নিচিনা মুখ হৈছিল। এয়ে মোৰ ছবি আঁকাৰ প্ৰথম আৰম্ভণি আছিল।

১৯৫৫ চনত এজনৰ লগত জেদ ধৰি মাজুলী-লক্ষীমপুৰ আদিত খোজকাঢ়ি গাঁও-ভুঁই চাই ঘূৰি ফুৰিছিলোঁ। পথে পথে ঘূৰোঁতে বাটে-ঘাটে দেখা চিত্ৰবোৰ ৰেখাৰে আঁকি থ'লে এটা স্থায়ী ৰূপ থাকি যাব। এই পথ পৰিক্ৰমাৰ ভাবটো বহল হৈ গৈ এসময়ত সমগ্ৰ পৃথিৱীৰ পথেৰে সামৰাৰ কথা ভাবিছিলোঁ— সেই পৰিক্ৰমাত সাৰথি হওক কলম-পেঞ্চিল, বাটে বাটে ঘূৰিম দেশ চাম— ৰেখাচিত্ৰ কৰিম, সেইবোৰ কোনোবা কাগজত প্ৰকাশ কৰিম, তাৰে দুপইচা সংগ্ৰহ কৰি খাদ্য-পানীয়ৰ যোগাৰ কৰিম। সেই চিন্তাৰ পৰিণতিত আৰু পাঁচ বছৰৰ পিছত শান্তি নিকেতনলৈ ওলালোঁ। ১৯৬০ চনৰ আমাৰ ভাতৃঘাতী যুদ্ধৰ কাৰণে সেই বছৰ তাত ভৰ্তি হোৱা নহ'ল — পিছৰ বছৰতে ছাত্ৰ ৰূপে যোগ দিলোঁ। চিত্ৰ শিক্ষা কৰিবলৈ ওলাইছিলোঁ পৃথিৱী ভ্ৰমণত সহায় হ'ব বুলি। পিছে পথ ভুলি চিত্ৰৰ ক্ষেত্ৰখনতে ভ্ৰমি ফুৰিছিলোঁ।

দেউতাইঁত কলিকতাত ছাত্ৰ থকাৰ সময়ত কিছুদিন বিখ্যাত ঠাকুৰ পৰিয়ালৰ বাসগৃহৰ ওচৰতে আছিল। তেওঁলোকৰ ঘৰৰ বহুতো ল'ৰাই দেৰিকৈ শুই উঠি ওচৰৰ চাহৰ দোকানত দুপৰীয়ালৈকে আড্ডা দিয়া দেখিছিল — তেওঁলোকৰ মাজত ভালেকিজন শিল্পী-সঙ্গীতজ্ঞও আছিল। আমাৰ কোনোবা এজনে বোলে তেওঁলোকৰ নামকৰণ কৰিছিল 'খোদাৰ খাচী' অৰ্থাৎ অলস প্ৰাণী। সেই সময়ত অন্যান্য শিল্পীসকলকো দেখিছিল অদ্ভুত বেশ-ভূষণত। সমাজৰ লগত নিমিলা চৰিত্ৰৰ। খাদ্যাখাদ্যৰ বিচাৰ নোহোৱা (তেতিয়াৰ দিনত) চিত্ৰ মনত পেলাই দেউতাৰ আমাক চিত্ৰশিল্পী হোৱাটো আশা কৰা নাছিল। পিছত অৱশ্যে অনুমতি দিলে। আৰু বহুদিনৰ পিছত বোলে এখন সভাত শিক্ষাৰ বিষয়ে ক'বলৈ গৈ দেউতাই কৈছিল— 'আজিৰ শিক্ষাৰ ধাৰা বদলিল, অন্যৰ কথা নকওঁ মোৰ ল'ৰাটোৱে চিত্ৰ, শিক্ষা কৰি আহোঁতে মই ভাবনাত পৰিছিলোঁ, ই এতিয়া কি কৰে — কিন্তু এতিয়া দেখিছোঁ — ছবি, মূৰ্তি কৰি সমাজত বহিবলৈ ঠাই এটুকুৰা উলিয়াই লৈছে।" এইদৰে মই শিল্পৰ জগতলৈ আহিলোঁ, তাতে বসবাস কৰিছোঁ আৰু বহুতক এই ক্ষেত্ৰলৈ আহিবলৈ পথ উলিয়াই দিয়াত সহায় কৰিছোঁ।

***শান্তি নিকেতনৰ অভিজ্ঞতা ?***

মোৰ প্ৰথম অভিজ্ঞতা—শান্তি নিকেতনে তাত থকা সকলোকে আত্মমৰ্যাদাৰ প্ৰতি সজাগ হ'বলৈ শিকায়।

নিজৰ সন্মান তোমাৰ নিজৰ।

পাৰিপাৰ্শ্বিক অভিজ্ঞতাৰ পৰা শিকা।

তুমি সকলোকে সন্মান কৰা, তোমাকো সকলোৱে সন্মান কৰিব। —এই চৰ্তত আমি আমাৰ শিক্ষাগুৰুসকলৰ প্ৰতি সজাগ আছিলোঁ। তেখেতসকলৰ প্ৰদৰ্শিত পথত খোজ পেলাইছিলোঁ। সততে যত্ন কৰিছিলোঁ আমি জ্ঞাতে-অজ্ঞাতে যাতে তেখেতসকলৰ মনত দুখ নিদিওঁ। এই ভাবে আমাক বিনয়ী হ'বলৈ শিকাইছিল।

শান্তি নিকেতনত মাত্ৰ দুটাই শ্ৰেণী আছিল — এই শ্ৰেণীক (এজনক) এজনে সন্মান কৰে, এজনে এজনক স্নেহ কৰে। তেহেলৈ তেওঁ বিশ্ববিদ্যালয়ৰ সৰ্বোচ্চ সন্মানিত ব্যক্তি উপাচাৰ্যই হওক বা চতুৰ্থ শ্ৰেণীৰ পিয়ন-চকিদাৰেই হওক। এতিয়াৰ কথা নেজানো, আমাৰ সময়লৈকে আমি পিয়ন, চকিদাৰ আদি সকলো জ্যেষ্ঠ লোকক দাদা বুলি সম্বোধন কৰিছিলোঁ।

আমি শান্তি নিকেতনৰ প্ৰকৃতিৰ খুউব ওচৰ চাপি গৈছিলোঁ। বীৰভূমৰ সৰল আৰু বৈৰাগী ধৰণৰ প্ৰকৃতিয়ে আমাক সহজ হ'বলৈ শিকাইছিল। পোছাক-পাতি,আচাৰ-ব্যৱহাৰ সকলোতে বাহুল্য বৰ্জন কৰিবলৈ শিকাইছিল। সৰু-বৰ সকলো কামকে কৰিবলৈ সমানে উৎসাহিত কৰিছিল শান্তি নিকেতনৰ আবহাৱাই। অমাৰ্জিত-অৰুচিকৰ পোছাক, আচাৰ-ব্যৱহাৰ সকলোৱে ঘৃণা কৰিছিল আৰু নিজৰ কোনো কামকে কোনো লোকে নিঘিণাইছিল। এইদৰে এক শুচি-শুদ্ধ পৰিমণ্ডলত আমি পবিত্ৰ আৰু শুচি-শুদ্ধ হ'বলৈ সততে যত্নৱান আছিলোঁ।

শান্তি নিকেতন সহশিক্ষাৰ অনুষ্ঠান। কেতিয়াবা ইয়াত ছাত্ৰতকৈ ছাত্ৰীৰ সংখ্যা অধিক যেন অনুভৱ হৈছিল আৰু সততে ছাত্ৰসকলে ছাত্ৰীসকলৰ লগত উঠা-বহা কৰোঁতে স্ত্ৰীজাতিৰ প্ৰতি সন্মান যাচি ব্যৱহাৰ কৰোঁতে সকলোতে সুৰুচিৰ প্ৰকাশ হৈ আঁৰভাবৰ পৰিশীলন ঘটিছিল। বিভিন্ন দেশ আৰু ৰাজ্যৰ পৰা অহা নানান ভাষা-ভাষী ছাত্ৰ-ছাত্ৰীবিলাকৰ মাজত আদান-প্ৰদানৰ মাজেৰে সমস্ত পৃথিৱী এক হৈ পৰিছিল। বিশ্বভাৰতীয়ে প্ৰকৃততে এক বিশ্বভাতৃত্বৰ ভাব জগাই তুলিছিল। পঢ়া-শুনাত সাংঘাতিক কিবা এটা নহ'লেও শান্তি নিকেতনৰ প্ৰতিগৰাকী ছাত্ৰ আৰু প্ৰতিগৰাকী ছাত্ৰীয়ে এই গুণবিলাকৰে গুণৱান হৈ উঠিছিল আৰু যিকোনো সমাজত সহজে মিলিব পাৰিছিল। অযথা পুৰুষত্ব দেখুৱাই মিছা ভেম, মিছা গৰ্ব, মিছা শক্তি প্ৰয়োগৰ পৰা দূৰত থকাৰ কাৰণে, বিনয়ী হোৱাৰ কাৰণে শান্তি নিকেতনৰ ছাত্ৰ সমাজক 'মেয়েলি' বা ছোৱালী

ছোৱালী যেন লগা বুলি কোৱা শুনা যায়; এজন প্রকৃত শান্তি নিকেতনী ছাত্রই সমাজত কিবা নহয় কিবা এটাৰে বিশিষ্ট হোৱা চকুত পৰে। এইবিলাকৰ বাহিৰেও প্রসিদ্ধ শিল্পী, প্রসিদ্ধ চিন্তাবিদ, শিক্ষাবিদ, সঙ্গীতজ্ঞ আদি সান্নিধ্যত লাভ কৰা আনন্দৰ অভিজ্ঞতাৰ কথা জনালে এখন মহাভাৰত হ'ব। তাৰ উপৰি বীৰভূমৰ গেৰুৱা মাটিৰ সান্নিধ্যৰ অভিজ্ঞতাই চিৰঋণী কৰি ৰাখিছে।

***শান্তি নিকেতনৰ পৰিবেশে মনত স্বাধীন চিন্তাৰ জন্ম দি স্থানীয় ঐতিহ্যৰ ভেটিত কাম কৰাৰ প্রেৰণা যোগাব পাৰিছিলনে ?***

শান্তি নিকেতনলৈ গৈ প্রথমেই তাৰ লোকসকলে ভিন্নদেশৰ ভিন্নভাষা, ভিন্ন আচাৰ-ব্যৱহাৰ আদি জনাৰ কাৰণে কৰা আগ্রহ দেখি অবাক হৈছিলোঁ। নৱাগত আদৰণী সভাত বিভিন্ন ভাষা-ভাষীৰ নাচ-গান আদিয়ে সকলোকে মুগ্ধ কৰিলে। সামান্য কিবা জনাজনকো বৰ প্রশংসা কৰা হৈছিল। মোৰ নিচিনাজনকো গান গোৱাইহে ৰেহাই দিছিল। সেই উৎসাহতে পিছলৈ ৰবীন্দ্র সংগীত আৰু নানা দেশ-বিদেশৰ গীত-মাতত নিজৰ গলাৰ ব্যৱহাৰ কৰিবলৈ চেষ্টা কৰিছিলোঁ।

শান্তি নিকেতনৰ প্রথম পাঠ লোৱা কেইদিনমানৰ ভিতৰতে আমাৰ ষ্টুডিঅ'ৰ ওপৰত এটা ভাতী তৈয়াৰ কৰি অধ্যক্ষ বিশ্বৰূপ বসুৱে (নন্দলাল বসুৰ বৰপুত্র) মাটিৰ বস্তু পুৰি গ্লেজড় কৰাৰ উপায় কৰিছিল। সেইটোত মই উৎসাহিত হৈ ভালকৈ বস্তুটো লক্ষ্য কৰিলোঁ — ভৱিষ্যতে নিজৰ ঠাইত মৃৎশিল্পৰ এই বিদ্যা শিকি প্রচাৰ কৰিব লাগিব। এই শিল্পক ব্যাৱহাৰিক স্তৰত লগাই জীবিকা নির্বাহৰ পথ মোকলাব লাগিব। আৰু চিত্র-ভাস্কৰ্যৰ চাৰু শিল্পক মনৰ আৰু ৰসৰ খোৰাক হিচাপে প্রতিষ্ঠা কৰিব লাগিব। গুৱাহাটীলৈ ঘূৰি আহি স্থানীয় আৰ্ট স্কুলত শিক্ষকতা কৰাৰ লগে লগে 'নীলপৱন' আৰ্ট পটাৰী' নাম দি মৃৎশিল্পৰ এটা প্রতিষ্ঠান খোলাৰ কাম হাতত লৈছিলোঁ — সময়ত বহু কাৰণত সেইটো হৈ নুঠিল। শান্তি নিকেতনে আমাৰ শিল্পৰ দাস হ'বলৈ শিকোৱা নাছিল। জীৱনৰ বিভিন্ন দিশত শিল্পৰ ৰস বোৱাই দি ৰসাল পৰিশীলনৰ বাবে সমাজক জগাবলৈহে সদায় সকীয়াইছিল। ডাঙৰ গছৰ গুটি বহু দূৰলৈ বিভিন্ন উপায়েৰে প্রাকৃতিক নিয়মমতে বিলাই-বিয়পাই দিয়াৰ দৰে কৃপণৰ দৰে আমাক ধৰি নেৰাখি বিশ্বৰ বিভিন্ন প্রান্তৰলৈ বিয়পাই দিছিল। শিক্ষাৰ্থীৰ নিম্ন প্রান্তৰলৈতো কথাই নাই। ৰামকিঙ্কৰে এবাৰ কথাত লাগি কৈছিল—"গুৰুদেৱ ৰবীন্দ্রনাথ এই আশ্রম বানাল-বানাও দেখিনা একটা বাগান"। মুখ খুলি নক'লেও এই আহ্বান মই গ্রহণ কৰিছিলোঁ। তাৰ এটা অংশ পূৰাও কৰিছিলোঁ। শেষবাৰ ৰামকিঙ্কৰক লগ পাওঁতে তেখেতে নিজৰ পৰাই কৈছিল—"হে শুনেছি তুমি নাকি খোলা মঠে (জঙ্গ পথাৰত) কি একটা বানিয়েছ।" এই আশীৰ্বাদে এতিয়াও উৎসাহ যোগায় নতুন নতুন কাম কৰিবলৈ।

*কি মাধ্যমৰ প্ৰতি আপুনি আগ্ৰহী হৈছিল ?*

আমাৰ সময়ত শান্তি নিকেতনত ভাস্কৰ ৰামকিঙ্কৰৰ প্ৰচাৰ, প্ৰসাৰেই বেছি আছিল । সেই কাৰণেই বোধহয় আৰু বলবীৰ সিং কাট আদি ভাস্কৰ বন্ধুৰ লগ পাই ভাস্কৰ্যৰ প্ৰতি বিশেষভাৱে আকৃষ্ট হৈছিলোঁ। খোদাই কামতকৈ মই মডেলিঙৰ কাম বেছি কৰিছিলোঁ— সাধাৰণ মাটিৰ মূৰ্তিকে পুৰি টান কৰি লৈছিলোঁ য'ত খৰচ কম পৰে। পিছত মৃৎপাত্ৰ কৰোঁতে এনে বহুত মূৰ্তি কৰিছিলোঁ। পোৰামাটি টেৰাকোটাৰ কাম কৰিবলৈ লওঁতেই অসমলৈ ঘূৰি আহিবলগীয়া হ'ল—বহুত অসুবিধাৰ কাৰণে। মাটিৰ কাম বাদ দি ৰং-তুলিৰ কাম আৰম্ভ কৰিলোঁ। প্ৰথমে সাধাৰণ চিয়াঁহীৰে ড্ৰয়িং কৰাত মন দিছিলোঁ। ড্ৰয়িঙৰ লগে লগে অন্যান্য ছবি কৰিবলৈও ল'লোঁ—লাহে লাহে তেল ৰং আৰু এক্ৰাইলিক ৰঙৰ ব্যৱহাৰ কৰিবলৈ ধৰিলোঁ। লগে লগে সহজে পোৱা খৰচৰ মাধ্যমৰ প্ৰতি মন দি কাগজৰ মণ্ডৰ ওপৰত ছবি কৰিবলৈ ল'লোঁ। ব্যৱহাৰ কৰোঁতে কৰোঁতে নতুন এটা পদ্ধতি আৱিষ্কাৰ হ'ল। বৰ্তমান এই পদ্ধতি বহুতকে শিকাইছোঁ আৰু কিছুমানে দেখিও শিকিছে। এই পদ্ধতিত অন্য ধৰণেৰে প্ৰথমে কাম কৰিছিল—সোমনাথ হোৰে। অসমৰ ৰমেশ বণিক্যই কিছু কাম কৰিছিল—তেওঁৰ পদ্ধতিকে বহলাই মই মোৰ পদ্ধতি আৱিষ্কাৰ কৰোঁ।

*শান্তি নিকেতনৰ পৰা উভতি আহি কি কৰিম বুলি ভাবিছিল আৰু তাক কৰিব পাৰিছিল নে?*

আজিৰ প্ৰখ্যাত শিল্পী বেণু মিশ্ৰ আমাতকৈ চাৰি-পাঁচ বছৰমান আগতে গুৱাহাটীলৈ ঘূৰি আহে। অহাৰ আগতে তেখেতক সুধিছিলোঁ, অসমলৈ ঘূৰি গৈ আমি কেনেধৰণৰ কাম কৰিমগৈ। একেবাৰে আদিৰ পৰা কৰিম নে একেবাৰে সৰ্বাধুনিক পদ্ধতিৰে কাম কৰিম। মিশ্ৰই কোৱা মনত আছে — আমি দুইটাৰে প্ৰতি দৃষ্টি ৰাখিব লাগিব — কিছু কাম কৰোঁতে মাজত ধৰি কৰিব লাগিব। পুৰণিত নতুন, নতুনত পুৰণিৰ সংযোগ ঘটাই অসমত এটা চিত্ৰ ভাস্কৰ্যৰ আধুনিক ধাৰাৰ প্ৰসাৰ-প্ৰচাৰ ঘটাব লাগিব। অন্য নহ'লেও নিজৰ কাঠামোৰ প্ৰতি দৃষ্টি ৰাখি হ'লেও; তাৰ কাৰণে পথ মোকলাবলৈ প্ৰথমে Pottery ৰ কাৰখানা খোলাৰ কাৰণে কাম হাতত লৈছিলোঁ, যিটো মোৰ শিক্ষাৰ প্ৰথম বৰ্ষৰে পৰা মনে আঁচনি যুগুতাই ৰাখিছিল। ইয়াৰ পৰা প্ৰথমে জীৱিকাৰ লগতে পৃথিবীৰ আদি উদ্যোগ মৃৎশিল্পৰ চৰ্চা হ'ব আৰু লাহে লাহে নিজক প্ৰতিষ্ঠা কৰি লৈ শিল্পৰ প্ৰতিষ্ঠাৰ প্ৰতিও মন দিব পাৰিম। পিছে সেইটো হৈ নুঠিল। এই কথা আগতেও কৈ আহিছোঁ। অকলে কোনো কাম নহয় —এটা চকা নুঘূৰে, সেই কাৰণে লগ লাগি কাম কৰাৰ প্ৰতি আগ্ৰহী হ'লোঁ — "সংঘে শক্তি কলৌ যুগে" বোলা কথাষাৰ সাৰোগত কৰি। শিল্পক প্ৰতিষ্ঠা কৰিম বুলি ভবা দম্ভই মোক উগ্ৰ্যুক্তা

কৰি শিল্পইহে আমাক প্ৰতিষ্ঠা কৰিলে। সামান্য ড্ৰয়িং পেইন্টিঙৰ চৰ্চা কৰিবলৈ লওঁতেই আমি লাহে লাহে সমাজৰ চকুত পৰিবলৈ ধৰিলোঁ।

*যৌৱনৰ স্বপ্ন আৰু আজিৰ উপলব্ধিৰ মাজত পাৰ্থক্য কি ?*

আপুনি যিদৰে প্ৰশ্ন কৰিছে, মই যেন বুঢ়া হৈ গ'লোঁ। কাম আৰম্ভ হৈছেহে মাথোঁ। উদ্যোগ পৰ্ব শেষ কৰিলোঁ, এতিয়া কুৰুক্ষেত্ৰ যুদ্ধ আৰম্ভ হ'ব (ধ্বংসৰ নহয়)। বিভিন্ন শিবিৰত পাঞ্চজন্য নিনাদিত হৈছে। শিল্পৰ লাভবান দিশটোৰ ফয়দা উঠাবলৈ বহু শিবিৰত উখল-মাখল লাগিছে। এতিয়া প্ৰকৃত শিল্পীৰ পৰিচয় পোৱা যাব। যৌৱন আৰম্ভ হ'ল মাথোঁ — কৰ্মৰে ভৰা যৌৱন। অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ ধাৰণা সময় পালে ক'ম। সেই ইচ্ছা আগলৈ থ'লোঁ।

*গুৱাহাটীত আহি আৰ্ট স্কুলৰ শিক্ষকতা কৰি কি পৰিৱেশৰ সন্মুখীন হৈছিল ?*

আৰ্থিক অনাটন, ৰাইজৰ উপেক্ষা আদিৰে গেঠেলা লগা পৰিৱেশত সেই সময়ত আৰ্ট স্কুলৰ অৱস্থা বৰ দুখলগা আছিল। চৰকাৰৰ পৰা ধন অহালৈ, স্বীকৃতি অহালৈ বাট চাই থকাৰ ধৈৰ্য মোৰ নহ'ল; ডেৰকুৰিৰ ডেওনা চেৰাই যোৱাত মনত খৰধৰ লাগিল। সোণাৰামৰ হাতত ধৰি খেলপথাৰৰ মাজ পালোঁহি ।

*ফাইন আৰ্টছ ছ'চাইটি গঠনৰ জৰিয়তে আপোনাৰ কল্পনাৰ আৰ্ট ছ'চাইটিখন গঠন কৰিব পাৰিলেনে? ছ'চাইটিয়ে অসমৰ শিল্পজগতখনলৈ কি অৰিহণা যোগাব পাৰিছে বুলি ভাবে?*

১৯৭১ চনৰ পৰা ছেপ্টেম্বৰত 'অসম ফাইন আৰ্টছ ছ'চাইটি'ৰ প্ৰতিষ্ঠা হয়। ১৯৭১ চনৰ পৰা ১৯৯১ চনলৈ কুৰি বছৰ কেনি পাৰ হৈ গ'ল ক'বকে নোৱাৰিলোঁ। প্ৰকৃততে দৰকাৰ অনুযায়ী মানুহে কিবা বিচাৰে। আমি কেইজনমান চিত্ৰকৰ ভাস্কৰে এটুকুৰা স্থান বিচাৰিছিলোঁ নিজকে সুৰক্ষিত কৰিবৰ বাবে। মাজে মাজে মঞ্চও বোলোঁ—কিন্তু মঞ্চ সঠিকভাৱে এতিয়াও তৈয়াৰ হোৱা নাই। সমাজৰ পৰা বাহিৰত, ফুটবল খেলা, বক্তৃতা দিয়া ময়দানত আমি আশ্ৰয় লৈছিলোঁ — সেই সময়ত বৰ্তমান ফাইন আৰ্টছ ছ'চাইটি থকা ঘৰটোৰ অৱস্থা বৰ পুতৌ লগা আছিল ।একেদৰে পুতৌজনক আছিল তাৰ বাসিন্দাসকলৰ অৱস্থাও। আমি তাত আশ্ৰয় লওঁতে ৰে'ল ষ্টেচনত, দলঙৰ তলত বা গছৰ তলত বাস কৰা ভিক্ষাৰীতকৈ আমাৰ অৱস্থা উন্নত নাছিল। আমাৰ অগ্ৰজ শিল্পী আশুদেৱে এই ভাব আঁতৰাই ইয়াৰ নামকৰণ কৰিছিল 'নীৰৱ বিপ্লৱ' বুলি। সমাজৰ মাজতে অথচ দূৰত (খেলপথাৰ য'ত মানুহ নাথাকে, বৰ বেছি থাকিলেও চকিদাৰ আদি) কোনো চিএৰ-বাখৰ, শ্লোগান নাই, নিজকে প্ৰতিষ্ঠা কৰিবলৈ সমাজৰ উপেক্ষাক আওকাণ কৰি এদল শিল্পীয়ে দিন-ৰাতি একাকাৰ কৰি কৰ্মৰত বসত ভোজ

পাতিবলৈ চেষ্টাত লাগি থকা এই কৰ্ম মঞ্চক প্ৰকৃততে নীৰৱ বিপ্লৱ নামটোৱেই শুৱায়। ফাইন আৰ্টছ ছ'চাইটিয়ে কোনোদিনে নিজৰ প্ৰশংসাত-নিজৰ প্ৰচাৰত সৰৱ নহয় — অথচ নীৰৱে দূৰে দূৰে থাকি সমাজত এটা ডাঙৰ বিপ্লৱৰ সূচনা ঘটালে আজিৰ পৰা কুৰি বছৰত। আগৰ এই নীৰৱ বিপ্লৱ আজি সমগ্ৰ অসমতে সৰৱ হৈ পৰিছে। সেই সময়ত আমি কেইজনমান ছবি অঁকা মানুহ, দুজনমান কবি, দুজনমান সাহিত্যিক, কেইজনমান সমাজ সচেতন যুৱক যিসকলে খেলে, গায়, নাটক কৰে, ছবি কৰে, ৰাজনীতি কৰে — তেনে এটা সৰু দল পাইছিলোঁ লগত। আজি কিন্তু গাঁও-ভুঁইলৈও শিল্পৰ যাত্ৰা আৰম্ভ হৈছে ; আনকি গাঁৱলীয়া অঞ্চলত আৰ্ট স্কুল প্ৰতিষ্ঠা কৰিবলৈ উঠি পৰি লাগিছে। এই উঠি-পৰি লগা কাৰবাৰটোত ছবি অঁকা লোকতকৈ সাধাৰণ লোকৰ উৎসাহ দেখি ভাব হৈছে , এই ধাৰাটো বৰ্তি থাকিব। ১৯৪৭ চনত প্ৰতিষ্ঠিত আৰ্ট স্কুল এতিয়া চৰকাৰী আৰু বিশ্ববিদ্যালয়ৰ স্বীকৃতিপ্ৰাপ্ত মহাবিদ্যালয়ত পৰিণত হ'ল। অথচ ১৯৫৮ চনত প্ৰতিষ্ঠিত ললিত কলা একাডেমী কালৰ বুকুত জাহ গ'ল। বৰ্তমান দায় সৰা চৰকাৰী ব্যৱস্থাৰে শিল্পীক প্ৰদৰ্শনীৰ কাৰণে এটা অৰ্থ সাহায্য দি পুতৌ কৰে — 'বেচেৰা শিল্পী কি কৰিব' ভাবেৰে। বৰ্তমান শিল্পীৰ উদ্যোগৰ উপৰি অন্যান্য লোকৰ উৎসাহ-উদ্দীপনাও দেখা গৈছে শিল্পক প্ৰতিষ্ঠা কৰিবলৈ; ব্যৱসায়ী, উদ্যোগপতি আগবাঢ়ি আহিছে শিল্পীলৈ সাহায্যৰ হাত আগবঢ়াই। শিল্পীসকলেও এইদৰে নিজৰ স্থান, প্ৰতিষ্ঠাক মহত্ত্ব নিদি, দাবী নকৰাকৈ আগবঢ়াই দিছে নিজকে সমাজলৈ, সমাজে এইসকলক কেনেকৈ ব্যৱহাৰ কৰে তাকে আমি লক্ষ্য কৰিম ভৱিষ্যতৰ দিনবিলাকত। ললিত কলা একাডেমীক লৈ হাত এৰি হেত্যালি খেলাৰ যি খেল হ'ল সেই কথা ভাবি হতাশাৰ দৃশ্য দেখি এই কথা ভাবিবলৈ বাধ্য হ'লোঁ — বৰ্তমানৰ উৎসাহ-উদ্দীপনা কিমান দিন টিকে ? ছ'চাইটি স্থাপন কৰিবলগীয়া হৈছিল আশ্ৰয় বিচাৰি।

১৯৭০ চনত আৰ্ট স্কুলৰ পৰা ওলাই অকলশৰে দিন কটাবলগীয়া হৈছিল; শিল্পীসকলৰ তেতিয়া কোনো সংগঠন নাছিল। শোভা ব্ৰহ্মাই অকলে সমাজৰ, চৰকাৰৰ উপেক্ষাক আওকাণ কৰি জীৱেশ্বৰ বৰুৱাৰ আৰ্ট স্কুল চলাই আছিল। ললিত কলা একাডেমী বন্ধ হৈ গৈছে। চাকৰি নথকা শিল্পীসকলৰ বহিবলৈও এটুকুৰা ঠাই নাই। প্ৰদৰ্শনী ক'ৰবাত কাচিৎ এখন হয়। সেই অৱস্থাত সোণাৰাম নাথ নামৰ ভাস্কৰ্য শিল্পীজনো স্থানীয় আৰ্ট স্কুলত ইণ্টাৰভিউ দিবলৈ আহিল। ইয়াৰ আগতে তেওঁ মাদুৰাইৰ গান্ধী মণ্ডপত ভাস্কৰ্যৰ কাম কৰিছিল। কাম সমাপ্ত কৰি ত্ৰিবাল্লমৰ নিশ্চিত চাকৰি এৰি প্ৰায় একেৰকম শিক্ষকৰ চাকৰিটো পাব বুলিয়েই গুৱাহাটী

পালেহি, পিছে চাকৰি নহ'ল। কোনোবা এজন আগৰে পৰা কাম কৰি থকা শিক্ষকৰ চাকৰিটো স্থায়ীকৰণ কৰা হ'ল। সোণাৰাম চৌঠেঙ্গীয়াত পৰি দিশহাৰা হৈ এবাৰ ঘৰলৈ, এবাৰ আৰ্ট স্কুলৰ ছাত্ৰাবাসলৈ মাকো মাৰিবলৈ ধৰিলে। এদিন আমাৰ ভূতনাথৰ ঘৰলৈ আহোঁতে বহুদিনৰ পৰা মনত লৈ ফুৰা ছ'চাইটিৰ পৰিকল্পনাৰ কথা ক'লোঁ। তেওঁ একাষাৰে মান্তি হ'ল — ১৯৭১ চনৰ ছেপ্টেম্বৰৰ পহিলা তাৰিখে ৰাজেন হাজৰিকাৰ গান্ধীবস্তিৰ ঘৰত আলোচনা কৰি সোণাৰাম, ৰাজেন, বিজয় বড়োৰ (দুয়োজন আমাৰ মাজত নাই) লগত ওলাই আহি প্ৰকাশন পৰিষদৰ শিলপুখুৰীৰ কাৰ্যালয়ত সোমালোঁ — আমাৰ বক্তব্য সচিব চন্দ্ৰপ্ৰসাদ শইকীয়াৰ আগত ব্যক্ত কৰিলোঁ। তেখেতে আমি ধাৰ্য কৰা মাহেকীয়া চান্দা প্ৰথম পাঁচ টকা লগে লগে দিলে আৰু বহুতে সাহায্যৰ হাত আগবঢ়ালে। সেই মাহৰ তিনি তাৰিখে কমল শৰ্মাই ঠিক কৰি দিয়া প্ৰভাতমল্ল বৰুৱাৰ জোৰপুখুৰীৰ ঘৰত ছ'চাইটিয়ে প্ৰথম স্থিতি লয়। সেই মাহৰ বাৰ তাৰিখে চেনিকুঠী নিম্ন বুনিয়াদী বিদ্যালয়ত শিশুসকলৰ বাবে চিত্ৰশিক্ষাৰ শিল্প কেন্দ্ৰ খোলা হয়।

শেষত ১৯৭১ চনৰ নৱেম্বৰ মাহৰ তিনি তাৰিখে বৰ্তমান থকা জজ খেল পথাৰৰ এই ঘৰটিলৈ চিত্ৰশিক্ষাৰ শ্ৰেণী আৰু শিল্পীসকলৰ আড্ডা আৰু বাসস্থান তুলি অনা হয়। সেই মাহৰ ২৩ তাৰিখে ছ'চাইটিৰ পৰিচালনা কমিটী স্থাপন হয়। সেই সময়ৰ গুৱাহাটী টাউন ক্লাবৰ সম্পাদক শ্ৰদ্ধেয় অভয় ডেকাই আমাক আজিৰ ঘৰটো ভাৰালৈ দিয়ে। তেখেতৰ কাৰ্যালয়ত আমি শান্তিৰেই চিত্ৰ-ভাস্কৰ্য চৰ্চা কৰি আছিলোঁ। লাহে লাহে এই ঘৰটোক লৈ টাউন ক্লাবৰ লগত আমৰ নানান টনা-আঁজোৰা লাগিবলৈ ধৰিলে। আমি সমাজৰ গঞ্জনা আৰু টাউন ক্লাবৰ একৰকম যুদ্ধংদেহি মনোভাবকো আওকাণ কৰি এই ভগা ঘৰতে থাকিবলৈ লৈছিলোঁ। ১৯৭২ চনৰ সৰস্বতী পূজাৰ সময়ত উজান বজাৰৰ প্ৰগতি শিল্পী সংঘৰ লগত লগ লাগি এখন শিল্প-মেলা পাতিবলৈ আয়োজন কৰিছিলোঁ; কিন্তু কেইজনমান মুৰব্বী লোকে এই কামৰ পৰা আমাক বিৰত কৰে। তাতে সেই সময়ত ছ'চাইটিৰ দ্বিতীয় চকা সোণাৰাম নাথ মাতৃবিয়োগ হোৱাৰ কাৰণে উপস্থিত নাছিল। ঘৰৰ কাৰণে বহু বাক-বিতণ্ডা কৰোঁতেই বহু সময় পাৰ হৈ যায়। চিত্ৰ-চিন্তা কৰাতকৈ থকা স্থান বচোৱাতহে বেছি মন দিবলগীয়া হ'ল। সি যি নহওক, বহু পিছত হ'লেও গুৱাহাটী টাউন ক্লাবে একে ধৰণেৰে সমাজৰ সুস্থ বাতাবৰণ গঢ়িবলৈ কাম কৰা অনুষ্ঠান (অসম ফাইন আৰ্টছ ছ'চাইটি ) ঠিক নিজৰ নিচিনা স্বেচ্ছাসেৱী অনুষ্ঠান বুলি তেওঁলোকৰ দাবীৰ বৰ্তমান ছ'চাইটিৰ ঘৰৰ মালিকানা আমাক দিলে। আমাৰ বহুদিনৰ এখন সংগ্ৰাম শেষ হ'ল। ঠিক তাৰ কেইদিনমান পিছতে মৰো নতুন সংগ্ৰামৰ কাৰণে ছ'চাইটি একৰকম ত্যাগ

কৰিলোঁ। নতুনসকলে নতুন সমস্যাৰ লগত সংগ্ৰাম কৰক বুলি। দেখদেখকৈ সোণাৰাম আৰু মই ছ'চাইটিৰ চুকত আশ্ৰয় পালোঁ। ৰাজেন, বিজয়, থানুৰাম আদিয়ে দূৰে দূৰে থাকি ইয়াৰ ছায়াত জিৰায়। ৰাজেশ্বৰ শৰ্মা দুই নাও দুই ভৰি — এদিন ঘৰত, এদিন গুৱাহাটীত। শেষত তেওঁ ছ'চাইটিৰ ছত্ৰ ছাঁয়াত আশ্ৰয় ল'লেহি। তেনে আৰু বহুতো আছে। আমি কিজনে নিজে দাবী কৰোঁ, আমি ছ'চাইটিৰ আশ্ৰয়ত কোনোমতে এই যাত্ৰাত ৰৈ গ'লো বুলি। বাকীসকলে কি কয় নিজে ক'ব — আমি ক'লে দায় লাগিব পাৰে। ইয়াতে প্ৰথমে শিল্প-চৰ্চা কৰি দুজন শিল্পীয়ে পিছৰ জীৱনত সুশিল্পী বুলি পৰিচয় দিব পৰা উৎপল বৰুৱা আৰু দিলীপ তামুলীক ছ'চাইটিয়ে নিজৰ বুলি দাবী কৰে। তেওঁলোকেও হয়তো এই কথা কৈ ভাল পায়। শান্তি নিকেতন, বৰোদা আদিত শিক্ষা ল'বলৈ যোৱা ছাত্ৰ, শিল্পীসকলেও অহা-যোৱাৰ পথত ছ'চাইটিত স্থান কৰি ল'লে। এইদৰে সকলোৱে মিলি ইয়াৰ নীৰৱতাক সৰৱ কৰি তুলিলে। নতুন নতুন প্ৰতিষ্ঠানৰ সন্মুখীন হৈ ছ'চাইটিয়ে সমাজত এতিয়া কি ভূমিকা লয় তাৰ ওপৰত ছ'চাইটিৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে।

***নিজস্ব এক চিত্ৰৰীতিত উপনীত হোৱা বুলি অনুভৱ কৰেনে ?***

শান্তি নিকেতনৰ শিল্পশিক্ষাৰ শেষৰ ফালে ভাস্কৰ্যৰ প্ৰতি বেছি মনোযোগ দিছিলোঁ। পিছত এই ভাবক আৰু এখোপ আগবঢ়াই নি মৃৎশিল্প (Pottery)ৰ অধ্যয়নৰ কাৰণে শান্তি নিকেতনত যোগ দিওঁ। অসমলৈ ঘূৰি আহি মৃৎশিল্পক যথাৰ্থভাৱে প্ৰতিষ্ঠা কৰিব নোৱাৰি চিত্ৰ ৰচনাত হাত দিওঁ। নতুনকৈ ছবি আঁকিবলৈ লওঁতে সাধাৰণ কাগজত সাধাৰণ চিয়াঁহীৰেই কাম কৰিবলগীয়া হৈছিল (অৰ্থৰ অভাৱত)। সেই কাৰণে পিছলৈ সাধাৰণ ক'লা-বগা ড্ৰয়িঙৰেহে মোৰ হাতত বেছিকৈ খোলা হ'ল। ইয়াৰ লগে লগে শিল্প-শিল্পীক একেলগ কৰি সংগঠনত লাগোঁ। এই বিক্ষিপ্ততাৰ মাজত মোৰ চিত্ৰৰীতিয়ে বিশেষ এটা চিনাকি ৰূপ ল'ব পৰা নাই বুলিয়েই মই ভাবোঁ।

বহুতো জানিবলৈ, শিকিবলৈ বাকী আছে। এই সৰু জীৱনটোতে সম্ভৱ হ'বগে জানো? তাতে মই জানি-বুজি কোনো বিশেষ শিল্পৰীতি বা বিশেষজনৰ ৰীতিক গ্ৰহণ কৰিব নোৱাৰোঁ —লাহে লাহে কামৰ মাজেৰে আগবাঢ়ি আছোঁ, শিকি আছোঁ, যেতিয়া যিহতে সুবিধা পাইছোঁ, যি বস্তুকে হাতত সহজে পাইছোঁ তাৰেই সৃষ্টিৰ ক্ষুধা নিবাৰণ কৰিবলগীয়া হৈছে। 'বেগাৰ্ছ চয়চ্' বুলি ব্যংগ কথা এষাৰ আছে নহয়—মোৰ বেলাত সেইযাৰ কথা বৰ ভালকৈ খাটে। ১৯৭০ - ৭১ চনত বছৰত এখন প্ৰদৰ্শনী নিৰ্ধাৰিতভাৱে আয়োজন কৰিছিলোঁ — সংগঠনৰ ভূমিকা লোৱাৰে পৰা নিজটোকে

সামূহিক প্ৰদৰ্শনী আদিতহে বেছি মনোযোগ দিবলগীয়া হয়। শেহতীয়াকৈ ১৯৭৮ চনত পিছৰ পৰা নিজৰ প্ৰদৰ্শনী অন্ততঃ অসমত পাতিব পৰা নাই। নিজকে বিভিন্ন স্থানলৈ আগবঢ়াই নিয়াৰ আগতে মোৰ লগৰসকলে কি স্থান পাইছে সেই চিন্তাহে কৰিবলগীয়া হৈছে। '৭৫ চনত দিল্লীৰ অসম এছ'চিয়েচনৰ প্ৰদৰ্শনীলৈ ১৯৭৬ চনত বিশ্বনাথ চাৰিআলিৰ পৰা অহা নিমন্ত্ৰণ, কোকৰাঝাৰৰ পৰা অহা নিমন্ত্ৰণ, ১৯৮৭ চনৰ বঙাইগাঁৱৰ পৰা পোৱা মোৰ একক চিত্ৰ প্ৰদৰ্শনীৰ নিমন্ত্ৰণ সদায় দু-চাইটাৰ সমূহীয়া প্ৰদৰ্শনীলৈ ৰূপান্তৰ ঘটাই আহিছোঁ। এইদৰে সামূহিক যাত্ৰাত আনন্দ পালেও ব্যক্তিগত লাভক বাদ দিবলগীয়া হৈছে।

***আপোনাৰ শিল্পজীৱনৰ পৰ্যায়কেইটা ব্যক্তিগত জীৱনৰ দ্বাৰা প্ৰভাৱান্বিতনে ? চিত্ৰৰ জৰিয়তে আপুনি কিহৰ সন্ধান কৰিছে ?***

শিক্ষা গ্ৰহণ, আৰ্ট স্কুলত শিক্ষকতা, ফাইন আৰ্টচ্ ছ'চাইটিৰ সংগঠন; তাৰে বুকুত, লোক-কলা সংগঠনৰ যোগেদি লোক কলা চৰ্চা— এই চাৰিটা বিশেষ কামত মোৰ শিল্পীজীৱন অতিবাহিত হৈছে। ব্যক্তিগত চিন্তাতকৈ সমষ্টিৰ মাজতহে বেছি আনন্দ পাওঁ আৰু আশ্বস্ত হওঁ। মোৰ জীৱনৰ আদি পৰ্বতে ১৯৪৫ চনত আমাৰ ঘৰৰ সন্মুখত প্ৰতিষ্ঠা হোৱা 'জয়হিন্দ ছাত্ৰ সংঘ'ত আমাৰ প্ৰথম সামূহিক জীৱন আৰম্ভ হয়। সেই অনুষ্ঠানৰ লগতে ১৯৫২ চনৰ ব'হাগী মেলাৰ লগতে এখন প্ৰদৰ্শনী পাতোঁ। প্ৰদৰ্শনীৰ সম্পাদকৰ ভাৰ আমাৰ ওপৰতে পৰিছিল। দেখা মানুহে সেইখন প্ৰদৰ্শনীৰ নাম আজিও লয়। সেই প্ৰদৰ্শনীত লোকশিল্পীয়ে অঁকা বৃহৎ পট, কাঠৰ মূৰ্তি, পুথিচিত্ৰ, নানান অলংকাৰ-বস্ত্ৰ আদি আছিল। যোৰহাটৰ পলিটেকনিক্ হাইস্কুলত সামূহিক জীৱনৰ আৰু সোৱাদ পাওঁ। যোৰহাটৰ এটা বিখ্যাত অনুষ্ঠান SVC ছাত্ৰ ভলণ্টিয়াৰ সংগঠনৰ যোগেদি সাহিত্য সভা, সাহায্যপ্ৰাপ্ত হাইস্কুল শিক্ষক সন্থাৰ বাৰ্ষিক সভাত, ভূদান আন্দোলনৰ সৰ্বভাৰতীয় সভা আদিত সেৱা আগবঢ়াই নিজকে বৃহত্তৰ সমাজৰ এক অংশ বুলি ভাবিবলৈ লওঁ। মাজে মাজে অৱশ্যে এইবিলাকৰ মাজতে কিছু বিক্ষিপ্ত চিন্তায়ো বাহ নোলোৱা নহয়। এবাৰ পঢ়া-শুনাৰ পৰা দূৰৈত খেতি-বাতিৰ মাজত নিজৰ ক্ষেত্ৰ বিচাৰি ঘৰ-বাৰী এৰি দূৰৈৰ ন-ভাঙনি হাবিৰ মাজত পাম পতাৰ কাম হাতত লৈছিলোঁ। পিছে সেই কামে নুশুজিলে ; আকৌ ঘৰৰ ল'ৰা ঘৰলৈ আহি পঢ়া-শুনাত মন দিওঁ। মাজতে মাত্ৰ এটা শিক্ষাবছৰ হেৰুৱাই আহিছোঁ —সাধাৰণ ভাবনা চিন্তাত নিজৰ স্ফুৰণ হোৱাটো যেন টান; নতুন কিবা থাকে। নতুন শিক্ষা লাগে, নতুন সমাজ লাগে, কিন্তু কি লাগে ভালকৈ বুজি নাপাওঁ। সন্মুখত তেনে কোনো উদাহৰণ নাই। শেহত জয়হিন্দ ছাত্ৰ সংঘই দিয়া সামূহিক ভাব, পথে-ঘাটে বিচাৰি ফুৰা কিবা, পলিটেকনিক্ হাইস্কুলত পোৱা সামূহিক

জীৱনৰ সোৱাদ সকলোবিলাক একেলগে বিশ্বভাৰতীত বিশ্বভাতৃত্বৰ ভাবে দৃঢ়ভাৱে বাহ লয় শান্তি নিকেতনত। শান্তি নিকেতনত যোগ দিওঁতে মোৰ বয়স ভালেমান হৈছিল। লগৰ ল'ৰাই ইতিমধ্যে মহাবিদ্যালয়, বিশ্ববিদ্যালয়ত অধ্যাপনা কৰিবলৈ লৈছিল। মই সৰু সৰু ল'ৰা-ছোৱালীৰ লগত আকৌ "শিং ভাঙ্গি বাচুৰৰ" দলত সোমোৱাৰ দৰে সৰুটি হৈ পৰিছিলোঁ—এইদৰে মোক সমস্যাই বাৰে বাৰে বয়স পাহৰাই নতুন নতুন ক্ষেত্ৰত নবোদ্যম কাম কৰিবলৈ সুবিধা দিছিল আৰু বা কি আছে। এইদৰে গাইগুটীয়াকৈ আগবঢ়াতকৈ সকলোৰে লগত আগ বাঢ়োঁতে বেছি সাহ পাওঁ। আগতে কৈ আহিছোঁ—এটা চকা নুঘূৰে—মোৰ শিল্প চৰ্চা সমাজ সেৱাৰ এটা অংগহে যেন লাগে। নিলগে-নিৰ্জনত শিল্প-চৰ্চা কৰাটো কিবা স্বাৰ্থপৰ যেন লাগে। আমাৰ শৈশৱত ওচৰৰ সেৱাশ্ৰমত সূতা কটা, চাফাই কাম কৰা আদি কামৰ মাজেদি সেই শিক্ষা পাইছিলোঁ—তাৰৈ বহুতো মনীষীৰ আহ-যাহ আছিল — বহুজনক কাষৰ পৰা পাইছিলোঁ। নিতান্ত শিশু হ'লেও সেইসকলৰপৰা বিচ্ছুৰিত হোৱা সুন্দৰৰ শক্তিয়ে আমাক চুইছিল। বেলেগ শিল্পজীৱন বুলি কিবা এটা গঢ়ি তোলাতকৈ বৃহৎ মানৱ জীৱনৰ এজন সুস্থ অংশীদাৰ হিচাপেহে বেছি সুস্থ অনুভৱ কৰিবলৈ তেতিয়াই আৰম্ভ কৰিছিলোঁ। আপুনি সোধা প্ৰশ্নৰ উত্তৰ হিচাপে বৃহৎ মানৱ জীৱনৰ ঐক্যৰ সন্ধানকে কৰি আছোঁ যেন লাগে। আৰু এটা কথা বিশেষভাৱে চকুত পৰে। স্বাধীনতাৰ আগে-পিছে সমাজক কিবা এটা দিয়াৰ ভাবে — নিজক বিলোৱাৰ ভাবে স্থান লৈছিল। পিছে আজিৰ সমাজত তাৰ বিপৰীতে কি পাব পাৰোঁ তাৰহে লেখ বেছিকৈ লোৱা দেখা যায়।

আমি প্ৰথমে ছ'চাইটি আৰম্ভ কৰোঁতেও আমাৰ শ্ৰমেৰে শ্ৰদ্ধাৰে কেনেকৈ এটা শিল্প-চৰ্চাৰ ভাব গঢ়ি তুলিব পাৰোঁ তাৰেহে কথা ভাবিছিলোঁ — পিছে এতিয়া কেনেকৈ চৰকাৰী ধন সংগ্ৰহ কৰিব পাৰি, কেনেকৈ নিজৰ পুঁজি টনকিয়াল কৰিব পাৰি সেই ভাবহে বেছি। আমি আমাৰ লগৰীয়াসকলৰ লগত সততে কথা পাতিছিলোঁ—শিল্পক বুজি, চৰ্চা কৰি ইয়াৰ ধ্বজা ওখকৈ তুলি ধৰিলে সেই পতাকাৰ তলত আমি আপোনা-আপুনি সুৰক্ষিত হ'ম হ'ক। বহু বঞ্চনা, স্বাৰ্থপৰতাই মানুহক বোধহয় আত্মকেন্দ্ৰিক কৰি তুলিছে। আৰু তাৰে ফলস্বৰূপে সমাজত অস্থিৰতা বাঢ়িছে, উগ্ৰবাদিতাই স্থান লৈছে। শিল্পৰ ছত্ৰছায়াত আমি আকৌ সুস্থিৰ জীৱনৰ আশা কৰিব পাৰোঁ।

*অসমৰ চিত্ৰ, শিল্প পৰম্পৰা সম্পৰ্কে আপোনাৰ মতামত ? ই সৰ্বভাৰতীয় পৰম্পৰাৰে অঙ্গ নেকি ?*

অসমৰ চিত্ৰ পৰম্পৰা ভাৰতৰ, বিশ্ব পৰম্পৰাৰ অঙ্গ বুলিয়েই কওঁকচোন। যেতিয়া বঙ্গদেশত বেঙ্গল স্কুলৰ জয়জয়কাৰ তেতিয়া আমাৰ দুই বৰদলৈ, জগৎ সিং

কছাৰী, প্ৰতাপ বৰুৱা আদিয়ে কি কৰিছিল? বিশ্বৰ মান্যতাপ্ৰাপ্ত পশ্চিমীয়া বিদ্যায়তনিক দিশেৰেই আগবঢ়া নাছিল জানো? পিছে বৰ্তমান কলিকতা আৰ্ট কলেজ, মুম্বাইৰ শিল্প শিক্ষা, শান্তি নিকেতন আৰু বৰোদাত শিক্ষা লৈ অহা শিল্পীসকলে ললিত কলা আদিৰ দ্বাৰা প্ৰভাৱান্বিত হৈ সৰ্বভাৰতীয় ধাৰাৰে আগবাঢ়িছে —আৰু প্ৰতিষ্ঠাৰ কাৰণে দিল্লী, কলিকতা, বোম্বাইলৈ দৃষ্টি ৰাখি সেই সেই ঠাইৰ শেহতীয়া ধাৰাৰ প্ৰতি আমাৰ শিল্পীসকল বিশেষভাৱে আকৃষ্ট হৈছে। বিভিন্ন সময়ত ভাৰতৰ চিত্ৰ-ভাস্কৰ্য ধাৰাই অসমত বিশেষভাৱে স্থিতি লাভ কৰিছে। সৰ্বভাৰতীয় ধাৰাৰ আঁৰতে স্থানীয় প্ৰভাৱো সেইবিলাক স্তৰত পৰিলক্ষিত হয়। নুমলীগড়ৰ ভাস্কৰ্যত ইয়াৰ প্ৰভাৱ বিশেষভাৱে লক্ষণীয়। সেইদৰে আহোম ৰজাৰ ছত্ৰছায়াত গঢ় লোৱা শিল্প বৈষ্ণৱ ধৰ্মৰ পৰম্পৰাত গঢ়ি উঠা চিত্ৰ ভাস্কৰ্যত অসমৰ স্বাধীন চিনাকি আছে। দুখৰ বিষয় কাৰুশিল্পৰ বাদে চাৰু শিল্পলৈ সেই ধাৰা প্ৰবাহিত নহ'ল। কাৰণ হিচাপে ৰাজনৈতিক অস্থিৰতা আৰু অৰ্থনৈতিক অনগ্ৰসৰতাৰ কথাকে ভাবিব পাৰি।

*আপোনাৰ শিল্প চেতনাক স্থানীয় ঐতিহ্যই আলোড়িত কৰা নাইনে ?*

আদিতে মই লেণ্ডস্কেপ আৰু পিছলৈ বিমূৰ্ত শিল্পৰ প্ৰতি বেছি আগ্ৰহী আছিলোঁ। অসমলৈ ঘূৰি অহাৰ পিছত জনসাধাৰণৰ মাজত নিজকে বিলাই দিয়াৰ ভাবেৰে স্থানীয় শিল্পৰ প্ৰতি বেছিকৈ আকৰ্ষিত হওঁ। ফাইন আৰ্টছ ছ'চাইটি স্থাপন কৰোঁতে প্ৰথম সভাখনত মোৰ কিছুমান ভাব প্ৰকাশ কৰিছিলোঁ। সেই আঁচনিত আছিল যে আমি কেইবাটাও দলত ভাগ হৈ অসমৰ বিভিন্ন স্থানলৈ গৈ ব্যক্তিসমষ্টি, সমাজ, সমাজৰ আচাৰ-ব্যৱহাৰ, প্ৰাকৃতিক দৃশ্য আৰু তাৰ বৈশিষ্ট্যৰ সন্ধান কৰিম। আচবাবপত্ৰ আদি সকলো বস্তুকে নিৰীক্ষণ কৰি তাৰ আচল ৰূপৰ চিত্ৰ, ড্ৰয়িং আদি কৰি দেশক জানিবলৈ চেষ্টা কৰিম। এটা দল এফালে গ'লে আনটো এফালে যাব আৰু এটা সময়ত ঘূৰি আহি ছ'চাইটিত মিলিত হৈ অধ্যয়ন কৰা সমল চালি-জাৰি চাই প্ৰদৰ্শন কৰি সমাজৰ লগত মতৰ বিনিময় কৰিব — আকৌ বিভিন্ন দলবিলাকৰ দিশ সলনি কৰি প্ৰান্তৰ পৰা প্ৰান্তৰলৈ যাত্ৰা কৰিব, সমাজ-প্ৰকৃতিক অধ্যয়ন কৰিব। তাৰ ফচল চিত্ৰ, ভাস্কৰ্য, ড্ৰইং আদি আকৌ প্ৰদৰ্শন কৰিব আৰু তাৰে আমাৰ জাতীয় চিত্ৰ-ৰীতিৰ বুনিয়াদ গঠন কৰিব। পিছে ক'ত? আমাৰ ক্ষুদ্ৰ সমাজ (ছ'চাইটি) ৰ সংগঠন কৰোঁতেই কুৰি বছৰ পাৰ হ'ল। বয়সো বাঢ়ি আহিল। মানুহৰ মনবো সলনি হ'ল; কোনো সংসাৰী হ'ল, কোনো বেপাৰী হ'ল, কাল কাটোতে মাহৰ বতৰেই পাৰ হ'ল — এতিয়া অসমীয়া সমাজ ভাঙি টুকুৰা-টুকুৰ হ'ল। আমাৰ পিছৰপুৰুষলৈ লেশমানো থাকিবগৈনে ? পৰ্বতৰ নিজৰাই ভৈয়ামলৈ বৈ আহোঁতে বাটত পোৱা হেঙাৰ আঁতৰাই একা-বেঁকাকৈ বয়। মোৰ সমাজ অধ্যয়নৰ সৰু ইচ্ছাটো অকলশৰীয়া

জুৰিৰ দৰে সোঁত সলাই সলাই বোৱাই ৰাখিছোঁ। চৰজমিন অধ্যয়ন কৰিব নোৱাৰি কালে সাঁচি থোৱা শিল্পৰ সঁফুৰাসমূহতে বৃহত্তৰ জীৱনৰ উমান ল'বলৈ সহজে পোৱা লোককলাৰ আৰ্হিসমূহকে অধ্যয়ন কৰিবলৈ লওঁ আৰু সেই উপাদানৰূপৰাই দুই এটি শিল্পকৰ্ম ৰচনা কৰোঁ। এটা জাতিৰ সংস্কৃতি এদিনত গঢ় লৈ উঠা বস্তু নহয়, এয়া নিয়ৰৰ শব্দৰ দৰে। বেলি লহিওৱাৰে পৰা নীৰৱে নিয়ৰ পৰি সংগঠিত হৈ বহু ৰাতি টোপাল সৰাৰ দৰেই জাতীয় সংস্কৃতিয়ে স্বৰূপ প্ৰকাশ কৰে যুগযুগান্তৰৰ অক্লান্ত আৰু ধাৰাবাহিক সাধনাৰ ধন হিচাপে। এই সাধনাত জাতীয় শিল্পই স্বপ্ৰকাশ কৰে, জাতিক উদ্বুদ্ধ কৰে। আমাৰ ক্ষুদ্ৰ প্ৰচেষ্টাই যদি ৰূপ লয়গৈ আমি ধন্য হ'ম। সেই আনন্দ আমি নিজে নহয়, আমাৰ উত্তৰপুৰুষে ভোগ কৰক; সেই কামনাৰে।

***প্ৰাচীন কালৰে পৰা চলি অহা অসমৰ শিল্প ঐতিহ্যৰ কোনটো দিশে আপোনাক আলোড়িত কৰে?***

তাঁত শিল্পতে বোধহয় আমাৰ শিল্প চেতনাই বিশেষ উৎকৰ্ষ লাভ কৰিছে। অসম আৰু উত্তৰ-পুব ভাৰতৰ জনজাতীয় তাঁত শিল্পৰ এটা বিশিষ্ট স্থান আছে। মিচিং কাপোৰৰ চানেকীৰে মই কেইবাখনো চিত্ৰ ৰচনা কৰিছোঁ। বৈষ্ণৱ চিত্ৰ ধাৰাত বৃন্দাবনী বস্ত্ৰই এক বিশেষ স্থান দখল কৰি আছে। ইতিমধ্যে সেই বস্ত্ৰৰ প্ৰতি আমি আকৃষ্ট হৈছোঁ (যদিও ইয়াৰ নমুনা নাই। মাত্ৰ লোকবিশ্বাসতহে স্থিতি লাভ কৰিছে) আৰু ইয়াৰ নৱনিৰ্মাণৰ প্ৰতিও ভাব হৈছে। অলপ-অচৰপ কামো কৰিছোঁ। কিন্তু এই কথা সদৰী কৰিবলৈ ভয় হয় — কামটো গুৰুতৰ বিধৰ। হাত দি হাত কোঁচাই আনিবলগীয়াৰ নিচিনা হৈছে আৰু এই কথা বাৰে বাৰে উচ্চাৰণ কৰোঁতে গ্ৰাম্য কথাৰে ক'বলৈ গ'লে 'ফুটুৱাৰ' দৰে হৈছেগৈ। পিছে ভাবনা এৰা নাই আৰু লাগি থাকিলে সিদ্ধিও হ'ব যেন পাওঁ। আনটো আঙ্গিক পুথিচিত্ৰই ইতিমধ্যে মোকে নহয়, ভালেজনক আলোড়িত কৰিছে। অসমৰ স্বভাৱ-চৰিত্ৰ এই পুথিচিত্ৰসমূহতে নিহিত আছে। আকাৰত সৰু হ'লেও ইয়াক লৈ আমি গৰ্ব কৰিব পাৰোঁ; ইয়াৰে আমাৰ নতুন দিনৰ হোমাগ্নিৰ শিখা কঢ়িয়াই নিব পাৰোঁ।

***বিভিন্ন জনজাতি অধ্যুষিত অসমৰ সমাজখনো লোকশিল্পৰ বিভিন্ন সম্পদেৰে ভৰা— জনজাতীয় উপাদানে অসমৰ শিল্প সম্ভাৰক চহকী কৰিছেনে?***

কৃষিজীৱী সমাজত শিল্পক নিলগাই চাৰুশিল্প বুলি চিনাকি দিব নোৱাৰি। ব্যৱহাৰিক বস্তু কৰোঁতেই দুয়োবিধৰ চিনাকি থাকে। জাপি, লাঠি, জাপি, পেৰা-পেটাৰি, নানান পূজা-পাৰ্বণৰ বস্তু আদিত এই শিল্পৰ উপাদানবোৰ থাকে। সাধাৰণ জীৱনতকৈ জনজাতীয় জীৱনৰ প্ৰতিটো ব্যৱহাৰিক বস্তুৱে একোটাইত বৈশিষ্ট্য চকুত পৰে। বিশেষকৈ আমাৰ অঞ্চলৰ জনজাতীয়সকলৰ কাপোৰ, বৰ সুন্দৰ, ইয়াৰ নক্সা আদি

একোটি শিল্পৰ সম্পদ। নানান আচবাব ভাস্কৰ্য শিল্পৰ গুণেৰে সমৃদ্ধ। দা-কটাৰী আদি সঁজুলিবিলাকো একেদৰে শিল্পগুণেৰে সুন্দৰ। আনকি জনজাতীয় জীৱৰ এবাব নোৱৰা বস্তু উত্তেজক পানীয় তৈয়াৰ কৰা, বিলোৱা বস্তুবোৰকো শিল্পৰ প্ৰসাদ গুণে চুই গৈছে। নানান শুখি-বিধিৰ ব্যৱহাৰ কৰা পাট-পটুৱাৰে নিৰ্মিত ক্ষণভঙ্গুৰ বস্তুবোৰতো শিল্পগুণ বিদ্যমান। এইবিলাক স্থায়ী মাধ্যমলৈ ৰূপান্তৰিত কৰিলে একোটিইত সুন্দৰ কলাসম্পদ তৈয়াৰ হ'ব পাৰে। ইয়াৰ উপৰি মাজে মাজে জনজাতীয় লোকসকলে কোনো ব্যৱহাৰত নলগা মাথোন সৌন্দৰ্যৰ খাতিৰত গঢ় দিয়া মূৰ্তি চিত্ৰ আৰু ৰচনা কৰা দেখা যায়। কোকৰাঝাৰৰ এনে এজন জনজাতীয় শিল্পীৰ কথা হোমেন বৰগোহাঞি আৰু মেদিনী চৌধুৰীয়ে কাগজে-পত্ৰই তুলি ধৰা আমাৰ চকুত পৰিছে। সেই শিল্পীৰ কিছু শিল্পকৰ্ম এতিয়াও কোকৰাঝাৰত সংগৃহীত হৈ আছে। শুৱালকুছিৰ হাতীসত্ৰৰ কীৰ্তনঘৰৰ দক্ষিণফালৰ বেৰত থকা এগৰাকী কল্পাৰী আইতাৰ কাঠেৰে নিৰ্মিত শিল্পকৰ্ম বলিষ্ঠভাৱে সুন্দৰ। নগা আৰু অৰুণাচলৰ বহুতে সুন্দৰ কাঠৰ মূৰ্তি তৈয়াৰ কৰে। সেইবিলাক নিগ্ৰো শিল্পৰ দৰেই বলিষ্ঠ।

*আপোনাৰ কামত আপুনি সন্তুষ্টনে ? যদি নহয়, কিয় ?*

শিল্পীৰ বোলে কোনো কাৰণতেই এটা জীৱনত মোক্ষ লাভ নহয়। পুনঃ পুনঃ জনম ল'বলগীয়া হয়। শিল্পীমন চিৰ অতৃপ্ত, আমাৰ পিছে তেনে দায় নাই। শিল্পী হোৱাৰ সপোনহে দেখিছোঁ। এই জীৱনত প্ৰস্তুতি চলিছে, আকৌ জনম ধৰিলে আগৰ জনমৰ সংস্কাৰেৰে শিল্পৰ বৰঘৰত প্ৰবেশ কৰিব পাৰোঁ নেকি?

*ছবি এখন আঁকাৰ ক্ষেত্ৰত আপুনি পৰিকল্পনা কিদৰে কৰে? ৰঙৰ পৰিকল্পনাও আগতেই কৰে নেকি ?*

পাহাৰৰ ওপৰত পানী জমা হ'লে তললৈ বৈ যোৱাৰ দৰে মনৰ ভিতৰত ভাব জমা হ'লে চিত্ৰ-ভাস্কৰ্য ৰূপেৰে প্ৰকাশ ঘটে। প্ৰথমে জান-জুৰি, পাছলৈ নদী হৈ সাগৰলৈ গতি কৰাৰ দৰে ড্ৰয়িং তাৰ ওপৰত ৰং, তাত লাৱণ্য যোজনা আদিৰে ছবি সম্পন্ন হয়।

*ছবি এখনত ধৰিলে সম্পূৰ্ণ কৰাৰ বাবে কিমান সময় লয় ? সময়ত কল্পিত চিত্ৰখনৰ আকাৰৰ সাল-সলনি ঘটেনে?*

প্ৰসিদ্ধ ভাস্কৰ আৰু চিত্ৰকৰ ৰামকিঙ্কৰে কোৱা শুনিছিলোঁ—চিত্ৰ ভাস্কৰ্যৰ কাৰণে কোনো বন্ধা সময় নাথাকে, সমুখত থাকে মাথোঁ - space , ঠাই, ক্ষেত্ৰ। সৰু চিত্ৰ এখনতো বহু সময় ব্যয় হ'ব পাৰে, অথচ বৃহৎ আকাৰৰ চিত্ৰ এখন নিচেই কম সময়তে সমাধা হ'ব পাৰে — মাত্ৰ তাৰ ক্ষেত্ৰই বিচৰামতে সময় ব্যয় হয়। আঁকাৰ সময়ত বহুতো সালসলনি হ'ব পাৰে। ক্ষেত্ৰৰ কাৰণে আৰু ছবিত ব্যৱহাৰ কৰা আকাৰ-

প্ৰকাৰ ৰং আদিয়ে বিভিন্ন সময়ত ৰূপান্তৰিত হৈ ন ৰূপেৰে সজ্জিত হৈ উঠে। কোনো কোনো সময়ত ইয়াৰ স্ৰষ্টাজনেই বিভ্ৰান্ত হোৱাদি হয়।

*ভিয়েটনামৰ মুক্তিসংগ্ৰামী যুৱকৰ পৰা মুখা, মুখাৰ চিত্ৰ, ড্ৰয়িং, চাৰমিনাৰৰ বাকচৰ অলংকৰণ আদিলৈ এই পৰিক্ৰমাক আপুনি কিদৰে গ্ৰহণ কৰিছে ?*

ভিয়েটনামৰ বিষয়ে অঁকা ছবিখন খুউব সাংঘাতিক এখন ছবি নাছিল; কিন্তু ইয়াৰ পিছফালে থকা চিৰন্তন মানুহৰ জয়ৰ ভাবনা আৰু এই বিজয়ৰ আনন্দত উদ্বুদ্ধ হৈ অঁকাত তাত মানৱৰ চিৰায়তৰ বাবে শ্ৰদ্ধা আছে।

মুখা তৈয়াৰ কৰি তাত নিহিত শিল্পসম্পদৰ বুজ লোৱা আৰু নতুনকৈ তাত নিহিত থকা গুণেৰে অঁকা ছবিবিলাকত আমাৰ পৰম্পৰাক শ্ৰদ্ধা জনোৱা আৰু পুৰণিৰপৰা নতুনলৈ শিল্পৰ সংক্ৰমণ ঘটোৱাৰ ইচ্ছা বৰ্তমান। মানুহৰ সবলৰ প্ৰতি ভয়-মিহলি শ্ৰদ্ধা আৰু সমাজৰ বিভিন্ন মুখৰ আঁৰত মুখা লুকাই ৰখা খবৰো মুখাৰে প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছোঁ। ড্ৰয়িংবিলাকত এটা স্বতঃস্ফূৰ্ত ভাব খেলি যায়। চাৰমিনাৰ আৰু জুইশলা বাহত অঁকা ড্ৰয়িংবোৰত ক্ষুদ্ৰ ক্ষুদ্ৰ ক্ষণবোৰক ধৰি ৰখাৰ প্ৰয়াস কৰোঁ। কথা পাতি থাকোঁতেও কেতিয়াবা জুইবাহ বা চিগাৰেটৰ বাহত ড্ৰয়িং চলি থাকে। সেইবিলাকত ক্ষণিকে ধৰা দিয়ে।

*কেনে পৰিৱেশ, কেনে অৱস্থাত আপুনি ছবি আঁকিব পাৰে?*

যিকোনো পৰিৱেশতে ছবি আঁকিব পাৰোঁ। তাৰ কাৰণে মনৰ প্ৰস্তুতিয়েই প্ৰধানকৈ কাম কৰে।

*চিত্ৰকৰৰূপে অসমত জীৱিকা নিৰ্বাহ সম্ভৱনে ?*

আমি মোটামুটি সন্মান বজাই ৰাখি, বিশেষ কাৰো লগতে সমঝোতা নকৰাকৈয়ে নিজস্বতা বজাই ৰাখি বাচি আছোঁ। আমাৰ সন্মান মানেই শিল্পৰ সন্মান। এইটো অৱশ্যে টান কাম, শিল্পৰ তেনে অৱস্থা এতিয়াও আমাৰ সমাজত হোৱা নাই। সৰহভাগৰ সামৰ্থও নাই নেকি? সেই কাৰণে শিল্পীসকলে নিজৰ চিত্ৰ-ভাস্কৰ্যৰ লগতে কিছু কিছু শিল্প-গুণমিশ্ৰিত হস্তশিল্প তৈয়াৰ কৰা ভাল। দুটা পইচা হ'ব আৰু সাধাৰণ মানুহে এজন সঁচা শিল্পীৰ শিল্প সম্পদ হিচাপে সস্তাতে পাব পৰা বিবিধ শিল্পীৰ সামগ্ৰী ঘৰত ৰাখি আনন্দ পাব । এই কামে সহজে শিল্পক জনসাধাৰণৰ ওচৰলৈ লৈ যাব পাৰে।

*নিজে গঠন কৰা অসম ফাইন আৰ্টছ ছ'চাইটি আপুনি ত্যাগ কৰাৰ কাৰণ কি ?*

সাহিত্য-সংস্কৃতি আদিৰ স্বেচ্ছাসেৱী অনুষ্ঠান একোটা প্ৰতিষ্ঠা কৰা আৰু তাক টিকাই ৰখা সহজ কথা নহয়। হ'ল বুলি আপুনি সকলো সময়তে অনুষ্ঠানটো বিভিন্ন ৰসেৰে জীপাল কৰি ৰখাও টান। ভাগ্যৰ বলত সংগঠনৰ প্ৰায় সকলোবিলাক সদস্য যদি সমানে বিভিন্ন কাৰ্য-ক্ৰমবিকাশত আগভাগ লৈ

আকাংক্ষিত কার্যসমূহ আগবঢ়াই নিয়ে তেনেহ'লে ই সদায় জীপ লৈ থাকিব। শলমাৰি ভঙা স্বভাৱৰ লোক সোমালে সেই আশা দুৰূহ আৰু কিছু ক্ষেত্ৰত লেজুত ধৰি বল নিদিয়া শ্ৰেণীও থাকে —কোনো কোনো সময়ত কামৰ সময়ত পোলোকা মৰা স্বভাৱৰ লোকো দেখা যায়। এইবিলাকে এটা সংগঠনত বহুতো বিঘিনি ঘটায়। আপুনি এনে এটা অনুষ্ঠান পিছফালৰ পৰা টানি ধৰা লোকো বহুত। আপোনাক নানান ধৰণেৰে বাধা দিব— নিজৰ কাম পণ্ড হ'ব। ভবামতে কৰিব নোৱাৰিলে লোকৰ গঞ্জনাৰ সন্মুখীন হ'ব লাগিব ইত্যাদি ইত্যাদি ; কিন্তু আপুনি সঠিকভাৱে অনুষ্ঠানটি পৰিচালনা কৰিব পাৰিলে সভ্যসকলৰ মাজত বাদ-বিসম্বাদ সুমুৱাই দি ভাগ ভাগ কৰাৰো অভিজ্ঞতা আপোনাৰ হ'ব পাৰে। এইসকলেই আপুনি কৰা কামৰ বিষয়ে আপোনাক বুজনি দিব। আপোনালোকে আপোনাৰ মাহীৰ পৰিচয় দাঙি ধৰিব (বঙলা ফকৰা) তেতিয়া আপুনি হাঁহিব নে কান্দিব ভাবিবই নোৱাৰিব। তাতো একো নহ'লে সেইসকলে নপতা ফুকন এদলক আমদানি কৰিব। তেওঁলোকে আপোনাক বুজনি দিব যে আপুনি ভুল কৰিছে। অমুকটোহে কৰিব লাগে, তমুকটোহে কৰিব লাগে, ধৈৰ্য ধৰি কাম কৰি যাব পাৰিছে—আপুনি কৰি যাওক, নহ'লে সন্মান বজাই ৰাখি আপুনি পৃষ্ঠভঙ্গ দিয়ক। ৰাজহুৱা এনে অনুষ্ঠানত ওলমি থাকি লাভ নাই। যেতিয়া অনুষ্ঠানটোৰ প্ৰতিষ্ঠা, তাৰ সকলো স্তৰৰ কথা সমূলঞ্চে পাহৰাই কোনো দুই-চাৰিজনে নিজক জাহিৰ কৰিবলৈ লাগি যায়, জোৰজবৰদস্তি কৰি নিজৰটোহে শুদ্ধ প্ৰতিপন্ন কৰিবলৈ দলবল বান্ধি উঠিপৰি লাগে আৰু ক্ষমতা দখলৰ খঁক প্ৰকট কৰি দেখুৱায়, তেতিয়া শুভবুদ্ধিসম্পন্ন লোকে ভদ্ৰতাৰ খাতিৰত সেই স্থান ত্যাগ কৰে।

*বৰ্তমান আপুনি কি কাম কৰি আছে ?*

বৰ্তমান পাৰ হৈ যোৱা দিনবোৰৰ কাগজ-পত্ৰ-চিঠি-কিতাপ আধৰুৱা লিখা আদি যুকিয়াই সজাইছোঁ। যুকিয়াই যাওঁতে ইমান দিনে কি কাম কৰিলো তাকো ঘূৰি চাইছোঁ নতুন কামৰ প্ৰস্তুতিৰ কাৰণে।

*ভৱিষ্যতৰ পৰিকল্পনা কি ?*

ৰাজহুৱা স্থানত, সকলোৱে দেখাকৈ শিল্পকৰ্ম কৰাৰ ইচ্ছা আছে। আমাৰ ছবি মুষ্টিমেয় লোকেহে দেখে, জনসাধাৰণৰ কাৰণে ৰাজহুৱা স্থানত কাম কৰা উচিত।

শ্ৰীমতী, ১৬-৩০ নৱেম্বৰ, ১৯৯১

*কার্বি সংস্কৃতি জীয়াই থাকিব*

# ৰং বং তেৰাং

*আপোনাৰ ল'ৰালিৰ বিষয়ে অলপ ক'বনে?*

মোৰ জন্ম বকলীয়াত। এতিয়াও তালৈ যাওঁ। বৰদেউতাৰ ল'ৰাকেইজন আছে। মোৰ জন্মহে বকলীয়াত। কিন্তু আৰম্ভণিৰ শিক্ষা-দীক্ষা লংকাত। দেউতাই ফৰেষ্টত চাকৰি কৰিছিল— কাকী লালুং গাঁৱত। গোটেইখন অৰণ্য। তাত ব্ৰিটিছৰ দিনত একমাত্ৰ ফৰেষ্ট বাংল'টো আছিল। দেউতা আছিল তাৰ ৰখীয়া। ল'ৰালিত আমি তাতেই আছিলোঁ।

তাত বহু জনগোষ্ঠীৰ লোক আছিল। কছাৰী, তিৱা, কাৰ্বি আদিবাসী, দেচোৱালী, খাচপুৰীয়া আৰু মিএগা মানুহ আছিল।

আমি সকলো একেলগ হৈছিলোঁ গৰু চৰাওঁতে। সকলো মিলি উমলি-জামলি ডাঙৰ-দীঘল হৈছিলোঁ। মাজে-সময়ে তালৈ ব্ৰিটিছ চাহাব আহিছিল। ভাষাটো নাজানিলেও দেউতাই তেওঁলোকক চোৱা-চিতা কৰিছিল। তেনেধৰণে সৰু ঠাই এখনতো বহল পৰিসৰৰ লগত চিনাকি হোৱাৰ সুযোগ ঘটিছিল।

তাত বহু ঘটনাই দেখিছোঁ। দ্বিতীয় মহাযুদ্ধৰ সময়ত মই সৰু আছিলোঁ। লংকাত তেতিয়া বিমানঘাটি পাতিছিল। প্ৰথম প্লে'ন নামোতে দেউতাৰ লগত মই চাবলৈ গৈছিলোঁ।

*পঢ়া-শুনা ক'ত আৰম্ভ কৰিছিল?*

পঢ়া-শুনাৰ বাবে দেউতাই মোক লংকাৰ এম ই স্কুলৰ ব'ৰ্ডিঙত ৰাখিছিল। ব'ৰ্ডিঙত থকাৰ কাৰণে কাৰ্বি, অসমীয়া, ডিমাচা, মুছলমান, বঙালী, মণিপুৰী আদি ছাত্ৰৰ লগত মিলিজুলি থাকিবলগীয়া হৈছিল।

স্কুলৰ হে'ড্‌মাষ্টৰ সোমনাথ দত্ত ছাৰৰ মৰমৰ কথা নাপাহৰোঁ। ছাৰ মাজুলীৰ। তেখেতেই মোৰ অভিভাৱক আছিল।

ছাৰৰ কাৰণেহে মোৰ পঢ়া-শুনা হ'ল। প্ৰথম মোকেই তেওঁ মাজুলী বনগাঁৱৰ তেওঁৰ ঘৰলৈ নিছিল। তেওঁ মোক সত্ৰলৈ অকলে যাবলৈ মানা কৰিছিল যদিও মই মনে মনে গৈ

সত্ৰ চাই আহিছিলোঁ। এনে এক পৰিৱেশৰ মাজেৰেই মোৰ শিক্ষাজীৱন আগ বাঢ়িছিল।

*বৰ্তমান পাহাৰ-ভৈয়ামৰ মাজত দূৰত্ব বাঢ়িছে নেকি? এই বিষয়ে কোৱা-মেলা হৈছে। তাৰ মাজতে আপুনিয়েই উভয় অঞ্চলক লগ লগাই ৰখাত এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰি আহিছে।*

মইনো কি লগ লগাম? কোনো কাৰো পৰা আঁতৰি থাকিব নোৱাৰে। দেখাত আঁতৰি আছে, কিন্তু আঁতৰি থাকিব নোৱাৰে নহয়। ...মই মাজতে ভৈৰৱকুণ্ডলৈ গৈছিলোঁ। ইফালে ভূটান, সিফালে অৰুণাচল আৰু সিফালে অসম। মানুহ এজনক পাই সুধিলোঁ— অসম, ভূটান, অৰুণাচলৰ মাটিবিলাক বেলেগ বেলেগ নেকি? তেওঁ উত্তৰ দিলে, 'নাই ছাৰ, মানুহহে বেলেগ বেলেগ। মাটি একেই।' কেনেকৈ আঁতৰি থাকিব? যোগাযোগ থাকিবই। অসমীয়া ভাষাটো আমিহে সজাই-পৰাই লোৱা। সংস্কৃতৰ পৰা মাগধী প্ৰাকৃতৰ অপভ্ৰংশ হৈ উড়ীয়া, বঙলা, অসমীয়া হ'ল। আগৰ সেই ৰূপটো এতিয়া নাই নহয়। ইয়াক জনজাতীয় ভাষাৰ প্ৰভাৱে দুভাগ কৰিলে। কাৰ্বি ভাষাত অসমীয়া শব্দ বহু আছে। অসমীয়াতো বহু কাৰ্বি শব্দ সোমাই আছে।

*জিলাখনত হোৱা আন্দোলনৰ বিষয়ে কি কয়?*

ভৈয়ামৰ প্ৰভাৱ আহি পাহাৰতো পৰে। ছাত্ৰ আন্দোলনেই হওক বা সশস্ত্ৰ পন্থাই হওক—সেইবোৰ বোধহয় ভৈয়ামৰ পৰাই ইয়ালৈ বিয়পিছে। স্বায়ত্তশাসনৰ বাবে হোৱা দীৰ্ঘদিনীয়া আন্দোলনত যুৱ-ছাত্ৰচাম সোমাই পৰিছিল। তাৰ ফলতো শিক্ষা-দীক্ষাৰ বেলিকা জিলাখন বহুদূৰ পিছপৰি থাকিবলগীয়া হ'ল।

*শিক্ষাৰ পৰিৱেশ কেনেকুৱা ?*

প্ৰাথমিক শিক্ষাৰ বিষয়ে বৰ বেছি ক'ব নোৱাৰিম, কাৰণ ভিতৰৰ ফালে মোৰ যোৱা নহয়। স্কুল ঠায়ে ঠায়ে আছে। অসমীয়া আৰু ইংৰাজী মাধ্যমৰ স্কুল আছে। এইবাৰ কাৰ্বি মাধ্যমৰো প্ৰাথমিক বিদ্যালয় খুলিছে।

শিক্ষাৰ দায়িত্ব জিলা পৰিষদৰ হাতত। মোকো পাঠ্যপুথি প্ৰস্তুতিত জড়িত কৰি ৰাখিছে। প্ৰাথমিক পৰ্যায়লৈ পাঠ্যপুথি ৰচনাৰ অসুবিধা নাই। উচ্চ শিক্ষাৰ বেলিকা কিছু অসুবিধা হ'ব। এনে কথাবোৰ কৈ আহিছোঁ। কাৰ্বি মাধ্যমত শিক্ষাদানৰ ব্যৱস্থাটো কিমানদূৰ সফল হ'ব নাজানো। শিক্ষকসকল অসমীয়া মাধ্যমত পঢ়ি অহা। তদুপৰি শিক্ষক পোৱাতো অসুবিধা। পাঠ্যপুথি লিখা মানুহ লাগিব বা পাঠ্যপুথি অনুবাদ কৰিবলৈকো শব্দভাণ্ডাৰৰ প্ৰয়োজন হ'ব।

*স্কুলৰ মাধ্যমৰ বেলিকা অসুবিধা নহ'ব জানো ?*

হ'ব। অসুবিধা হৈছে। সেয়ে মই সদায় জোৰ দি আহিছোঁ, পাৰিলে কাৰ্বি বিষয়টো এম আই এল হিচাপে ৰাখি দিয়ক। যাতে ইচ্ছুক কাৰ্বি ল'ৰাই তাক বিষয় হিচাপে পঢ়িব পাৰে।

*অসমীয়া সংযোগী ভাষা হৈ থাকিব বুলি বিশ্বাস কৰেনে ?*

অসমীয়া সংযোগী ভাষা হৈ থাকিব। নাগালেণ্ডত নাগামিজ চলে। কাৰণ ভিন ভিন নাগা জনগোষ্ঠীৰ কথ্য-ভাষাও ভিন ভিন। অৰুণাচল প্ৰদেশতো একেই অৱস্থা। আমাৰ ভিতৰতো ভাষাৰ ভিন্নতা আছে। গুৱাহাটীলৈ গ'লে ড° ফুকন ফাংচ'ক লগ ধৰোঁ। তেওঁ কাৰ্বি, ময়ো কাৰ্বি। তেওঁৰ ভাষা মই বুজি নাপাওঁ। মই কোৱা কাৰ্বিও তেওঁ বুজি নাপায়। কামৰূপৰ কাৰ্বি আৰু পাহাৰৰ কাৰ্বি ভাষা বেলেগ বেলেগ। যমুনামুখৰ কাৰ্বিসকলৰো নিজৰ ভাষা আছে; কিন্তু আমাতকৈ বেলেগ। সেয়ে দুই অঞ্চলৰ কাৰ্বিয়ে কথা পাতিবলৈ হ'লে অসমীয়াতহে পাতিব লাগে।

*কাৰ্বি সাহিত্যৰ বৰ্তমান অৱস্থাৰ বিষয়ে অলপ ক'ব নেকি ?*

কাৰ্বি সাহিত্যৰ এতিয়া ৰোমাণ্টিক যুগ আৰম্ভ হোৱা বুলি ক'ব পাৰি। কিতাপ-পত্ৰ কিছু হৈছে। কাৰ্বি লাম্মেট আমেই (কাৰ্বি সাহিত্য সভা) বহুত কিতাপ ছপাইছে। জিলা পৰিষদেও যথেষ্ট সহায় কৰিছে। বেছিভাগ কিতাপেই চুটিগল্প, কবিতা। প্ৰবন্ধৰ কিতাপ, নাটকো হৈছে।

*উপন্যাস ?*

উপন্যাস মাত্ৰ এখন নে দুখন হৈছে। লোকগীত সংগ্ৰহ কৰি কিতাপ আকাৰে ছপোৱা হৈছে। বাট দেখুৱাই থৈ গ'ল বং লং টেৰাঙে। তেওঁ সংগ্ৰহ কৰা আৰু লিখি থৈ যোৱা কিতাপবোৰ অতি মূল্যবান। প্ৰবাদ বাক্যবোৰ তেওঁ সংগ্ৰহ কৰিছে।

ধনেশ্বৰ ইংতি, বিদ্যাছিং ৰংপী, চামছিং হাঞ্চে আৰু চাৰএৎ হাঞ্চেৰ কবিতা উল্লেখযোগ্য। বিশেষকৈ চাৰএৎ হাঞ্চেৰ কবিতাখিনিক আধুনিক কবিতা বুলিব পাৰি। অসমীয়া আধুনিক কবিতাৰ লগত এইখিনিক ৰিজাব পাৰি। নতুন কবিসকলৰ কবিতাবোৰ নতুন আংগিকৰ।

*'ৰংমিলিৰ হাঁহি' কাৰ্বিলৈ ভাঙিলে নেকি ?*

আগতেই অনুবাদ হ'ল। অসম সাহিত্য সভাই দায়িত্ব লৈছে। ছপাও হ'ল। উন্মোচন হোৱাৰ কথা। কাৰ্বিত উপন্যাসৰ সংখ্যা কম। 'আৰ্লেং' নামৰ দৈনিকখনত 'অশ্ৰুভৰা উপত্যকা' নামৰ মোৰ উপন্যাসখন প্ৰকাশ পাইছিল। পাঠকে চিঠি-পত্ৰৰে সঁহাৰি জনাইছিল।

*ৰংমিলিৰ হাঁহি আপুনি নিজে অনুবাদ কৰিছে নেকি ?*

কাৰ্বি মই ভালদৰে লিখিব নোৱাৰোঁ। বিশেষকৈ ভাষাটোৰ গদ্য অলপ টান। গদ্য-পদ্য মিলি হোৱা বেলেগধৰণৰ ভাষা। সাবলীলভাৱে লিখিব নোৱাৰোঁ। শব্দ বিচাৰি নাপাওঁ। অসমীয়াত যিদৰে লিখিব পাৰোঁ, কাৰ্বিত সেইদৰে নোৱাৰোঁ। অসমীয়াত প্ৰকাশ কৰিবলৈ সহজ পাওঁ।

মোটামুটিভাৱে যদি কাৰ্বি সাহিত্যৰ এই ধাৰা চলি থাকে—সম্ভৱ চলি থাকিব—সাহিত্য সমৃদ্ধ হ'ব।

*পাঠকৰ সঁহাৰি কেনেকুৱা ?*

পাঠকৰ কথা অৱশ্যে ক'ব নোৱাৰোঁ দেই। কিতাপ ছপাইছে। কিমানে পঢ়িছে, কিমানে আগ্ৰহেৰে লৈছে, সেয়া ক'ব নোৱাৰি।

এইবাৰৰ গ্ৰন্থমেলাত কিছু কিতাপ বিক্ৰী হৈছে বুলি কৈছে। অৱশ্যে পাঠক গঢ়াত কাৰ্বি কাকতকেইখনেও সহায় কৰিছে। কাৰ্বিত লিখা আৰু পঢ়াৰ বেলিকা এই কাকতকেইখনে এটা পৰিৱেশ সৃষ্টি কৰিছে। 'ৰংমিলিৰ হাঁহি' কাৰ্বিলৈ অনুবাদ হ'ল, কাৰ্বিত ছপা হ'ল—পাঠক আগ্ৰহী হ'লেহে প্ৰচেষ্টা সফল হ'ব।

*কাৰ্বি ভাষাত কেইবাখনো অভিধান হোৱা নাই জানো ?*

হৈছে। অভিধান হৈছে। ব্যাকৰণৰ কামো হৈছে। নতুন এখন অভিধানৰ কামো কাৰ্বি সাহিত্য সভাই হাতত লৈছে। আৰু এখন অভিধান প্ৰকাশ পাইছে। সেইখনে কামৰূপৰ কাৰ্বি ভাষা, পাহাৰৰ কাৰ্বি ভাষা আৰু অসমীয়া—তিনিওটা ভাষাৰ শব্দক সামৰি লৈছে।

*'ৰংমিলিৰ হাঁহি'ৰ জন্ম-কাহিনী কেনেধৰণৰ ?*

জয়ছিং দলেৰ দিনত 'প্ৰগতিৰ পথত কাৰ্বি আংলং' নামৰ তথ্যচিত্ৰ এখন নিৰ্মাণ কৰা হৈছিল। ভাৰটো দিয়া হৈছিল চিত্ৰ পৰিচালক শিৱ প্ৰসাদ ঠাকুৰক। তথ্যচিত্ৰৰ চিত্ৰনাট্য লিখাৰ দায়িত্ব দিয়া হৈছিল আমাক।

ছবিৰ শ্যুটিং কৰিবলৈ আমি কাৰ্বি আংলঙৰ হাবিয়ে-বননিয়ে, পৰ্বতে-পাহাৰে কাঁইটৰ আঁচোৰ খাই ঘূৰি ফুৰিছিলোঁ। পৰিচালক শিৱপ্ৰসাদ ঠাকুৰ, কেমেৰামেন দীনদয়াল বাজাৰীয়া আৰু তেওঁলোকৰ সহযোগীৰ কেইজনমানৰ লগত আমি অগম্য ঠাইলৈকো গৈছিলোঁ। জিলাখনৰ পাহাৰ, নদ-নদী আৰু অকাৰ্বি জনবসতিপূৰ্ণ ঠাইলৈকো গৈছিলোঁ। ৰেংমা নগা থকা ঠাইলৈকো আমি যাব লগীয়া হৈছিল। ছবিখনৰ চিত্ৰনাট্য ৰচনাৰ লগতে তাৰ কমেণ্টেৰীও ময়েই দিছিলোঁ। কলকাতাৰ ষ্টুডিঅ'ত এই কাম হৈছিল। কাৰ্বি আংলঙৰ প্ৰকৃতি আৰু জীৱনৰ বিষয়ে এইখনেই আছিল প্ৰথম ৰঙীণ তথ্যচিত্ৰ। এইখনৰ প্ৰিণ্ট এতিয়া আছে নে নাই নাজানো। ছবিখনৰ কমেণ্টেৰী কাৰ্বি আৰু অসমীয়া, দুয়োটা ভাষাতে দিয়া হৈছিল।

তথ্যচিত্ৰৰ কামৰ শেষত মই বেমাৰত পৰিলোঁ। ছালৰ বেমাৰ। বিছনাত পৰি থকাৰ বাহিৰে উপায় নাই। নৰিয়া-পাটীত পৰি এখন উপন্যাস লিখাৰ কথা ভাবিলোঁ। ৰজনীকান্ত বৰদলৈ, বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, লুম্বেৰ দাই আদিৰ উপন্যাস পঢ়ি ভাবিছিলোঁ—কাৰ্বিসকলৰ জীৱনৰ বিষয়েও এখন উপন্যাস হ'ব পাৰে। এতিয়ালৈকে কোনেও লিখা নাই।

ছমাহকাল বিছনাত পৰি থাকিবলগীয়া হোৱাত উপন্যাসখনৰ কামত হাত দিলোঁ। তথ্যচিত্ৰৰ কাৰণে ঘূৰি ফুৰাৰ সময়ত লাভ কৰা অভিজ্ঞতাৰ ভিত্তিতে 'ৰংমিলিৰ হাঁহি'

লিখি শেষ কৰিলোঁ। বাস্তৱ অভিজ্ঞতাৰ লগত কল্পনাক মিলাই কাৰ্বি জীৱনটোক ইয়াত ৰূপ দিবলৈ চেষ্টা কৰিছোঁ।

উপন্যাসখন শেষ কৰি কলেজৰ বন্ধু কেশৱ শৰ্মাক দেখুৱালোঁ। তেওঁ শলাগিলে। এনেতে প্ৰকাশন পৰিষদে উপন্যাস বিচৰাৰ আবেদন এটা পালোঁ। পৰিষদৰ তেতিয়াৰ সচিব চন্দ্ৰপ্ৰসাদ শইকীয়াই উপন্যাসখন ছোৱা ছোৱাকৈ 'প্ৰকাশ'ত প্ৰকাশ কৰিলে আৰু কিতাপ আকাৰেও ছপাই উলিয়ালে।

***অসম সাহিত্য সভাৰ কাম-কাজ ইয়াত কেনেদৰে চলিছে ?***

বহুদিন হ'ল, যোৱা নাই অৱশ্যে।

সোণালী জয়ন্তী চলি আছে। আগৰডোখৰত সভাই ভালেমান পুথি ছপাইছিল। ১৩ খনমান কাৰ্বি-সম্বন্ধীয় কিতাপ প্ৰকাশ কৰিছে। এতিয়া কি কৰিছে নাজানো।

***আমাৰ সমাজখন আপুনি দীৰ্ঘদিন দেখিছে। সমাজখনক কেনেধৰণৰ পৰিৱৰ্তনে চুই গৈছে ?***

ঘপহকৈনো কি ক'ম ? পৰিৱৰ্তন হৈ আছে। সমাজখনলৈকো পৰিৱৰ্তন আহিছে। কাৰ্বি সমাজো একেই। নতুনচাম কাম-কাজ বিচাৰি ওলাই গৈছে। মানুহ গাঁও এৰি চহৰমুখী হৈছে। আগৰ আমাৰ অসমীয়া গাঁও বা কাৰ্বি গাঁওবিলাকো বৈ থকা নাই। সলনি হৈছে। এতিয়া গাঁৱতো হাতে হাতে ম'বাইল। কম্পিউটাৰো আহিছে। চিঠি লিখাৰ প্ৰয়োজন কমিল।

কাৰ্বি গাঁওবিলাকৰ পৰাও নতুনচাম বাহিৰ ওলাইছে। ডিফুলৈ আহিলে আৰু যাবলৈ নিবিচাৰে। অৱশ্যে ভিতৰৰ গাঁওবোৰৰ অৱস্থা প্ৰায় একেই আছে। বৰ বিশেষ সলনি হোৱা নাই।

শিক্ষা-দীক্ষাৰ বেলিকাও নানানটা বাধা। এতিয়া কাৰ্বি মাধ্যমত শিক্ষা দিয়াৰ কিবা অলপ দিহা কৰা হৈছে; কিন্তু শিক্ষাৰ বেলিকাও ব্যাঘাত ঘটিছে। বন্ধ, আন্দোলন আৰু যুৱচামৰ কিছু অস্ত্ৰ-শস্ত্ৰলৈ আগ্ৰহী হোৱাত শিক্ষাৰ পৰিৱেশ নষ্ট হৈছে।

***সমাজত এতিয়া বহুধৰণৰ পৰিৱৰ্তনে দেখা দিছে। 'ৰংমিলিৰ হাঁহি'তো এটা সময়ৰ পৰিৱৰ্তনৰ কথা আছিল। বৰ্তমান কাৰ্বিসকলৰ ধৰ্মীয় আৰু সাংস্কৃতিক জীৱনলৈ কেনেধৰণৰ পৰিৱৰ্তন আহিছে?***

কাৰ্বিসকলক এতিয়া ভিন ভিন ধৰ্মই টানিব বিচাৰিছে। খ্ৰীষ্টান মিছনেৰীসকলৰ উপস্থিতি ইয়াত মন কৰিবলগীয়া। তদুপৰি হিন্দু ধৰ্মৰ ভিন ভিন ঠালেও ইয়াত খোপনি পোতাৰ চেষ্টা কৰিছে। ফলত পৰম্পৰাগত বিশ্বাস আৰু আচাৰ-বিচাৰৰ পৰা মানুহ আন ফাললৈকো নোযোৱা নহয়।

মিছনেৰীসকলে গাঁৱে-ভূঞে স্কুল আৰু গীৰ্জা পাতিছে। শিক্ষা বিলোৱাৰ লগতে ধৰ্ম দিবলৈকো চেষ্টা নকৰা নহয়। তেওঁলোকে তাত ইংৰাজী মাধ্যমৰ স্কুল খুলিছে।

ডিফুৰ কাষতে থকা সৰিয়হজানত কেইঘৰমান আদিবাসী লোক আছে। তাতো গীৰ্জাঘৰ দেখিছোঁ।

কাৰ্বি সমাজখনত ধৰ্মীয় বিশ্বাসৰ বেলিকা কিছু খেলি-মেলিয়ে দেখা দিছে। লখীমন সংঘ আছে। তেওঁলোক কাৰ্বি, কিন্তু পৰম্পৰাগত বিশ্বাস নামানে। সত্য সাই গোট আছে। ইস্কনো আছে। সৎসংঘও আছে। কৃষ্ণগুৰু আছে। একশৰণ নামধৰ্ম ইয়াত অসমীয়া সমাজখনতে আছে।

*কাৰ্বি সমাজৰ ভৱিষ্যতৰ বিষয়ে কি ভাবে? কেৱল ধৰ্মীয় বিশ্বাস প্ৰসংগতে কথাটো সোধা নাই।*

ধৰ্মই বহুত কিবা কৰিব পাৰেতো। নতুনকৈ অহা ধৰ্মীয় প্ৰথাবোৰে কাৰ্বি পৰম্পৰাক সামৰি লোৱা নাই। ঢোল, পেঁপা, চমাংকান, মৃতকৰ শ্ৰাদ্ধ আদিৰ পৰম্পৰা নাই। সেইবিলাক হেৰাই যাব। শ সংকাৰৰ বেলিকাও আগৰ প্ৰথা নাথাকিব। পূজা-পাৰ্বণৰ ৰীতি, বিয়া-বাৰুৰ পৰম্পৰা আদি শেষ হৈ যাব।

*কাৰ্বিসকলৰ শ সংকাৰ প্ৰথা কেনেধৰণৰ ?*

খৰি দিয়ে। কাৰ্বিসকলৰ পাঁচটা গোত্ৰ। তাৰ বাবে পাঁচটা ভেটি থাকে। এখন শ্মশানত এই পাঁচটা ভেটিত ভিন ভিন কুলৰ লোকে খৰি দি শ সংকাৰ কৰে। পাঁচটা ফৈদ হ'ল—তেৰাং, তিমুং, ইংতি, ইংহি, টেৰণ আৰু তেওঁলোকৰ মাজৰ প্ৰতিটোৰে যি যি ভাগ থাকে তেওঁলোকেও নিৰ্দিষ্ট ঠাইত খৰি দিব পাৰিব।

অৱশ্যে এনে ভাবুকিৰ মাজতো পৰম্পৰা আৰু সংস্কৃতি জীয়াই ৰখাৰ প্ৰচেষ্টা নচলা নহয়। ডেকাচামে এই কাম হাতত লৈছে। তাৰালাংচ'ত হোৱা উৎসৱ ইয়াৰ উদাহৰণ। অৱশ্যে ইয়াৰ মাজতো ভাগ ভাগ হোৱা দেখা গৈছে। বহল ৰূপটো যেন সৰু হৈছে। কিন্তু মোৰ বিশ্বাস, কাৰ্বি কাৰ্বি হৈয়ে থাকিব। কাৰণ কাৰ্বিৰ বুজনসংখ্যকেই এতিয়াও নিজ ধৰ্ম-সংহাৰী ৰীতি-নীতি পালন কৰে।

*পুৰোহিতসকল এতিয়াও আছেনে?*

পুৰোহিতসকল আছে। গাঁৱত আছে। কিন্তু আগৰ তুলনাত তেওঁলোকৰ সংখ্যা কমিছে। অৱশ্যে মন্ত্ৰ আদি লিখিত ৰূপত ৰখাৰ দিহা কৰিছে বুলি শুনিছোঁ। কাৰ্বি সাহিত্য সভাই এই দায়িত্ব লৈছে।

নতুনচাম পুৰোহিত হ'বলৈ নাযায়। সমাজত আগতে জিৰচঙ (ডেকাচাং)ৰ ব্যৱস্থা আছিল। এই ডেকাচাঙতেই ডেকাসকলক সকলোধৰণৰ শিক্ষা দিয়া হৈছিল। জিৰচঙতে খেতি-বাতি, বোৱা-কটা, সামাজিক দায়িত্ব আদিৰ শিক্ষা দিয়া হৈছিল। কৃষ্টি-সংস্কৃতিৰ চৰ্চা ডেকাচাঙতেই আছিল। এতিয়া ডেকাচাং নাই।

জুম খেতি এতিয়া কমি গ'ল। কেৱল তাৰালাংচ'তে আছে। তাৰালাংচ'ই ইয়াক

ৰাখিলে ৰাখিব। সমাজত লাইফ ষ্টাইল সলনিৰ ফলতে এইবোৰ হ'ল। অৱশ্যে সংৰক্ষণৰ দিহা কৰা হৈছে।

*থলুৱা লোকৰ মাটি-বাৰী হস্তান্তৰ এতিয়াও হৈ আছে নেকি ?*

মাটি-বাৰী হস্তান্তৰ হৈছে। জিলা পৰিষদৰ দায়িত্ব আছে যদিও কি কৰিছে নাজানো। কিন্তু হস্তান্তৰো হৈছে, পট্টা আদিও হৈছে। ইয়াত চহৰতো হৈছে।

*পৰিষদৰ কাম-কাজে সাধাৰণ মানুহক উপকৃত কৰিব পাৰিছেনে ?*

নিয়মমতে কাম-কাজ হ'ব লাগে। কিন্তু কিমানখিনি হৈছে সেইটোহে প্ৰশ্ন। আগৰকেইবছৰৰ তুলনাত এইবাৰ কিছু কাম-কাজ হৈছে। অৱশ্যে এইবোৰলৈ মই ভালদৰে মন-কাণ দিয়া নাই।

*বৰ্তমান আপুনি কি কি কাম কৰি আছে আৰু ভৱিষ্যত পৰিকল্পনা কি ?*

এখন উপন্যাসৰ কাম হাতত ল'ম বুলি ভাবিছোঁ। অহা বছৰটোত এইখনৰ কাম শেষ কৰিব লাগিব। আৰু এখন কিতাপৰ কাম আৰম্ভ কৰিছোঁ ; কাৰ্বি ভাষা, সাহিত্য আৰু সংস্কৃতি - বিষয়ক, এই কামটো নীৰৱে কৰি যাম বুলি ভাবিছোঁ। বৰ ডাঙৰ কাম। ভাষা সম্পৰ্কে মোৰ যিখিনি শিক্ষা আছে সেইফালৰ পৰা যিখিনি পাৰোঁ কৰিম। এই কামটোৱে কিছুদিন ল'ব। আন আন বিষয়ত কৰা সকলোধৰণৰ কামকে আঁচনিত সামৰাৰ কথা ভাবি কাম কৰি আছোঁ।

দৈনিক জনমভূমি, ২৩ জুন, ২০০৮

*বিষণ্ণতাই মোক আলোড়িত কৰে*

# বেণু মিশ্ৰ

***আপুনি কেতিয়াৰ পৰা ছবি আঁকিছে ?***

মনত পৰা দিনৰে পৰা আঁকিছোঁ। মোৰ ককাদেউতা বৰপেটা বিদ্যাপীঠৰ ড্ৰয়িং শিক্ষক আছিল। ককাদেউতাক একেবাৰে সৰুতে লগ পাইছিলোঁ। তেতিয়াই তেওঁ ছবি আঁকিবলৈ উৎসাহ যোগাইছিল। আঁক্-বাক কৰিছিলোঁ যদিও ল'ৰালিতে মোৰ ছবি সম্পৰ্কে তেনে কোনো ধাৰণা নাছিল।

স্কুলীয়া দিনত আমাৰ স্কুলত থকা হাতেলিখা আলোচনী লেখি-মেলি সজাই-পৰাই উলিওৱাৰ দায়িত্ব সদায় মোৰ ওপৰত পৰিছিল। আলোচনীত ছবিও আঁকিছিলোঁ। সেই আলোচনীৰ ছবি আদি চাই শিক্ষকসকলে উৎসাহ দিছিল। এইদৰেই ছবিৰ প্ৰতি আকৃষ্ট হৈছিলোঁ। সেই সময়ত গুৱাহাটীত চলা কথাছবিৰ ডাঙৰ ডাঙৰ হ'ৰ্ডিংবোৰ দেখিছিলোঁ। সেইবোৰ কিদৰে আঁকে তাকো চাবলৈ গৈছিলোঁ। চিনেমাৰ পোষ্টাৰবোৰো দেখিছিলোঁ। ছাইনবোৰ্ড অঁকাও গৈ গৈ চাইছিলোঁ। এইবোৰ চাই-চিটি মোৰ ধাৰণা হৈছিল যে ময়ো আঁকিব পাৰিম।

***পৰিয়ালৰ লোকে আপোনাৰ এই আগ্ৰহক কিদৰে চাইছিল ?***

১৯৪০ চনত মোৰ বাবা (দেউতা) গুৱাহাটীলৈ আহি হাইকোৰ্টত ছুপাৰিণ্টেনডেণ্ট হিচাপে কামত যোগ দিয়ে আৰু গুৱাহাটীৰ চেনিকুঠী প্ৰাইমেৰী স্কুলত মোৰ শিক্ষা আৰম্ভ হয়। তাৰ পিছত কামৰূপ অকাডেমী আৰু কলেজিয়েট স্কুলত পঢ়ি মই মেট্ৰিক পৰীক্ষা দিওঁ। মেট্ৰিক দি উঠি ১৯৫৬ চনত মই অসম চৰকাৰৰপৰা ফাইন আৰ্টছ শিক্ষাৰ বাবে এটি বৃত্তি লাভ কৰোঁ। মোৰ পৰিয়াল বা বাবাৰ চিত্ৰকলা বিষয়ত বৰ বেছি উৎসাহ নাছিল যদিও আমাৰ ককাদেউতা ড্ৰয়িঙৰ শিক্ষক আছিল। চিত্ৰকলা শিকি যে জীৱনত কিবা কৰিব পাৰি সেয়া আমাৰ বাবাহঁতৰ বাবে ভাবিব নোৱৰা কথা আছিল; কিন্তু মেট্ৰিক পাছ কৰাৰ পিছত বাবাই মোক সুধিছিল যে মই কি কৰিব বিচাৰোঁ। মই চিত্ৰকলাৰ বিষয়ে শিক্ষা গ্ৰহণৰ বাবে কলিকতালৈ যাম বুলি কোৱাত বাবাই মাথোঁ কৈছিল, "তোক মই ধন দিব নোৱাৰিম।" আমাৰ দৰে কম আয়ৰ ডাঙৰ পৰিয়াল

এটাৰ অভিভাৱকৰ এয়াই স্বাভাৱিক উত্তৰ আছিল। সেয়ে মই অসম চৰকাৰৰ ৮০.০০ টকাৰ বৃত্তিকে সাৰোগত কৰি শান্তি নিকেতনলৈ গৈছিলোঁ আৰু শান্তি নিকেতনত ভাল ছাত্ৰ হিচাপে দেখুওৱা মোৰ ফলাফলেও পৰিয়ালক প্ৰভাৱান্বিত কৰিছিল। মোৰ সিদ্ধান্ত সম্পৰ্কে প্ৰথম অৱস্থাত তেওঁলোকৰ অনিশ্চয়তা আছিল যদিও শিল্পকলাৰ ছাত্ৰ হিচাপে দেখুওৱা মোৰ ফলাফলে তেওঁলোকক সামান্যভাৱে হ'লেও আশান্বিত কৰিছিল বুলিয়েই মোৰ ধাৰণা। এইদৰেই মই চিত্ৰকলাৰ জগতত সোমাই পৰিছিলোঁ।

*আপুনি হেনো এসময়ত ছাইনবোৰ্ড আৰু হ'ৰ্ডিঙৰ কামো কৰিছিল ?*

সেয়া অন্য এক ঘটনা। মোৰ চিত্ৰৰ প্ৰতি থকা আগ্ৰহৰ কথা কৈছোঁৱেই। আগ্ৰহ আৰু অনুশীলনে হাইস্কুলীয়া জীৱনতে মোক আত্মপ্ৰত্যয় দান কৰিছিল আৰু মই ভাবিছিলোঁ যে মই আঁকিব পাৰিম। এজন শিল্পী হোৱাৰ হেঁপাহ সেয়ে পুহি ৰাখিছিলোঁ আৰু তাৰ বাবে সময় সুযোগ-সুবিধা বিচাৰি আছিলোঁ। মেট্ৰিক পৰীক্ষা দিয়াৰ আগতে অৰ্থাৎ ক্লাছ টেনৰ ছাত্ৰ অৱস্থাতে সামান্য ঘৰুৱা কাজিয়াৰ অজুহাতত সেয়ে মই শিল্পী হোৱাৰ বাবে কলিকতালৈ যাবলৈ গুৱাহাটী ৰে'ল ষ্টেচনত গাড়ীত উঠোঁ; কিন্তু দুৰ্বিপাকত কলিকতাৰ ৰে'লত নুঠি মই তিনিচুকীয়ামুখী ৰে'লত উঠি তিনিচুকীয়াত উপস্থিত হ'লোঁ। তিনিচুকীয়াত তেতিয়া 'শিল্পায়ন' নামৰ এক ব্যৱসায়িক কলা প্ৰতিষ্ঠানে বিভিন্ন ব্যৱসায়িক কাম-কাজ কৰিছিল। আৰু সেই প্ৰতিষ্ঠানৰ মালিক যশোদা চৌধুৰীৰ সমুখত দিয়া পৰীক্ষাৰ অন্তত মই মাহেকত ৩৫.০০ টকা দৰমহাৰে বান্দৰ বয় বিড়িৰ হোৰ্ডিং, ছাইনবোৰ্ড আদিৰে মোৰ শিল্পীজীৱন আৰম্ভ কৰোঁ। বিয়াৰ ৰভা, তোৰণ আদি সজোৱা সকলো কামলৈকে মোৰ কামৰ কোনো শেষ নাছিল ; কিন্তু ঘৰলৈ মনত পৰাত মই মালৈ চিঠি লেখিছিলোঁ যে মোৰ বাবে চিন্তা কৰিব নালাগে, কিয়নো মই এটা চাকৰি কৰি ভালদৰে চলি আছোঁ। নিজে নজনাকৈয়ে মই 'শিল্পায়ন'ৰ পেডত চিঠি লেখিছিলোঁ আৰু ইতিমধ্যে মোক বিচাৰি হাহাকাৰ কৰা পৰিয়ালে এই ঠিকনাৰ সহায়ত মোৰ সন্ধেদ পায় আৰু বাবাই তিনিচুকীয়ালৈ গৈ ছাইনবোৰ্ড লিখি থকাৰ পৰা মোক ঘৰলৈ আনে। তাৰ পিছৰ পৰ্যায় হ'ল শান্তি নিকেতন।

*শান্তি নিকেতনৰ অভিজ্ঞতাৰ বিষয়ে অলপ বহলাই ক'ব নেকি ?*

ভাৰতীয় শিল্পকলাৰ এক ক্ৰান্তিকাৰী যুগত মই শান্তি-নিকেতনৰ ছাত্ৰ আছিলোঁ। চিত্ৰকলাৰ দেশীয় ঐতিহ্য আৰু আধুনিকতাৰ দ্বন্দ্বমুখৰ সময়তে তাত ছাত্ৰজীৱন কটোৱাৰ বিৰল অভিজ্ঞতা মোৰ হৈছিল।

আগতেই উল্লেখ কৰিছোঁ যে ছাত্ৰ হিচাপে মই সুফল দেখুৱাব পাৰিছিলোঁ। ফলস্বৰূপে শিক্ষকসকলৰো মই আস্থাভাজন আছিলোঁ। নন্দলাল বসুক আমি শিক্ষক হিচাপে পোৱা নাছিলোঁ যদিও তেওঁৰ ঘৰলৈ আহ-যাহ কৰিছিলোঁ। ৰামকিংকৰ বৈইজ, বিনোদ বিহাৰী মুখোপাধ্যায়, ৰাধাৰমন বাক্সী আৰু ধীৰেনকৃষ্ণ দেৱবৰ্মন হ'ল আমাৰ আকৰ্ষিত কৰা

শিক্ষকসকলৰ অন্যতম। এ ৰামচন্দ্ৰণ, ধৰ্মনাৰায়ণ দাসগুপ্তা (তেওঁ অসমীয়া ছোৱালী তেজপুৰৰ মেৰিনা চৌধুৰীক বিয়া কৰিছে) আদি আমাৰ ছাত্ৰ জীৱনৰ সঙ্গী আছিল। স্বদেশী আন্দোলনে চিত্ৰকলাৰ বেলিকাও এক প্ৰভাব পেলাইছিল। ইয়াৰ ফলস্বৰূপে নন্দলাল বসু আৰু অৱনীন্দ্ৰনাথ ঠাকুৰে ভাৰতীয় পদ্ধতিৰে শিল্পচৰ্চাত গুৰুত্ব আৰোপ কৰাত আমাৰ দিনতো আমি নিজে মাটিৰ পৰা ৰং তৈয়াৰ কৰি ছবি আঁকা পদ্ধতি শান্তি নিকেতনত চলিছিল; কিন্তু এই পদ্ধতিত সকলো বস্তু পোৱাটো সম্ভৱ হয়। সেয়ে আমাৰ শিক্ষক ৰামকিংকৰ বেইজে প্ৰয়োজনৰ বেলিকা বিদেশী ৰঙো ব্যৱহাৰ কৰিছিল। এই ক্ষেত্ৰত অৱনীন্দ্ৰনাথ আছিল উদাৰ। কিংকৰ দাক ইয়াৰ বাবে তেওঁ বাধা দিয়া নাছিল। কিংকৰ দাৰ এনে কৰ্মই বেংগল স্কুলৰ পৰম্পৰা ভাঙি দিলে। শান্তি নিকেতন কৰ্তৃপক্ষই এয়া ভাল পোৱা নাছিল। বেংগল স্কুলৰ পৰিৱেশত কিংকৰ দাৰ আদব-কায়দা আৰু কাম-কাজ আছিল ব্যতিক্ৰম। তেওঁ বিদেশী ৰঙেৰে তেল-ৰঙৰ কামো কৰিলে।

ফলস্বৰূপে বিদ্ৰোহী কিংকৰদাৰ কোনো প্ৰদৰ্শনী তেওঁৰ ৫২ বছৰ বয়সলৈকে হোৱাও নাছিল। আমি ছাত্ৰসকলেহে তেওঁৰ প্ৰদৰ্শনীৰ ব্যৱস্থা কৰোঁ আৰু তেওঁ পৰম আনন্দিত হয়। আমি প্ৰদৰ্শনী কৰিম এই খবৰ শুনি লেডী ৰাণু মুখাৰ্জী কিংকৰ দাৰ ওচৰলৈ আহিছিল তেওঁৰ চিত্ৰৰ প্ৰদৰ্শনী কলিকতাত পতাৰ বাবে; কিন্তু কিংকৰ দাই আমাক এৰি তেওঁক মত নিদিলে। সেই সময়ৰ এয়া এক অন্য অভিজ্ঞতা।

ভাৰতীয় চিত্ৰকলাত, বিশেষকৈ বেংগল স্কুলৰ পৰম্পৰা ভঙাত ৰামকিংকৰ বেইজে নিজে নজনাকৈয়ে এক গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল। ফলস্বৰূপে বেংগল স্কুলৰ পৰম্পৰা ভাঙি ৰামকিংকৰে নিজে আৰু ছাত্ৰৰ মাজতো বহন কৰিছিল আধুনিকতাৰ বাৰ্তা।

***চিত্ৰকলাৰ উপৰি আপুনি সংগীতৰ দিশতো নিজ প্ৰতিভাৰ প্ৰমাণ দিয়াৰ কথা জানো। বিশেষকৈ তবলা বাদনৰ জৰিয়তে আপুনি সংগীত সাধকৰূপেও নাম কৰিছিল। ৰাম কিংকৰ বেইজে হেনো আপোনাৰ তবলা শুনিছিল।***

কিংকৰদা আছিল বিচিত্ৰ প্ৰকৃতিৰ লোক। শিল্পী, ভাস্কৰ হোৱাৰ উপৰি দুৰন্ত প্ৰতিভাৰ গৰাকী কিংকৰ দা আছিল অতি খামখেয়ালী। প্ৰায়ে তেওঁ ৰবীন্দ্ৰ সংগীত গোৱাৰ চেষ্টা কৰিছিল আৰু গাইছিল। সংগীত অনুৰাগী হ'লেও তেওঁ কাহানিও ভাল গায়ক নাছিল। কাৰোবাৰ পৰা তেওঁ এখন দোতাৰা উপহাৰ পাইছিল আৰু যিহেতু মই তবলা বজোৱাৰ কথা জানিছিল, সেয়ে সময়ে-অসময়ে তেওঁ মোক তবলা সঙ্গত কৰাইছিল তেওঁৰ ৰবীন্দ্ৰ সংগীত চৰ্চাৰ লগত। হঠাৎ তেওঁ আমাৰ হোষ্টেলত উপস্থিত হৈ তবলা বজোৱাৰ বাবে মোক বাধ্য কৰিছিল আৰু প্ৰিয় শিক্ষকৰ এই দাবী মই মানিবলগীয়া হৈছিল।

***তবলা বজোৱাৰ প্ৰতি আপুনি কিদৰে আকৃষ্ট হৈছিল ?***

বৰপেটাৰ দুটা মিশ্ৰ পৰিয়ালৰ এটি হ'ল আমাৰ পৰিয়াল। এই দুয়োটা পৰিয়ালতে বা

বৰপেটাৰ আন পৰিয়ালতো এসময়ত কলিকতাৰ শিল্পীৰ দ্বাৰা ধ্ৰুপদী সংগীতৰ বৈঠক বহাৰ ঐতিহ্য আছে। আমাৰ দুই মিশ্ৰ পৰিয়ালো ইয়াৰ ব্যতিক্ৰম নাছিল। আনকি সংস্কৃত শিক্ষা আৰু ধ্ৰুপদী সংগীত চৰ্চা আমাৰ পৰিয়াল এটাই মানি চলিছিল। সি যি নহওক, গুৱাহাটীত মই অনাতাঁৰ কেন্দ্ৰৰ পাখোৱাজ শিল্পী কামাখ্যা পাণ্ডেৰ তত্ত্বাৱধানত সৰুতে তবলা শিকিছিলোঁ আৰু শান্তি নিকেতনতো সংগীত ভৱনৰ সঞ্জয়দা আছিল মোৰ তবলাৰ গুৰু।

হোষ্টেল, ইউনিভাৰছিটিৰ বিভিন্ন সাংস্কৃতিক কাৰ্যক্ৰমত সেয়ে মই তবলা বজাইছিলোঁ। কিংকৰ দাই এই কথা জনাৰ পিছত তেখেতৰ ৰবীন্দ্ৰ সংগীত সাধনাৰ চখ পূৰাবলৈ মোক যেতিয়াই-তেতিয়াই তবলা বজোৱাৰ বাবে অনুৰোধ কৰা হ'ল।

***ৰামকিংকৰ বেইজে কিদৰে ভাৰতীয় চিত্ৰকলাৰ পৰম্পৰা ভঙ্গত অগ্ৰণী হিচাপে ভূমিকা লৈছিল ?***

মই কৈছোঁৱেই নহয় শান্তি, নিকেতনত আমি ভালেমান গুণী আৰু প্ৰতিভাশালী শিক্ষকৰ অধীনত কাম শিকাৰ সুবিধা পাইছিলোঁ। আমাৰ তিনিখন থিয়ৰী পেপাৰৰ শিক্ষক আছিল বিনোদ বিহাৰী মুখোপাধ্যায়। আমি তেওঁৰ ঘৰলৈ গৈ ক্লাছ কৰিছিলোঁ। ছাত্ৰক তেওঁ কণ্ঠস্বৰ শুনিলেই চিনি পাইছিল। একেদৰেই ধীৰেনকৃষ্ণ দেববৰ্মনো আছিল অতি গুণী শিক্ষক। কিংকৰ দাৰ কথা কৈছোঁৱেই। তেওঁৰ অজ্ঞাতসাৰেই বেংগল স্কুললৈ আধুনিকতাৰ বাৰ্তা বহন কৰি আনিছিল চিত্ৰকলাৰ প্ৰতি থকা তেওঁৰ স্বভাৱজাত আগ্ৰহেৰে। ৰবীন্দ্ৰনাথৰ প্ৰভাৱো তেওঁৰ ওপৰত কম নাছিল। ৰবীন্দ্ৰনাথৰ এক্সপ্ৰেছনিষ্ট ধাৰা আৰু শিল্পকলাৰ গভীৰ উপলব্ধিৰ ফলস্বৰূপে কিংকৰদাই পৰম্পৰা আৰু আধুনিকতাৰ এক অনবদ্য সংমিশ্ৰণ ঘটাইছিল। পৰম্পৰাগত ধৰ্মীয় আখ্যানৰ সলনি চিত্ৰ-ভাস্কৰ্যত সাধাৰণ মানুহৰ দৈনন্দিন জীৱনক ফুটাই তোলাৰ বাট কাটিছিল কিংকৰদাই। কিংকৰদাৰ ভূমিকা এই কাৰণেই উল্লেখযোগ্য আৰু গুৰুত্বপূৰ্ণ যে সেই সময়ৰ প্ৰায়বোৰ শিল্পীৰ মাজতে গোড়ামি আছিল আৰু পশ্চিমীয়া ৰং প্ৰায় অস্পৃশ্যই আছিল বুলিব পাৰি। ১৯১৩ চনত ৰবীন্দ্ৰনাথে কেণ্ডিনস্কিৰ এক প্ৰদৰ্শনীৰ আয়োজন কৰিছিল কলিকতাত। চিত্ৰ সমালোচক অ'চি গাঙ্গুলীৰ মতে সেই প্ৰদৰ্শনীলৈ তেওঁ নিজে আৰু ৰবীন্দ্ৰনাথত বাহিৰে আন কোনো শিল্পী যোৱা নাছিল। এনে এক পৰিমণ্ডলৰ মাজত শিল্পকলাত জড়িত কিংকৰদাই পৰম্পৰা ভঙাত আগৰণুৱা হিচাপেই থিয় দিছিল।

***চিত্ৰত আধুনিকতাৰ বিষয়ে আপোনাৰ মন্তব্য কি ?***

চিত্ৰত আধুনিকতা কথাষাৰ আপেক্ষিক। আচলতে আধুনিক বুলি সমকালীন বোলাহে যুগুত। এঘাৰ শতিকাৰ বাইজেনটাইন স্কুলৰ চিত্ৰৰ কলাত গতিৰ সঞ্চাৰ হোৱা নাছিল বা গতি কম আছিল। লাহে লাহে সেই চিত্ৰতে কোনোবাই ভেৰা এটাক দৌৰি থকা অৱস্থাত আঁকি চিত্ৰত গতিৰ সঞ্চাৰ হয়তো কৰিছিল। সময়ৰ লগে লগে এইদৰেই

চিত্ৰত আধুনিকতাৰ প্ৰবেশ ঘটে। লাহে লাহে ৰাজকীয় আৰু ধৰ্মীয় পৃষ্ঠপোষকতাৰ পৰা শিল্পকলা স্বাধীন হয়। দ্বিতীয় মহাযুদ্ধয়ো মানুহৰ মন গৰকি যায়। গয়াই আছিল ৰাজকীয় পৃষ্ঠপোষকতা লাভ কৰা শেষজন শিল্পী।

গয়াই যুদ্ধৰ বিৰুদ্ধেও ছবি আঁকিছিল যিটো ডা ভিঞ্চিৰ বাবে কল্পনাৰো অগোচৰ আছিল। এইদৰেই দ্বিতীয় মহাযুদ্ধ, কেমেৰাৰ আবিষ্কাৰ, শিল্প বিপ্লৱ আদিয়ে মানুহৰ সামাজিক আৰু মানসিক জগতত সৃষ্টি কৰা পৰিবৰ্তনৰ জৰিয়তে চিত্ৰকলায়ো আধুনিক গুণ লাভ কৰে।

*ভাৰতবৰ্ষৰ বেলিকা ?*

ভাৰতবৰ্ষৰ বেলিকাও আধুনিকতাৰ বাবে ব্ৰিটিছসকলে পশ্চিমীয়া ধাৰাৰে ভাৰতবৰ্ষৰ লাহোৰ, মাদ্ৰাজ আদিত পতা স্কুলৰ জৰিয়তে নতুন পদ্ধতিৰ আমদানি কৰে; কিন্তু এই পাঠ্যক্ৰম ভাৰতবৰ্ষৰ বেলিকা তেওঁলোকে জাপিহে দিছিল। স্থানীয় পদ্ধতি আৰু উভয়ৰে সংমিশ্ৰণৰ জৰিয়তে কোনো নতুন পাঠ্যক্ৰম সৃষ্টি কৰা নাছিল।

*ইয়াৰ ফল ভাল হ'ল জানো?*

একে আষাৰতে ভাল বা বেয়া বুলি ক'ব নোৱাৰি; কিন্তু ভাৰতীয় শিল্পকলাৰ ধাৰাবাহিকতাত যতি পৰিল। অজন্তা, ইলোৰাৰ কাম-কাজলৈকে ভাৰতীয় শিল্প-কলাৰ সুদীৰ্ঘ পৰম্পৰাই এক ধাৰাবাহিকতাৰ মাজেৰে আগবাঢ়ি আহিছিল ; কিন্তু তাৰ পিছত আৰু দেশজ পদ্ধতিৰ বিকাশ আৰু ধাৰাবাহিকতা ৰক্ষা নপৰিল।

পশ্চিমীয়া পাঠ্যক্ৰম, তেল-ৰঙৰ পয়োভৰে আমাৰ ধাৰাবাহিকতাক ক্ষুণ্ণ কৰিলে। বেঙ্গলৰ দুৰ্ভিক্ষ আৰু আনুষঙ্গিক নানা ঘটনাই স্থানীয় ৰীতিক খামুচি থকা বেংগল স্কুলকো জোকাৰি গ'ল আৰু লাহে লাহে আধুনিক ৰীতিয়ে প্ৰায়বোৰ শিল্পীকেআকৰ্ষিত কৰিলে। শিল্পকলাৰ ইতিহাসত ইউৰোপ বা পশ্চিমে যি ধাৰাবাহিকতাৰ মাজেৰে আহি আজিৰ ৰূপ পাইছে ভাৰতৰ বেলিকা সেয়া সম্ভৱ নহ'ল।

*অসমৰ প্ৰসঙ্গত কি কয় ?*

আমাৰ ঐতিহ্য আৰু লোককলাৰ বৰ্ণাঢ্য সম্ভাৰ থাকিলেও শিল্পকলাৰ প্ৰতিষ্ঠান আমাৰ ইয়াত তেনেই চালুকীয়া। লাহোৰ, মাদ্ৰাজ, কলকাতা, মুম্বাইৰ আৰ্ট স্কুলসমূহৰ পাঠ্যক্ৰমেই আমাৰ শিল্পকলাৰ প্ৰতি আগ্ৰহীসকলৰ শিক্ষাৰ আহিলা আছিল আৰু সৰহখিনি শিল্পীয়ে বেংগল স্কুলৰ লগত জড়িত আছিল বুলিব পাৰি। আমাৰ আৰ্ট স্কুলখনো আজিলৈকে পয়ালগা অৱস্থাতে থাকিল। শিল্পচৰ্চাৰ এক উপযুক্ত কেন্দ্ৰ হিচাপে এইখনক আমি গঢ়ি তুলিব নোৱাৰিলোঁ, ফলত আমি বহুত পিছপৰি ৰ'লোঁ। চিত্ৰৰ দৰ্শক আৰু বজাৰো আমাৰ পৰা দূৰৈত। ফলত শিল্প চৰ্চাত যি ৰুচি, আগ্ৰহ আৰু সূক্ষ্মতা গঢ়ি উঠিব লাগিছিল সেয়া হৈ উঠা নাই।

সুৰুচি, আগ্ৰহ আৰু সূক্ষ্মতাৰ বাবে আমি সুপ্ৰচেষ্টা হাতত ল'ব পৰা নাই। জধে-মধে যিহকে-তিহকে শিল্পকলাৰ নামত চলোৱা হৈছে। শিল্পকলাৰ মান উন্নয়ন, বিকাশ আৰু প্ৰসাৰৰ বাবে বিশেষ ব্যৱস্থা লোৱা হোৱা নাই। মই ভাবোঁ, শিল্পকলাৰ মান নিয়ন্ত্ৰণৰ বাবে চৰকাৰী বা বেচৰকাৰীভাৱে এক ব্যৱস্থা ভাবি-চিন্তি কৰাটো প্ৰয়োজনীয়। আনহাতে আমাৰ সাহিত্যিক, বুদ্ধিজীৱী আৰু শিল্পীৰ মাজত সংযোগৰ সলনি ব্যৱধান বৃদ্ধি পাইছে।

হিপক্ৰেচিয়ে আমাৰ সাংস্কৃতিক পৰিমণ্ডল এনেদৰে ছানি ধৰিছে সহজে ইয়াৰ অৱসান হ'ব বুলি মনে নধৰে।

*আপুনি নিৰ্দিষ্ট কোনো ৰাজনৈতিক দৰ্শনত বিশ্বাস কৰে নেকি ?*

ছাত্ৰ ফেডাৰেচনৰ মই সদস্য আছিলোঁ। ভাৰতীয় গণনাট্য সংঘ, প্ৰগতিশীল লেখক সন্থা, ভাৰত ছোভিয়েট মৈত্ৰী সংঘ, ভাৰত-জাৰ্মান মৈত্ৰী সংঘ আদি সংগঠনৰ লগতো মই জড়িত আছিলোঁ। শান্তি নিকেতনৰ পৰা অহাৰ পিছত মই ভাৰতীয় গণনাট্য সংঘৰ লগত জড়িত হৈ পৰিছিলোঁ। তেওঁলোকে মোক বিশেষকৈ বিচাৰিছিল পোষ্টাৰ, মঞ্চসজ্জা আৰু তবলা সংগত কৰাৰ বাবে। হেমাঙ্গ বিশ্বাসৰ নেতৃত্বত তেতিয়া গণনাট্য সংঘই ভালেমান সাংস্কৃতিক কাৰ্যসূচী লৈছিল আৰু সেইবোৰক ৰাইজে আদৰিছিল। কেশৱ মহন্ত, হীৰেন ভট্টাচাৰ্য, অনন্ত লহকৰ আৰু মই সক্ৰিয়ভাৱেই লাগিছিলোঁ। মোৰ লগত দিবাকৰ চৌধুৰী নামৰ আন এজন আৰ্টিষ্টো আছিল। ১৯৬৪ চনত প্ৰগতিশীল লেখক সংঘৰ গঠিত হৈছিল। তাতো আমিয়েই আগভাগ লৈছিলোঁ।

আমাৰ অফিচ আছিল এতিয়াৰ অসম গণ পৰিষদ দলৰ আমবাৰীৰ কাৰ্যালয়ত থকা মণ্ডল বেৰেক নামৰ এলানি ঘৰৰ এটা ৰুমত। তালৈ শৰৎ সিংহ, নৱকান্ত বৰুৱা, যদু কাকতি আদি ব্যক্তিৰ লগতে ভালেমান শিল্পী-সাহিত্যিকৰ সমাগম আৰু মত বিনিময়ে তেতিয়া এক সুন্দৰ বাতাৱৰণৰ সৃষ্টি কৰিছিল। তেতিয়া আমি কেশৱ মহন্তৰ সম্পাদনাত 'লুইত' নামৰ আলোচনী এখনো প্ৰকাশ কৰোঁ।

হাওৰাঘাটৰ ক্ষুদ্ৰ বৰাই আগবঢ়োৱা আৰ্থিক সাহায্যৰে এই আলোচনীৰ কাম আৰম্ভ কৰা হৈছিল। আলোচনীৰ বেলিকাও হীৰেন ভট্টাচাৰ্য, অনন্ত লহকৰ আৰু মই যথেষ্ট সময় দিছিলোঁ — আলোচনীৰ বিভিন্ন কাম-কাজ কৰিছিলোঁ। ড° বীৰেন্দ্ৰনাথ দত্ত প্ৰমুখ্যে ভালেমান লেখকে আমাক সহায় কৰিছিল। ১৯৭৩ চনৰ জুলাই মাহত মই, কুল বৰা আৰু এজন প্ৰতিনিধি হিচাপে বাৰ্লিনত যুৱ মহোৎসৱত যোগদান কৰোঁ। ড° ভূপেন হাজৰিকা, জয়ন্ত হাজৰিকা আৰু প্ৰিয়ৰঞ্জন দাসমুন্সী আদি প্ৰায় দুশজন প্ৰতিনিধি ভাৰতৰ পৰা আমন্ত্ৰিত হৈছিল।

আলোচনী আদিৰ বেলিকা লাহে লাহে দলৰ বহুসকলে কিছু কথা জাপি দিব

বিচৰাৰ প্ৰৱণতা আমি লক্ষ্য কৰিবলৈ ধৰিলোঁ। আমি কাম কৰিছিলোঁ সামূহিক মঙ্গলৰ কথা আগত ৰাখি স্বাধীনচিতীয়াভাৱে। কিছু কথাই আমাক অশান্তি দিয়াত আমাৰ সাংগঠনিক ব্যৱস্থা লাহে লাহে কমি আহিল। বিষ্ণুপ্ৰসাদ ৰাভাৰ সাহায্যাৰ্থে কৰা সাংস্কৃতিক অনুষ্ঠানেই আমি সাংগঠনিকভাৱে কৰা শেষ কাম আছিল । সেই অনুষ্ঠানৰ জৰিয়তে আমি ৫০০০.০০ টকা ৰাভাৰ সাহায্যৰ বাবে আগবঢ়াব পাৰিছিলোঁ।

এই সময়ছোৱাত মই যি কামেই কৰিছোঁ তাক ভালদৰে ৰুচিসম্মত আৰু শিল্প সম্মতভাৱে কৰাৰ চেষ্টা কৰিছোঁ আৰু পোষ্টাৰ এখনো যদি আঁকিছিলোঁ তাকো সুন্দৰভাৱে কৰাৰ চেষ্টা কৰিছিলোঁ।

***আপোনাৰ চাকৰি জীৱনৰ অভিজ্ঞতাৰ বিষয়ে অলপ ক'ব নেকি ?***

শান্তি নিকেতনৰপৰা আহি মই অসম চৰকাৰৰ জনসংযোগ বিভাগত আৰ্টিষ্ট হিচাপে যোগ দিওঁ। তেতিয়া মোৰ দৰমহা আছিল ১৫০.০০ টকা। আৰু পিছত ১৯৭৩ চনত আৰ্ট স্কুলত শিক্ষক হিচাপে যোগদান কৰোঁ। তেতিয়া আৰ্ট স্কুলৰ প্ৰিন্সিপাল আছিল শোভা ব্ৰহ্মা আৰু শিক্ষক হিচাপে নীলপৱন বৰুৱায়ো কাম কৰিছিল।

কাম কৰি ভালেই লাগিছিল। ছাত্ৰ-ছাত্ৰীৰ একাগ্ৰতাও আছিল। এইদৰে ডেৰ বছৰ কাম কৰাৰ পিছত জনসংযোগ বিভাগে মোক প্ৰমোচন দিছিল আৰ্ট এডভাইছাৰ পদলৈ। সেয়ে নতুন দায়িত্বলৈ পুনৰ ঘূৰি আহোঁ। অ', আন এটা অভিজ্ঞতাৰ কথা ক'ব পাহৰিছোঁ। শান্তি নিকেতনৰ পৰা অহাৰ পিছত মই মুম্বাইত কিছুদিন স্কুল এখনত শিক্ষকতা কৰিছিলোঁ। ছাৰ জেকব ছেচুন স্কুলখন আছিল কেৱল ইহুদি ছাত্ৰ-ছাত্ৰীৰ বাবে ।

ইহুদি সম্প্ৰদায়ৰ দান-বৰঙণিৰে চলোৱা স্কুলখনে মোক ভাল সা-সুবিধাও দিছিল। দৰমহা-পাতি ভাল আছিল আৰু মুম্বাইৰ স্নায়ুকেন্দ্ৰৰ কাষতে কোলাবাত সাগৰৰ কাষৰ হোটেল এখনৰ কোঠা এটাত মোক থাকিবলৈ দিয়া হৈছিল। স্কুলখৰ কঠোৰ নিয়ম-নীতি আৰু অত্যধিক ক্লাছৰ বন্ধনৰ মাজত মই বেছিদিন থাকিব নোৱাৰিলোঁ। ছমাহ কাম কৰিয়ে গুৱাহাটীলৈ ফিৰি আহি জনসংযোগৰ চাকৰিত যোগ দিওঁ।

***আপুনি এইদৰে বিভিন্ন কামত জড়িত থকাৰ মাজতে নিশ্চয় ছবি আঁকে। ছবি এখন আঁকিবলৈ আপুনি কিধৰণে আগবাঢ়ে ?***

ছবি অঁকাৰ সমগ্ৰ প্ৰক্ৰিয়াটোৱেই অতি জটিল। ছবি হ'ল দৃশ্যগ্ৰাহ্য। চকুৰ আগততো আমাৰ বিশ্বব্ৰহ্মাণ্ডখনেই থাকে। আৰু আজিৰ 'মই'ৰ লগত মোৰ পূৰ্ব পুৰুষৰ চিন্তা-ভাবনা আদিৰ ধাৰাবাহিকতাও জড়িত হৈ আছে। এই ধাৰাবাহিকতা আৰু বৰ্তমানক লৈয়ে মই। এই কথা মই নিজেই লক্ষ্য কৰিছোঁ যে মোৰ ভাবনাত প্ৰায়েই মূলতঃ এক বিষণ্ণ সুৰ থাকে। হয়তো মই ডাঙৰ হোৱা পৰিৱেশ বা মোৰ অভিজ্ঞতা আৰু সামাজিক অৱস্থান সকলোৰে সমাহাৰত এই বিষণ্ণতাৰ জন্ম।

দৃশ্যমান জগতৰ এনে সুৰ থকা ঘটনাই মোৰ মনৰ জগতক আলোড়িত কৰাৰ পিছৰ এক প্ৰক্ৰিয়াৰ জৰিয়তেই মনৰ মাজত একোখন চিত্ৰ অংকুৰিত হয়।

এটা উদাহৰণ দিছোঁ। কেইদিনমানৰ আগতে সন্ধিয়া ৮-৩০ বজাত বাছেৰে ঘৰলৈ উভতিছোঁ। বৰষুণ। বাট-পথত লাইট নাই বুলিলেই হয়। খিৰিকীৰে দেখিলোঁ জি এল পাব্লিকেশ্বনৰ কাষত এখন বৃহৎ হ'ৰ্ডিং। হয়তো চিগাৰেট বা আন কিহবাৰ। হ'ৰ্ডিঙৰ পৰা কিছু দূৰৈত সৰু পাণ দোকান এখনত টিমিক-টামাককৈ জ্বলি আছে এটা চাকি। বাছেৰে পাৰ হৈ যাওঁতে খন্তেকলৈ দেখা এই হ'ৰ্ডিং আৰু দোকানে মোৰ মনত এক ক্ৰিয়াৰ সৃষ্টি কৰিলে। বৃহৎ হ'ৰ্ডিংখনে অকণমানি গুমটিটোক হেঁচি ধৰিছে, যেন এইমাত্ৰ গ্ৰাস কৰি পেলাব। এই যে বৃহতে ক্ষুদ্ৰক গ্ৰাস কৰাৰ এই ভাবনাৰ অংকুৰে মোৰ মনৰ জগতত ক্ৰিয়া কৰি থাকিব আৰু এই ভাবনা এদিন গোট মাৰি কঠিন হ'ব আৰু মই এই ভাবনাকে লৈ ছবি আঁকিবলৈ আগবাঢ়িম।

***ছবি এখন অঁকাৰ আগতে ড্ৰয়িং কৰে নে ?***

নিশ্চয়। ড্ৰয়িঙেই হ'ল ছবিৰ মূল বস্তু। ড্ৰয়িং অবিহনে ছবি কিদৰে আঁকিম ?

***কোনো বিশেষ দৃশ্যইহে আপোনাক আলোড়িত কৰে নেকি ?***

নকৰে। ভাল লগা বা আকৰ্ষিত হোৱা দৃশ্য বা ভাবনায়ো মোক আলোড়িত কৰে বুলি ক'ব নোৱাৰোঁ। মানুহ, প্ৰকৃতিৰ মাজত নিহিত চিৰন্তন দুঃখবোধে মোক বেছিকৈ আলোড়িত কৰে।

ধৰক —বসন্ত আহিছে, বিভিন্ন ফুলে ৰঙৰ উৎসৱ পাতিছে — সেয়া মোৰ বেয়া নালাগে, ভালেই লাগে; কিন্তু এয়া মোৰ বাবে গতানুগতিক, স্বাভাৱিক; কিন্তু মেঘে গাজিলে বৰষুণ দিলে মই থিৰেৰে থাকিব নোৱাৰোঁ। বৰ্ষাৰ বহুমুখী আবেদন মোৰ বাবে হৈ পৰে গুৰুত্বপূৰ্ণ।

আন এটা উদাহৰণ। এগৰাকী সুন্দৰী মহিলাই আনন্দ মনেৰে আইচক্ৰীম খাই থকাৰ দৃশ্য মোৰ হয়তো ভালেই লাগে। তেনে দৃশ্যই মোক আকৰ্ষিত কৰিলেও ছবি অঁকাৰ বাবে আলোড়িত নকৰে। হয়তো সেই নাৰীৰ অন্য এক ৰূপ মোৰ ছবিৰ বিষয় হ'ব পাৰে।

এইদৰেই মোৰ চিত্ৰৰ সমল চাক্ষুষ অভিজ্ঞতাৰ মাজেৰে আহি হৃদয় মথিত কৰি মোক ছবি অঁকাৰ পৰ্যায়লৈ লৈ যায়।

***আপোনাৰ সৃষ্টিৰ শিপা ক'ত ?***

আগৰ উত্তৰতে নিশ্চয় এই প্ৰশ্নৰ উত্তৰো সোমাই আছে। তথাপিতো যিকোনো কামৰে আঁৰত নিশ্চয় প্ৰাথমিক একোটা উদ্দেশ্য থাকে। অৰ্থাৎ লেখা-মেলা, ছবি অঁকা, বল খেলা, গান গোৱা বা সংসাৰ পাতি বাস কৰা সকলোতে কৰ্তাৰ অহঙক সন্তুষ্ট

কৰাটোৱেই প্ৰাথমিক কথা নেকি! তদুপৰি এক সামাজিক দায়িত্বও প্ৰতিটো কামৰ আঁৰতে থাকে। ছবি অঁকাৰ বেলিকাও তাক অস্বীকাৰ কৰিব নোৱাৰি; কিন্তু মই বিশ্বাস কৰোঁ, সামাজিক উত্তেজনা সৃষ্টিকাৰী সামান্য ৰাজনৈতিক ঘটনাক চিত্ৰৰ সমল কৰাটো ভাল কথা নহয়। কিন্তু প্ৰশ্ন উঠিব পাৰে যে পিকাছোৰ 'গোৱেৰ্নিকা' তেনেহ'লে কি অৰ্থত ৰাজনৈতিক ছবি? গোৱেৰ্নিকাত অংকিত হৈছে মানুহৰ বিৰুদ্ধে মানুহৰ অত্যাচাৰ।

এয়া সংকীৰ্ণ ৰাজনৈতিক ঘটনা নহয়। মন্দিৰ-মছজিদ ভঙাৰ ঘটনা নহয়। মনুষ্যত্বৰ ওপৰত হোৱা প্ৰচণ্ড আক্ৰমণ গোৱেৰ্নিকাৰ মৰ্মবস্তু। একেদৰে গয়াৰ ছবিতো সামৰিক বাহিনীৰ আক্ৰমণৰ বিৰুদ্ধাচৰণ কৰা হৈছে। জাতীয় আৰু মানৱীয় এনে দায়িত্ব পালনত নিঃসন্দেহে শিল্পীৰ ভূমিকা থাকে। এই ভাবনাক মই অস্বীকাৰ নকৰোঁ। আৰু আন এক ভূমিকাত মই বিশ্বাস কৰোঁ যে শিল্পী হিচাপে তেওঁ সামূহিক ৰুচি আৰু মঙ্গল সাধনত সামান্যভাৱে হ'লেও অৰিহণা যোগাইছেনে নাই।

*আপোনাৰ সৃষ্টিক লৈ আপুনি সন্তুষ্টনে?*

সন্তুষ্ট নহয়।

*সৃষ্টিশীল কামৰ সমান্তৰালভাৱে আপুনি কমাৰ্চিয়েল কাম-কাজো কৰি আহিছে। কমাৰ্চিয়েল কাম-কাজে সৃষ্টিশীলতাত বাধা জন্মায় নেকি?*

যদিও কমাৰ্চিয়েল আৰ্টৰ প্ৰশিক্ষণ নাই, তথাপিতো মই বাল্যৰ বয় বিড়িৰ হোৰ্ডিঙৰ পৰা কিতাপ-আলোচনীৰ বেটুপাত, ইলাষ্ট্ৰেচনলৈকে বহু কামেই কৰিছোঁ। এটা সময়ত ভাবিছিলোঁ, এনেবোৰ কাম কৰি সময় নষ্ট কৰিছোঁ; কিন্তু এতিয়া মই তেনেদৰে নাভাবো। কমাৰ্চিয়েল বা সৃষ্টিশীল যি কামেই নহওক, তাক নিখুঁত, আৰু সুন্দৰভাৱে কৰাৰ চেষ্টা কৰোঁ। মোৰ বাবে ভাল পোষ্টাৰ এখনৰো মূল্য আছে। টুলুজ বুলট্ৰেকে অঁকা পোষ্টাৰে প্ৰমাণ কৰে যে তাৰো শিল্পগুণ আৰু মূল্য আছে। আনকি পিকাছোৱে পোষ্টাৰ আঁকিছিল।

এটা কথা কি জানে, মুলতঃ ছবি হ'ল ইলাষ্ট্ৰেটিভ কাৰবাৰ। ঠাইক সজাই তোলাটো অতি গুৰুত্বপূৰ্ণ কাম। সৃষ্টিশীল বা কমাৰ্চিয়েল উভয় কামতে শিল্পীৰ এই দক্ষতাৰ প্ৰয়োজন। এই দক্ষতা কেৱল অনুশীলনে নিদিয়ে— কল্পনাইহে ইয়াক সমৃদ্ধ কৰে। কল্পনাৰ জৰিয়তে ছবিৰ মেজাজ সৃষ্টি সম্ভৱ। অৱশ্যে কোনো কামৰ বেলিকাই মই গুণগত মান নিম্ন কৰিব পৰা কামৰ লগত আপোচ নকৰোঁ।

*ছবি আপুনি কোন সময়ত আঁকে?*

ৰাতি।

*ৰঙৰ বেলিকা আপোনাৰ প্ৰিয়, অপ্ৰিয় কোনো নিৰ্বাচন আছে নেকি?*

মই সাধাৰণতে ভাৰতীয় ৰঙা, সেউজীয়া আৰু বাদামী ৰং বেছিকৈ ব্যৱহাৰ কৰো

আৰু এইকেইটা ৰঙেৰে অনায়েসে আগবাঢ়িব পাৰোঁ। পৰাত হালধীয়া ব্যৱহাৰ কৰিবলৈ নিবিচাৰোঁ; কিন্তু চিত্ৰই বিচৰাধৰণে আন ৰং ব্যৱহাৰ কৰাত মোৰ কোনো আপত্তি নাই।

মই ভাবো—ভাৰতীয় ৰঙা, সেউজীয়া আৰু বাদামী ৰংকেইটা পৈণত আৰু ইয়াৰ প্ৰকাশ ক্ষমতা অধিক। এই ৰংকেইটা গুৰুগম্ভীৰ আৰু এক সন্ন্যাস ভাব থকা যেনো লাগে।

***গুৱাহাটী আৰ্টিষ্ট গীল্ড গঠনত আপুনি মুখ্য ভূমিকা লৈছিল। গীল্ড আপুনি কিয় এৰিলে?***

চেন্নাইৰ চোলমণ্ডলমৰ দৰে এক শিল্প প্ৰতিষ্ঠান গঢ়ি তোলাৰ উদ্দেশ্য আগত ৰাখিয়েই আমি গীল্ড গঠন কৰিছিলোঁ। গীল্ড চলাবলৈ আমি মাথোঁ এঘাৰজন ছাত্ৰ হৈছিলোঁ। আমাৰ মূল উদ্দেশ্য আছিল বৃত্তিগত আৰু শিল্পগত উৎকৰ্ষৰ বাবে কাম কৰা। এই উদ্দেশ্যৰে আমি মীৰ্জা, বৰপেটা আদি ঠাইতো আৰ্ট স্কুল পাতিছিলোঁ। আৰম্ভণি খুউব ভালেই আছিল; কিন্তু শেষত আমাৰ মূল উদ্দেশ্য তল পৰাত মই সভাপতি হিচাপে পদত্যাগ কৰিলোঁ।

কিয়নো গুণগত উৎকৰ্ষক বাদ দি কেৱল গুৱাহাটীত শ শ ছাত্ৰ-ছাত্ৰীক কম দিনৰ ভিতৰতে সু-শিক্ষা নিদিয়াকৈয়ে আৰ্টিষ্ট হিচাপে উলিয়াই দিয়াৰ মই পক্ষপাতী নহয়। সভাপতি হিচাপে গীল্ডৰ সদস্য হ'বলৈ মই ডিগ্ৰী বা ডিপ্লমা থকা শিল্পীৰহে যোগ্যতাত গুৰুত্ব দি সংশোধনীৰ প্ৰস্তাৱ দিছিলোঁ। কিয়নো আনুষ্ঠানিক শিক্ষাক আওকাণ কৰিব নোৱাৰি। সেই প্ৰস্তাৱত বহুতে আপত্তি কৰাত মই পদত্যাগ কৰিছিলোঁ।

***বৰ্তমান ৰাজ্যখনত গঢ়ি উঠা আৰ্ট স্কুলবোৰ সন্দৰ্ভত আপোনাৰ মন্তব্য কি?***

কাঠফুলাৰ দৰে গঢ়ি উঠা এই আৰ্ট স্কুলবোৰৰ বহুতৰে উদ্দেশ্য আৰ্থিক লাভালাভ। এইদৰে আমি শিল্পী সৃষ্টি কৰিব নোৱাৰোঁ। সংগীতৰ বাবে যিদৰে ব্যাকৰণৰ প্ৰয়োজন, শিল্পীৰ বেলিকাও ব্যাকৰণ জনাৰ দৰ্কাৰ। উপযুক্ত শিক্ষক, নিৰ্দিষ্ট পাঠ্যক্ৰম বাদ দি চমু বাটেৰে শিল্পী হোৱা সম্ভৱ নহয়। ইয়াৰ বাবে আমাৰ প্ৰকৃত শিল্পপ্ৰেমী প্ৰতিষ্ঠান, চৰকাৰ আগবাঢ়ি আহি কাম কৰিবৰ সময় হ'ল।

***সংগীত আৰু চিত্ৰৰ আন্তঃসম্পৰ্ক আছে নেকি?***

মই ভাবোঁ উভয়ৰে ক্ষেত্ৰ আৰু চৰিত্ৰও সুকীয়া। জোৰ কৰি দুয়োটাকে এক কৰিব নোৱাৰি।

***বৰ্তমান আপুনি কি কৰি আছে?***

মই এতিয়া নিয়মিতভাৱে ছবি আঁকাত মন দিছোঁ। এটা সময়ত সৃষ্টিশীল কামত

ৰবকৈ মনোনিৱেশ কৰিব নোৱাৰিলোঁ। আৰ্থিক কাৰণতো মই আন আন কাম কৰিব লগীয়া হোৱাত সৃষ্টিশীল কামৰ সংখ্যা তাকৰ আছিল; কিন্তু এতিয়া পুনৰ লাগিছোঁ; কিন্তু মোৰ কমাৰ্চিয়েল কাম-কাজখিনিকো মই অথলে যোৱা বুলি নাভাবো।

আমাৰ দুৰ্বল দিশ এটাত মই সামান্যভাৱে হ'লেও কিছু কাম কৰিব পাৰিছোঁ বুলিয়ে মোৰ বিশ্বাস।

শ্ৰীময়ী, ১৬-২৮ ফেব্ৰুৱাৰী, ১৯৯৪

*সৃষ্টিত আনৰ হস্তক্ষেপ সহ্যাতীত*

# চালেহা আহমেদ

***আপোনাৰ শৈশৱ কিদৰে অতিবাহিত হৈছিল? পৰিয়ালত শিল্প চৰ্চাৰ পৰিৱেশ আছিলনে? আপুনি কিদৰে চিত্ৰ ভাস্কৰ্যৰ প্ৰতি আগ্ৰহী হ'ল।***

শৈশৱ বুলিলে আইতালৈ মনত পৰে। শৈশৱৰ দিনবোৰ বৰ বৈচিত্ৰ্যময়। শৈশৱৰ প্ৰথমাৰ্দ্ধত আইতা ককাদেউতাৰ স'তে কটালোঁ। যোৰহাটৰ ঘৰত। সাধুকথাৰ আমেজ তেতিয়াও আছিল। আইতাৰ পাৰিদিয়া বিছাৰ পাকত ধৰি বোকাহোলা বাগানলৈ যাওঁ। তাত থকা দিনবোৰত ফলমূলৰ বাগান, হাঁহ-পাৰ চৰাইৰ সতে মিতিৰালি পাতোঁ জোনাক নিশা গোলাপৰ সুবাসে মন ভৰাই ৰাখে। তাত থকা দিনকেইটাত দুয়োকাষে পৰ্দাদিয়া তলত গাদী পৰা চৈদিয়া গৰুগাড়ীত উঠি ধূলিময় ৰাস্তাৰে তিতাবৰ, বৰহোলা, দফলাটিং, বেঙেনাখোৱালৈ যোৱাৰ স্মৃতি বৰ ৰোমাঞ্চকৰ। ফটোৱে গাড়ী চলায়। তিকলি বুকলিহঁতৰ হাঁহি, গৰুগাড়ীৰ টিলিং-টালাং শব্দ আৰু গৰু গাড়ীৰ তলত লগাই লোৱা লেম্পটোৱে মোৰ মন এতিয়াও কাঢ়ি নিয়ে শৈশৱলৈ।

চাকৰি সূত্ৰে দেউতা বনবিভাগত 'ডিষ্ট্ৰিক কনজাৰভেটৰ অৱ ফৰেষ্ট' আছিল। শৈশৱৰ বাকী সময়কণ কটালোঁ মা-দেউতা আৰু ভাইটিৰ স'তে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ বন-বননিৰ ৰং খেদি। মোৰ মনৰ চিত্ৰত মিজোৰামৰ সৃষ্টি, কাজিৰঙাৰ যৌৱন, শৈশৱৰ মাজুলী, বৰপেটাৰ সত্ৰ, শ্বিলঙৰ বিদন বিচপ, লাবানৰ থিয়েটাৰ ঘৰ, নলবাৰীৰ ৰাসলীলা, তেজপুৰত থকা কালছোৱাতেই অনুপ্ৰেৰণাৰ উৎসবোৰ গোট খাইছিল।

পৰিয়ালত শিল্প-চৰ্চাৰ পৰিৱেশৰ কথা ক'বলৈ গলে আইতাৰ কথা আকৌ আহিব, কাৰণ বিবাহসূত্ৰে আইতাক বোকাহোলা বাগানৰ বৰকেৰাণী আব্দুল ৰেহিমৰ ঘৰৰ পৰা ফৰ্মুদ আলীৰ পৰিয়াললৈ বোৱাৰী কৰি আনিছিল । মুজিদপুৰ বাগানৰ গৰাকী আব্দুল মুজিদৰ দ্বিতীয় বোৱাৰী হিচাপে অহা আইতাই চাহপাত হাতেৰে কৰি

কিদৰে ব্যৱহাৰ উপযোগী কৰিব লাগে জানিছিল।

অকল সেয়ে নহয় আইতাৰ পৰা আমি কিদৰে কাপোৰ সীব লাগে, গুণাৰে ঢাকাৰ মচলিন কাপোৰত কিদৰে ফুল বাছিব লাগে, বিভিন্ন সুস্বাদু ব্যঞ্জন (আমিষ/নিৰামিষ) ৰান্ধিব লাগে, কিদৰে পৰিৱেশন কৰিব লাগে আদি শিকিছিলোঁ। আচাৰ-চাটনী, আদি তৈয়াৰ কৰাৰ কথাতো আছেই। মা-আইতাহঁতৰ তাঁত বোৱা, ফুল বছা ইত্যাদি কামবোৰেও মোক বিশেষভাৱে অনুপ্ৰাণিত কৰিছিল।

আইতাৰ পূৰ্বজ চোনামাই বেগম যোৰহাটৰ আমৰকটিয়া বাহাদুৰ গাঁওবঢ়াৰ হাতীদাঁতৰ পাতিবোৰা বিভিন্ন ধৰণৰ হাতীদাঁতৰ সূক্ষ্ম কাৰুকাৰ্যৰ পৰা আৰম্ভ কৰি মা, মাহী, মামীহঁতৰ বিচনীৰ দাঁতিত টুকুৰা ৰঙীণ কাপোৰৰ ন' সজোৱা, বজাৰৰ মোনা চিলোৱা, ৰঙীণ টুকুৰা কাপোৰ জো ৰা দি বিভিন্ন আকাৰৰ ব্যৱহাৰ উপযোগী কাপোৰ চিলোৱা, সূতাৰে আইনা ঢকা, বটা ঢকা, নাস্তাৰ বাচন ঢকা, কেঁক ঢকা, পেটিকোটৰ তলত লগোৱা পটি চিলোৱালৈকে মোৰ বাবে পৰিয়ালত শিল্প-চৰ্চাৰ পৰিৱেশ গঢ়ি উঠিছিল। ঘৰুৱা সকলোবোৰ কামৰ মাজতো গৃহ- সজ্জাই বিশেষ স্থান লাভ কৰিছিল। মোৰ আব্বাজান মৌলবী কামালউদ্দিন আহমেদ শিৱসাগৰৰ পাৰ্চীপঢ়ীয়া পৰিয়ালৰ পৰা অহা। এই পৰিয়ালটোৰ প্ৰথম মানুহজনক সুদুৰ পাৰস্যৰ পৰা আনি দলবাগানত ঠাই দিছিল। তেওঁ পাৰ্চী ভাষাৰ পণ্ডিত আৰু কবি আছিল। ইতিহাসৰ পাতত তেওঁক মোল্লা দৰবেশ বুলি জনা যায়। এই পৰিয়ালৰ পঢ়াৰ স্থান বহু উচ্চত। পৰিৱেশে তাতো লগ এৰা নাছিল। ভাস্কৰ্যৰ ধাৰণাটো বোধকৰো শিমলুগুৰি চৰাইদেউ আৰু শেষত আইজালত থাকোঁতে পুতলা দৰা-কইনা খেলাৰ দিনৰ পৰা আহিছে। বনবিভাগত চাকৰিৰ সূত্ৰে আব্বাজান তাত থাকোঁতে কিছুদিন তাত কটাইছিলো। আৰবী বৰ্ণমালাৰ প্ৰথম আৰবী (আলিফ বে) শিকাৰ দিনাৰ পৰাই মনত চিত্ৰানুভূতিয়ে দোলা দিয়ে। তাৰ ফলস্বৰূপে এতিয়াৰ ড্ৰয়িং স্কেচ ইত্যাদিবোৰ। ছবিৰ ধাৰণাটো বৰ দেৰিকৈ অহা।

*কৈশোৰ আৰু যৌৱনৰ স্বপ্ন কি আছিল ? সেই স্বপ্ন সফল হৈছেনে ?*

কৈশোৰতে ধাৰণাবোৰ পুঞ্জীভূত হৈছিল। যৌৱনৰ যি স্বপ্ন আছিল আজিও তাক সফল কৰিব পৰা নাই। সাধনাৰ কি ফল হ'ব নাজানো। তথাপি মই মোৰ মনক মোৰ অধীনত ৰাখিছোঁ।

*ছাত্ৰীকাল আৰু শান্তি-নিকেতনৰ অভিজ্ঞতা কেনে ?*

ছাত্ৰী অৱস্থাত স্বৰ্গীয় সুৰেন বৰদলৈদেৱে এদিন কৈছিল ছোৱালীজনীৰ মন আছে — পাৰিব। তাৰ কিছুদিনৰ পিছতেই শান্তিনিকেতন লৈ যাত্ৰা কৰিছিলোঁ।

দেউতাৰ অনুপ্ৰেৰণা, সহায়-সহযোগিতা, উৎসাহেৰে আজিৰ এই অৱস্থাত

উপনীত হৈছোঁ। শৈশৱৰ কিছুদিন তেজপুৰত কটাইছিলোঁ। তেজপুৰৰ ভৈৰপুৰ শিল্প ঐশ্বৰ্যই মোৰ মনক টানি লৈ গৈছিল তাহানিৰ চিত্ৰলেখাজনীৰ কাষলৈ। তাতে লগ পাইছিলো অসমৰ বিখ্যাত চিত্ৰ শিল্পী শ্ৰীযুক্ত মদন লহকৰ ছাৰক। ছাৰৰ ভাস্কৰ্য আৰু পানীৰঙৰ কামে মোক এতিয়াও আকৰ্ষিত কৰে।

যৌৱনৰ দুৱাৰডলিত শান্তিনিকেতনৰ হাতবাউলিক নুই কৰিব নোৱাৰিলোঁ গছে, বনে, গানে, নাটে, আধ্যাত্মিকতাৰ নতুন ৰং, খালী ভৰিৰে খোজ কঢ়া, চৰাই, গান, গছে ফুলে, খোৱাইৰ ৰ'দত পুৰি ৰোৱা তালগছ, খোৱাইৰ উত্তপ্ত তামবৰণীয়া — ৰঙৰ মাহত চাওঁতাল পৰগনাত প্ৰাচীন শিল্পৰ মসৃণ-মূৰ্তিৰ দৰে লগা জাক জাক চাওঁতাল পুৰুষ-মহিলা, প্ৰাণউচ্ছল হাঁহি, খোপাত ফুল, ভাঙি গঢ়া ৰূপৰ গহনাৰ আৱৰণে মোৰ যৌৱন মতলীয়া কৰি ৰাখিছিল। গুৰুদেৱ ৰবীন্দ্ৰনাথ ঠাকুৰ, মাষ্টৰমশায় নন্দলাল বসুৰ আৰ্শীবাদ সশৰীৰে নাপালেও শান্তিনিকেতনৰ কলাভৱনৰ প্ৰতি পদ বস্তুতে তেখেতসকলৰ স্পৰ্শ অনুভৱ কৰিছিলো, বিশুদা (নন্দলাল বসুৰ একমাত্ৰ পুত্ৰ) গৌৰীদি, সুখময় দা, আৰু বহুজনৰ সান্নিধ্যই মোক নানাৰঙী সপোন ৰাজ্যলৈ লৈ গৈছিল। য'ত আছিল ফটিক, বান্ধনী, উদকাট, লিনোকাটৰ বৈচিত্ৰ্যময় সম্ভাৰ। গৌৰীদি হ'ল ভাৰতীয় প্ৰথম মহিলা — যি গৰাকী নাৰীৰ একাগ্ৰতা আৰু গুৰুদেৱৰ অনুপ্ৰেৰণাৰে তেখেত সুদূৰ জাভাদ্বীপৰ পৰা স্ফটিকৰ দৰে কঠিন কাপোৰত ৰং কৰাৰ পদ্ধতিক ভাৰতীয় কৰি লৈ শিক্ষা প্ৰদান কৰিছিল। আজিও ৮০ বছৰ বয়সতো তেখেতে তেখেতৰ ভনীয়েক জ্ঞানাদিৰ স'তে শান্তিনিকেতনৰ বিভিন্ন ঠাইত ঘূৰি স্কেচছ কৰে, ছবি আঁকে, মেকৰম'ৰ দ্বাৰা ফুলৰ দ্বাৰা নানৰঙী গহনা গঢ়ে আৰু এই সকলোবোৰ লগে লগেই মই মোৰ বাস্তৱৰ আদৰ্শ পুৰুষজনক লগ পালো— শান্তিনিকেতনতেই। যাৰ প্ৰেমত মই আজিও পাগল। মোৰ এই জীৱনত মোৰ ভাল বেয়াৰ দিন মোৰ কাষত আজি যিমান পুৰুষ থিয় হৈছেহি — তেওঁলোকৰ মানত এইজন 'ঈৰ্ষাৰ' পু ৰুষ আৰু সেইজনেই মোৰ বাবে আদৰ্শ পুৰুষ — তেওঁৰ নামেই ৰামকিংকৰ বেইজ। যিগৰাকী দুৰ্দান্ত, শিল্পীক নিচেই কাষৰ পৰা নাচালে গম পোৱা নায়ায় সৃষ্টিৰ অৰ্থ কি ? কিংকৰদাই মোক কৈছিল — " এখানে (শান্তিনিকেতনত) কেন ? কি নেই তোমাৰ দেশে ? যেখানে সূৰ্য উঠে অনেক আগে।" শান্তিনিকেতনত ইমান সুন্দৰকৈ ছাত্ৰ আৰু শিক্ষকৰ মাজত গঢ় লৈ উঠা শৈক্ষিক পৰিৱেশ দেখিছিলো। ইজনে সিজনৰ প্ৰতি থকা আন্তৰিকতা, শ্ৰদ্ধা, আৰু সদভাৱৰ অভাৱ ঘটা দেখা নাছিলো। কলাভৱনৰ পাঠ্যক্ৰমৰ লগে লগে অন্যান্য বিষয়তো ছাত্ৰ-ছাত্ৰীসকলৰ যোগসূত্ৰ অনাটোৱে ছাত্ৰ-ছাত্ৰীসকলৰ মাজত সুপ্ত হৈ থকা দিশবোৰো প্ৰতিফলন ঘটিছিল। গান, নাচ, নাটক, আল্পনাৰে নানান অনুষ্ঠান সজোৱা, বৈতালিকত গান গোৱা, তাত অনুষ্ঠিত হোৱা ৰাষ্ট্ৰীয় আৰু

আন্তৰ্জাতিক সঙ্গীত নাটৰ অনুষ্ঠান, চেমিনাৰ, প্ৰদৰ্শনী সেইসকল খ্যাতনামা শিল্পীৰ স'তে যোগসূত্ৰ স্থাপন কৰাত কোনো ধৰণৰ বাধা আমি অনুভৱ কৰা নাছিলোঁ।

*প্ৰেমৰ উপলব্ধি বা প্ৰেমৰ বিষয়ে দৃষ্টিভঙ্গী কেনে ?*

মোৰ প্ৰেমৰ উপলব্ধি গভীৰ, কিন্তু দৃষ্টিভঙ্গী উদাৰ (যদি পুৰুষ আৰু নাৰীৰ প্ৰেমৰ কথা হয়।) আনহাতে ভগৱান আৰু মোৰ সৃষ্টিৰ প্ৰেমত মই বৰ স্বাৰ্থপৰ। এইক্ষেত্ৰত আনৰ হস্তক্ষেপ সহ্যাতীত।

*চাকৰি, ঘৰ, শিল্প-চৰ্চা একেলগে সম্ভৱনে ?*

সম্ভৱ ।

শিল্প-চৰ্চাক বাদ দি চাকৰি আৰু ঘৰুৱা জীৱনত প্ৰায়ে উদাসীনতাই আৱৰি ধৰে। শিল্প-চৰ্চা কৰি মুকলিভাৱে বাট বুলিব পৰা অৱস্থা অসমত বৰ্তমানো হোৱা নাই। চাকৰি, চৰুৰ দায়িত্ব বেসুৰা কোৰাচ মাথোঁ। তদুপৰি মোৰ একমাত্ৰ সন্তান চুমিক মানুহ কৰাৰ দায়িত্বও মোৰ অন্য এক প্ৰত্যা হ্বান। চুমি মোৰ বাবে সঁচা সাঁচত গঢ় দিব বিচৰা জীৱন্ত ভাস্কৰ্য।

*পুৰুষৰ সম্পৰ্কে ধাৰণা ? নাৰী-পুৰুষ সম্পৰ্কৰ বিষয়ে আপোনাৰ অভিজ্ঞতা কেনে ?*

পুৰুষসুলভ গুণেৰে পূৰ্ণতাপ্ৰাপ্ত পুৰুষৰ প্ৰতি আছে মোৰ গভীৰ শ্ৰদ্ধা আৰু আশা। অৱশ্যে মোৰ কোনো অভিযোগ নাই বুলি ক'ব নোৱাৰো কাৰণ যিখন দেশত ধৰ্ষিতা নাৰীৰ ছবি কাগজে-পত্ৰে প্ৰকাশ হয়, যিখন দেশত নাৰীক জোৰ কৰি চিতাত উঠাই দি সতী বুলি প্ৰচাৰ চলোৱা হয়, সেই দেশৰ পুৰুষ মানেই সত্যনে?

ভাৰতৰ বিভিন্ন প্ৰান্তত ঘূৰি-পকি যি বুজি পাইছো অসমেই একমাত্ৰ ঠাই যি ঠাইত নাৰী-পুৰুষৰ সম্পৰ্ক বহু উচ্চত আৰু ব্যক্তিগত অভিজ্ঞতাৰ পৰাও ক'ব পাৰো যে নাৰী -পুৰুষৰ সম্পৰ্ক তেতিয়াই আদৰ্শনীয় আৰু সুন্দৰ হৈ পৰে, যেতিয়া ঐশ্বৰিক গুণেৰে পূৰ্ণতা লাভ কৰে । যেতিয়া দুয়ো দুয়োৰো নিৰ্দিষ্ট স্থানৰপৰা সাৱলীল গতিৰে ধাৱমান হয়, তাত সৃষ্টি আৰু কামৰ আনন্দ পোৱা যায়।

*শিল্প-চৰ্চাক আপুনি কিদৰে গ্ৰহণ কৰিছে ?*

জীৱন হিচাপে ।

*ভাস্কৰ্যক মাধ্যম ৰূপে বাছি লোৱাৰ কাৰণ কি ?*

এনে কিছু কথা থাকে যাক জীৱনৰ অংগ কৰি লোৱাৰ সময়ত লাভ-লোকচান বা অতীত-ভৱিষ্যৎ ভাবি গ্ৰহণ কৰা নহয়। জীৱনৰ স'তে জড়িত ই এক প্ৰবাহিত ধাৰাহে। কিংকৰদাৰ কথা প্ৰথমেই উনুকিয়াইছোঁ। ভাস্কৰ্যত বাস্তৱ জীৱনৰ অনুভৱ, শিহৰণ আছে। মাটিয়েই আদিম, মাটিয়েই জীৱন, মাটিৰেই আৰম্ভণি আৰু শেষ। আপুনি নিশ্চয় জানে মাটিৰ গোন্ধে মোক অহৰহ আদিমৰ পৰা আদিম অৱস্থালৈ লৈ

যায়, য'ত আছে সৃষ্টিৰ মাদকতা। জীৱনৰ দৰে ভাস্কৰ্যতো আছে জীৱনৰ বাধাহীন গতি।

*প্ৰথম একক ভাস্কৰ্য প্ৰদৰ্শনী ক'ত আৰু কেতিয়া হৈছিল ? তাৰ অভিজ্ঞতা কেনে ?*

খুব সম্ভৱ মোৰ প্ৰথম ভাস্কৰ্য প্ৰদৰ্শনীখন ১৯৭৪ত যোৰহাটৰ নেহৰু পাৰ্ক ভৱনত ত্ৰিবেণীৰ উদ্যোগত অনুষ্ঠিত হৈছিল। এই প্ৰদৰ্শনীখনে উদ্যোক্তাসকলৰ লগতে মোকো বিশেষ ভাৱে অনুপ্ৰাণিত কৰিছিল। তেখেতসকলৰ অনুপ্ৰেৰণা, উৎসাহ আৰু মৰম মই চিৰদিন কঢ়িয়াই ফুৰিছোঁ।

সেই অভিজ্ঞতা বৰ ৰোমাঞ্চকৰ এই বুলিয়ে কৈছোঁ যে আত্মপ্ৰকাশৰ এই মাধ্যমে মোক ক'ৰ পৰা ক'লৈ লৈ গৈছিল নাজানো। তাৰ পাছত মই একক ভাস্কৰ্যৰ প্ৰদৰ্শনীখন ১৯৮৪ ত 'খনিকৰ' ৰ সৌজন্যত গুৱাহাটী আৰ্ট গেলেৰীত পাতো। সাংস্কৃতিক সঞ্চালকালয়ৰ আৰ্থিক অনুদান সিদিনাৰ বাবে এক নতুন অভিজ্ঞতা আৰু নতুন সংযোজনা আছিল। এই প্ৰদৰ্শনীৰ উদ্যোক্তাসকলৰ নাম আৰু গুণানুকীৰ্তন স্থানাভাৱৰ বাবে দিব নোৱৰাৰ বাবে তেখেতসকলে যেন বেয়া নাপায়।

*আন ঠাইৰ তুলনাত আমাৰ চিত্ৰ শিল্পী আৰু ভাস্কৰ্যৰ কামৰ পৰিমাণ কম। ইয়াৰ কাৰণ কি ?*

অসমত চিত্ৰ-ভাস্কৰ্যৰ সংখ্যা অন্য ঠাইৰ তুলনাত তুলনামূলকভাৱে কম হোৱাৰ কাৰণটোৱে হ'ল — অকল শিল্প-চৰ্চা কৰি জীৱন নিৰ্বাহ কৰাৰ পৰিবেশ ইয়াত গঢ়ি উঠা নাই। দুই-এগৰাকী শিল্পীক বাদ দি মুখ্যতঃ অসমৰ প্ৰতিখন শিল্পীৰ জীৱন-নিৰ্বাহৰ বাবে চাকৰি ইত্যাদি কৰাৰ পৰা বিৰত থাকিব নোৱাৰে। চাকৰিয়ে লাহে লাহে জীৱনৰ ওপৰত প্ৰভাৱ পেলোৱাৰ বাবে শিল্পী জীৱনৰ সকলোবোৰ ৰঙীণ স্বপ্নতে ভাঙোন ধৰাত সহায় কৰে আৰু লগে লগে গতানুগতিক সাংসাৰিক জীৱনৰ বান্ধোনে, সামাজিক বান্ধোনে, পৰিৱেশৰ বিপৰীতে যোৱাৰ বাবে শিল্প-চৰ্চা অকলশৰীয়া হৈ পৰে।

এনে কাৰণসমূহৰ উপৰি অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ (মণিপুৰক বাদ দি) শিল্প-চৰ্চা অতি মন্থৰ। ইয়াৰ কাৰণ হিচাপে সামাজিক, আৰ্থিক, মানসিক, ৰাজনৈতিক আৰু দলাদলিৰ দিশবোৰকো সামৰিব পাৰি। ই আমাৰ বাবে অতি দুখজনক অৱস্থা যে অসমত আজিও চৰকাৰীভাৱে এখনো পূৰ্ণাঙ্গ আৰ্টগেলেৰী গঢ়ি নুঠিল। সাহিত্য সভাৰ ঘৰতেই ভাৰা লোৱা ঘৰটি যদি কাইলৈ ঘুৰাই বিচাৰে কাৰ পদুলিত আৰ্ট গেলেৰীয়ে স্থান পাব ? নে একেবাৰে উলঙ্গ হৈ ৰাজপথে পথে ঘূৰিব ? কিয় এই অনীহা ! নে আমি শিল্পীবোৰ মেৰুদণ্ডহীন হৈ জীয়াই আছোঁ ? যিটো যুগত আন ৰাজ্যৰ লগত নিজক তুলনা কৰি কম্পিউটাৰত ছবি আঁকাৰ পদ্ধতিৰ বিষয়ে ঘণ্টা ধৰি বক্তৃতাৰ ফুলজাৰি উৰাওঁ, ঠিক একেখনি সময়ত আমিয়েই ছবি ভাস্কৰ্য সৃষ্টিৰ খৰিমাটি বিচাৰোঁ। নে আমি নিজৰ ওপৰত পূৰ্ণতা লভিছোঁ। আন্তৰ্জাতিক, ৰাষ্ট্ৰিক আদি ক্ষেত্ৰতো উপযুক্ত প্ৰতিনিধি

নথকাৰ বাবে অসমৰ শিল্পপ্ৰাণ শিল্পী নথকাটোৱে সূচায়। মুকলিমূৰীয়াকৈ শিল্প-চৰ্চাৰ পৰিৱেশ, শিল্পী আৰু শিল্পকৰ্মৰ বিষয়ে আলোচনা-সমালোচনা কৰোঁতে মই ইতিমধ্যে অসমৰ বহুজন গুণী ব্যক্তি তথা বন্ধু-বান্ধৱৰ অপ্ৰিয় হ'ব লগাত পৰিছোঁ আৰু সেইবাবে ব্যক্তি বা অনুষ্ঠান বিশেষক আলোচনালৈ টানি নানো।

অসমৰ বাহিৰত, বাহিৰ বুলিলে দিল্লী, কলিকতা, মাদ্ৰাজ, বোম্বাই আদি ঠাইৰ — শিল্পৰ ব্যৱসায়িক দিশটোৰ যিখিনি সুবিধা তাৰ দ্বাৰা শিল্পীসকলে যথেষ্ট সুবিধা গ্ৰহণ কৰিব পাৰে। সেই সকলোবোৰ ঠাইতে বৰ্তমান চৰকাৰী আৰু বেচৰকাৰী আৰ্ট গেলেৰী গঢ়ি উঠিছে। গেলেৰীৰ উদ্যোক্তাসকলে প্ৰকৃতাৰ্থত গুণসম্পন্ন শিল্পকলাক সমাদৰ কৰে। তেখেতসকলৰ উদ্যোগত যিবোৰ প্ৰদৰ্শনী হয় আৰু বিক্ৰীৰ পৰা যথেষ্ট অৰ্থও আহে। লগতে শিল্পীয়ে ইচ্ছা কৰিলে কিছু উচ্চমানৰ চিত্ৰ-ভাস্কৰ্য প্ৰিণ্ট আদি জমা থ'ব পাৰে আৰু তেনেকৈয়ে এটা স্পৃহা জন্মে নৱ সৃষ্টিৰ বাবে।

অসমতো প্ৰথমাৰ্ধত ১৯৭৪-৭৫ চনত চৰকাৰীভাৱে সাংস্কৃতিক সঞ্চালকালয়ৰ দ্বাৰা ছবি ক্ৰয় কৰাৰ মনোভাৱ এটা দেখা গৈছিল যদিও এই স্পৃহাৰো এতিয়া এক ঘুণে ধৰা অৱস্থা। এটি পূৰ্ণাঙ্গ আৰ্ট গেলেৰীৰ অভাৱৰ বাবেই এয়া হৈ উঠা নাই। আমাৰ শিল্পীসকলৰ সৃষ্টিকৰ্ম বাহিৰলৈ নি যদি প্ৰদৰ্শনী কৰিলেহেঁতেন অসমীয়া শিল্পীৰ সন্মানবোধত ইমান আঘাত নালাগিলহেঁতেন আৰু অন্যহাতে কোনো শিল্পীপ্ৰাণ ব্যক্তিয়ে গুৱাহাটী বা অসমলৈ আহি একেলগে অসমৰ সকলো শিল্পীৰ শিল্পকৰ্মসমূহ দৰ্শন কৰাৰ কিবা ব্যৱস্থা আছে বুলি মোৰ মনে নধৰে।

আৰু এই ব্যৱস্থাসমূহ নাই বাবে হয়তো ব্যক্তিকেন্দ্ৰিক হৈ পৰিছে এই শিল্পকৰ্মৰ, শিল্প-চৰ্চাৰ সীমনা, উপৰোক্ত আলোচনা কৰা আৰু বহুদিশ আলোচনা কৰিব নোৱৰাৰ কাৰণবিলাকৰ বাবে ব্যক্তিগতভাৱে মই ভাবোঁ মোৰ সৃষ্টি নিচেই সামান্য। ই এক অনুভৱহে।

*শিল্প-চৰ্চাৰ আৰম্ভণিৰ কালছোৱাত এনে হ'ব বুলি ভাবিছিলনে ?*

শিল্প-চৰ্চাৰ আৰম্ভণিৰ কালছোৱাত বৰ্তমানে যি জীৱন অতিবাহিত কৰিছোঁ তেনে এটি জীৱনৰ ধাৰণা লৈয়ে হয়তো মই জীৱনক জীৱন বুলি চলাই নিবলৈ চেষ্টা কৰিছিলোঁ; কিন্তু যিদিনা গম পালোঁ — মোৰ চেষ্টা, আন্তৰিকতা, ত্যাগ সকলোবোৰ দিয়ো যেতিয়া জীৱনৰ অৰ্থ বিচাৰি নাপালোঁ — মই অৱলম্বনে বাট বুলিলোঁ। ১৯৭৪ লৈকে প্ৰকৃতপক্ষে শিল্পী জীৱনৰ আঁত ধৰিছিলোঁ। ১৯৮২ চনত জীৱনে গতি সলালে। আৰু তেনেকৈয়ে ১৯৯১ চনত মই বৰ্তমান।

অভিজ্ঞতা হয়তো বহুত হৈছে। নাৰী বুলি মই নিজকে কোনোদিনে দুৰ্বল বুলি ভবা নাই। তাতেই বহুতৰ ঈৰ্ষা। কোনোবা বিশেষ ব্যক্তিয়ে এদিন উনুকিয়াইছিল — আপুনি

সঁচাকৈয়ে সাহসী আৰু সঁচা কথা ক'বলৈ হ'লে মই পুৰুষৰ ঈৰ্ষাৰ বিৰুদ্ধে যুঁজ দিছোঁ, সংগ্ৰাম আৰু প্ৰতিযোগিতাত নামিছোঁ। প্ৰথমে ভবা নাছিলোঁ জীৱন ইমান সুন্দৰ হ'ব পাৰে, সাধনাত তন্ময় হ'লে সমাজক সুধি বাট বুলিব নালাগে। সমাজে নিজেই বিচাৰিব।

*সাধাৰণতে চিত্ৰতকৈ ভাস্কৰ্যৰ জনপ্ৰিয়তা কম। তাৰ কাৰণ কি ?*

চিত্ৰতকৈ ভাস্কৰ্যত কিছু ডিছএড্‌ভাণ্টেজ আছে। একে সময়তে ভাস্কৰ্যৰ ত্ৰিমাত্ৰিক গুণৰ বাবে ইয়াক চাৰিওফালৰ পৰা অনুধাৱন কৰিব পাৰি আৰু ইয়াক যিমানেই চোৱা যায়, বাস্তৱত সি সিমানেই আকৰ্ষণ কৰে। প্ৰাণে টানে। সাধাৰণ মানুহক খুব মন্থৰ গতিৰেহে মানুহৰ মন ভাস্কৰ্যই আকৰ্ষণ কৰিব আৰু এবাৰ আকৰ্ষিত হৈ পৰিলে তাৰ পৰা ওলাই অহা কঠিন হৈ পৰে। অন্যহাতে ছবি হ'ল দ্বি-মাত্ৰিক। সৰ্বসাধাৰণ মানুহৰ দ্বি-মাত্ৰিক দৃশ্যগত অভিজ্ঞতা বেছি বাবেই সম্ভৱ ছবিয়ে সহজেই সকলোকে আকৰ্ষণ কৰে।

*ভাস্কৰ্যক আপুনি আত্মপ্ৰকাশৰ মাধ্যমৰূপে গ্ৰহণ কৰাত সফলনে ?*

সফলতাও সাধনাৰ ওপৰত নিৰ্ভৰ কৰে। অন্যহাতে যিমানখিনিলৈকে ভাস্কৰ্যৰ মাধ্যমেৰে আত্মপ্ৰকাশৰ প্ৰয়োজন বুলি ভাবোঁ সিমান খিনিলৈকেহে।

*মডেলিং বাদ দি ভাস্কৰ্য তিষ্ঠি থাকিব পাৰিব বুলি বিশ্বাস কৰে নে ? ভাস্কৰ্যৰ অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ বিষয়ে কি ভাবে ?*

মডেলিঙক বাদ দি ভাস্কৰ্যই স্থিতি লাভ নকৰে বুলি বিশ্বাস নহয় ; কিন্তু পৰ্যায়ক্ৰমে মডেলিঙৰ প্ৰয়োজনৰ কথা নুই কৰিবও নোৱাৰি।

ভাস্কৰ্যৰ অতীত মানেই বৰ্তমান, বৰ্তমান মানেই ভৱিষ্যৎ। আৰু ই শিল্পীৰ সৃষ্টিৰ সম্পূৰ্ণ অভিব্যক্তিক ফুটাই তুলিব পাৰে।

*No good sculptor can model a human figure without dwelling on the mystery of life - ৰডাঁৰ এই mystery of life - ক আপুনি কি ধৰণে আহৰণ কৰিছে ?*

ৰডাঁৰ জীৱনৰ ৰহস্য হয়তো তেওঁৰ ভাস্কৰ্যত বিচাৰি পাব পাৰি কিন্তু তেওঁৰ জীৱনৰ ৰহস্যই মোৰ ওপৰত পোনপটীয়াকৈ কোনো ধৰণেৰে প্ৰভাৱ পেলাব পৰা নাই।

*জীৱনে আপোনাক পূৰ্ণতা দিছেনে ? যদি দিয়া নাই কি বিচাৰে আপুনি ?*

জীৱনে কেনেদৰে পূৰ্ণতা লভে — মই নাজানো। মোৰ শিল্প-চৰ্চাৰ জীৱনলৈ এই মুহূৰ্তলৈকে পূৰ্ণতা আনিব পৰা নাই কিন্তু ব্যক্তিগত জীৱনত কেনেদৰে পূৰ্ণতা লভে নাজানো — কাৰণ সেই জীৱনৰ বাবে মোৰ মনত কোনো ক্ষোভ নাই, লোভ নাই, আশা নাই, অভিলাষ নাই, ঈৰ্ষা নাই। শিল্প- চৰ্চাৰ জীৱনত পূৰ্ণতাৰ বাবে শিল্পীৰ সংযোজনা বিচাৰোঁ, ৰাজ্যত ৰাজ্যিক পৰ্যায়ৰ অনুষ্ঠান-প্ৰতিষ্ঠান বিচাৰোঁ —

শিল্পীসকলৰ এটি সুস্থ, সবল, আৰু নিকা সংগঠন বিচাৰোঁ। লগতে শিল্পীক ভাল পাব পৰা এখন নিকা সমাজৰ এচাম নিকা শিল্পীপ্ৰাণ মানুহ।

*নিজ কামত আপুনি সন্তুষ্টনে ?*

সৃষ্টিৰ ক্ষেত্ৰত নহয়।

*সঙ্গীত সাহিত্যৰ প্ৰতি অনুৰাগ আছেনে আপোনাৰ ? মানুহৰ সঙ্গ ভাল লাগেনে ?*

অনুৰাগ থকাটোৱেই স্বাভাৱিক। মানুহৰ সঙ্গ ভালেই লাগে তথাপিতো এৰাই চলোঁ।

**শ্ৰীময়ী**, ১৬-৩১ আগষ্ট, ১৯৯১

*মৃণাল কুমাৰী কটকীৰ* জন্ম ১৯০৪ চনত যোৰহাটৰ বালিগাঁৱত। শৈশবতে পিতৃ-মাতৃক হেৰুৱাই ডিব্ৰুগড়ত ককাক ৰায় বাহাদুৰ পৰশুৰাম খাউণ্ডৰ ঘৰত ডাঙৰ-দীঘল হয়। মৃণাল কুমাৰী কটকীয়ে ষষ্ঠ শ্ৰেণীলৈ পঢ়িছিল আৰু বৃত্তি পাইছিল।

তেৰ বছৰ বয়সত তেওঁক গুৱাহাটীৰ চত্ৰাকাৰৰ সৰ্বেশ্বৰ শৰ্মা কটকীলৈ বিয়া দিয়া হয়। শিক্ষক সৰ্বেশ্বৰ কটকীয়ে (১৮৯২-১৯৪৬) আজীৱন ৰাজ্যৰ হেৰোৱা ঐতিহ্যৰ গৱেষণা কৰিছিল। লেখা-মেলাৰ জৰিয়তে প্ৰত্নতত্ত্বৰ প্ৰতি ৰাইজক আগ্ৰহী কৰাত ব্ৰতী সৰ্বেশ্বৰ শৰ্মা কটকীয়ে পুৰণি সম্পদ আৰু শিল্পকলাৰ শ্লাইড প্ৰদৰ্শন কৰি ৰাইজক সচেতন কৰাৰ চেষ্টা চলাইছিল। মৃণাল কুমাৰী কটকীয়ে স্বামীক সদায় এই দিশত সহায়ৰ হাত আগবঢ়াইছিল। ২০০৩ চনত তেওঁৰ দেহাৱসান হয়। ২০০৪ চনৰ ডিচেম্বৰ মাহত প্ৰকাশন পৰিষদে সৰ্বেশ্বৰ শৰ্মা কটকী ৰচনাৱলী প্ৰকাশ কৰে।

*বিনন্দ চন্দ্ৰ বৰুৱাৰ* ১৯০১ চনত টীয়কত জন্ম হৈছিল। কলকাতাত অধ্যয়ন কৰাৰ সময়ত তেওঁ অসম ছাত্ৰ সন্মিলনৰ মুখপত্ৰ 'মিলন' ৰ সম্পাদক আছিল। সেই সময়ত সাহিত্য চৰ্চাত 'মিলনে' যথেষ্ট অৰিহণা যোগাইছিল। তাতেই তেওঁৰ বন্ধু তুলসীনাৰায়ণ শৰ্মা, ফনীধৰ দত্ত আৰু পাৰ্বতি প্ৰসাদ বৰুৱাৰ উদ্যোগত প্ৰথম কবিতা পুথি 'শঙ্খধ্বনি' প্ৰকাশ পায়। জাতীয় জাগৰণ্য আৱেগ তেওঁৰ কবিতাত জীপাল হৈ আছে। বুৰঞ্জীমুলক চৰিত্ৰ, স্থান আৰু কাহিনীৰ ভিত্তিতেই বিনন্দ চন্দ্ৰ বৰুৱাই জাতীয় ভাৱনাৰে সমৃদ্ধ ভালেমান কবিতা ৰচনা কৰে।

'শঙ্খধ্বনি' ৰ উপৰিও তেওঁ 'প্ৰতিধ্বনি', 'জয়ধ্বনি', 'বংশীধ্বনি', 'সাহিত্য ৰত্নাৱলী', 'শৰাইঘাট', 'ৰাজস্থানৰ গল্প' আৰু 'মহাৰাজ নৰনাৰায়ণ' আদি গ্ৰন্থ ৰচনা কৰে। কলকাতাৰ পৰা আহি টীয়কত থাকি তেওঁ শিক্ষকতা বৃত্তি গ্ৰহণ কৰি সমাজৰ নানা কামত জড়িত হৈ জীৱন কটায়। অসমীয়া জনজীৱনৰ অভিজ্ঞতাৰ ভাণ্ডাৰ 'ধ্বনি কবি' বিনন্দ চন্দ্ৰ বৰুৱাৰ ১৯৯৪ চনত দেহাৱসান হয়।

*হেমন্ত মিশ্ৰ* আধুনিক চিত্ৰকলা জগতৰ এক গুৰুত্বপূৰ্ণ নাম। ১৯১৭ চনত শিৱসাগৰত জন্ম গ্ৰহণ কৰা প্ৰসিদ্ধ চিত্ৰ শিল্পী মিশ্ৰই এই অঞ্চলত শিল্প চৰ্চা আৰম্ভ কৰিলেও পিছলৈ

কলকাতাৰ বিখ্যাত 'কেলকাতা গ্ৰুপ'ৰ সদস্য হৈ শিল্প চৰ্চাক এক বহল পৰিসৰলৈ লৈ যায়। এতিয়ালৈকে মিশ্ৰৰ শিল্প কৰ্ম দেশ-বিদেশৰ বিভিন্ন ঠাইত প্ৰদৰ্শিত হৈছে আৰু তেওঁৰ চিত্ৰই পৃথিবীৰ বিভিন্ন ব্যক্তিগত আৰু ৰাজহুৱা সংগ্ৰহত ঠাই পাইছে।

লেণ্ডস্কেপৰ পৰা অতি বাস্তৱতাবাদৰ গভীৰ জগতলৈ মিশ্ৰৰ শিল্প কৰ্ম বিস্তৃত। সৃষ্টিৰ প্ৰতিটো অধ্যায়তে তেওঁৰ যাত্ৰা অনায়াস। আধুনিক অসমীয়া চিত্ৰকলাক সমৃদ্ধ কৰোতাসকলৰ ভিতৰত মিশ্ৰ আছিল আগৰণুৱা। তেওঁ এগৰাকী সু-লেখকো। 'ভাৰতীয় চিত্ৰ কলা' তেওঁৰ এখন গুৰুত্বপূৰ্ণ গ্ৰন্থ। 'দিখৌ লুইত আৰু সাগৰ' ত মিশ্ৰই তেওঁৰ জীৱন আৰু শিল্প চৰ্চাৰ সুদীৰ্ঘ পৰিক্ৰমা মনোগ্ৰাহী ভাষাত বৰ্ণাইছে। ইয়াৰ উপৰি বহু নিবন্ধ কাকতে-পত্ৰই সিঁচৰতি হৈ আছে।

*ড° হেৰম্ব কান্ত বৰপূজাৰী*ৰ জন্ম ১৯১২ চনত ডিব্ৰুগড়ত। বুৰঞ্জীবিদ ড° হেৰম্বকান্ত বৰপূজাৰীয়ে ইতিহাস চৰ্চাক সত্যৰ অন্বেষণ বুলি বিশ্বাস কৰিছিল। অঞ্চলটোৰ ইতিহাস চৰ্চাৰ বেলিকা তেওঁ ভালেমান কাম কৰি গৈছে। ১৯৩৯ চনত তেওঁ ঢাকা বিশ্ববিদ্যালয়ৰ পৰা এম এ ডিগ্ৰী লাভ কৰে। ঢাকা বিশ্ববিদ্যালয়তে তেওঁ বিখ্যাত বুৰঞ্জীবিদ আৰ চি মজুমদাৰৰ দৰে ব্যক্তিৰ সান্নিধ্যলৈ আহে।

যোৰহাট কলেজ, কটন কলেজ, চিলেটৰ এম চি কলেজ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ত অধ্যাপনা কৰা ড° বৰপূজাৰীৰ উল্লেখযোগ্য গ্ৰন্থসমূহ হ'ল : Assam in the Days of Company 1826-58, Problems of Hills Tribes : North East Frontier, American Misonaries and North East India 1873-1900 । Comprehensive History of Assam নামৰ বৃহৎ গ্ৰন্থখন তেওঁ সম্পাদনা কৰি উলিয়ায়। ড° বৰপূজাৰীৰ ইতিহাস চৰ্চাকলৈ আন এগৰাকী বুৰঞ্জীবিদ ড° অমলেন্দু গুহৰ মন্তব্য গুৰুত্বপূৰ্ণ — 'এই অঞ্চলৰ ইতিহাস ৰচনাৰ ধাৰা বা বিভিন্ন দিশত থকা তেওঁৰ অবদানৰ বাবেই কেৱল নহয় — সকলো পৰিস্থিতিতে বৰপূজাৰীয়ে লোৱা বুৰঞ্জীবিদৰ স্বাধীনচেতীয়া আৰু সত্য অন্বেষকৰ ভূমিকাৰ বাবে আমি তেওঁৰ ওচৰত কৃতজ্ঞ।'

গুৱাহাটীৰ ৰাজগড় ৰোডত বাস কৰা ড° বৰপূজাৰীৰ ২০০৪ চনৰ ১৬ এপ্ৰিলত মৃত্যু হয়।

*নলিনীধৰ ভট্টাচাৰ্য*ৰ জন্ম ১৯২১ চনৰ ৪ ডিচেম্বৰত, যোৰহাটৰ ওচৰৰ মেলেং কাঠ গাঁৱত। ১৯৪০ চনত কাকজান উচ্চ বিদ্যালয়ৰ পৰা প্ৰৱেশিকা আৰু ১৯৪২ চনত যোৰহাটৰ জে বি কলেজৰ পৰা আই এ পৰীক্ষাত তেওঁ উত্তীৰ্ণ হয়। তাৰ পিছত প্ৰাইভেটকৈ ১৯৫৪ চনত এম এ পৰীক্ষাত উত্তীৰ্ণ। ১৯৪২ চনৰ পৰা ১৯৬০ চনলৈ কাকজান উচ্চ মাধ্যমিক বিদ্যালয়ত শিক্ষকতা। ১৯৬০ চনৰ পৰা ১৯৬৩ চনলৈ শ্বিলঙৰ ছেন্ট এন্থনীজ কলেজত

আৰু ১৯৬৩ চনৰ পৰা ১৯৮৩ চনলৈ গুৱাহাটীৰ আৰ্য বিদ্যাপীঠ মহাবিদ্যালয়ত অধ্যাপনা। কবি-সমালোচক ভট্টাচাৰ্য বিভিন্ন সন্মানেৰে সন্মানিত। তেওঁৰ গ্ৰন্থসমূহ হ'ল ঃ কাব্যগ্ৰন্থ - 'এই কুঁৱলিতে', 'চেৰাশালিৰ মালিতা', 'আহত সপোন', 'ননী আছনে ঘৰত', 'বিদায় ফুলৰ দিন', 'দিনবোৰ সলনি নহ'ল'। আলোচনা গ্ৰন্থ - 'মূল আৰু ফুল', 'বেজবৰুৱা আৰু আধুনিকতাৰ ধাৰণা', 'কবিতাৰ কথা', 'কবিতা আৰু নেপথ্য', 'মহৎ ঐতিহ্য'। অনুদিত গ্ৰন্থ - 'দুই পুৰুষ', 'ঈশ্বৰী তলাৰ কাহিনী', 'প্ৰাচীন ভাৰতীয় সংস্কৃতি' আৰু সভ্যতা', 'ডাঃ ঝিভাগো' আৰু সম্পাদিত গ্ৰন্থ - 'বিষ্ণুৰাভা ঃ জীৱন আৰু কৃতি', 'মুনীন বৰকটকীৰ প্ৰসংগ সমালোচনা'। ভট্টাচাৰ্য গুৱাহাটীৰ ৰূপনগৰ নিবাসী।

*ড° অমলেন্দু গুহ* দেশৰ এগৰাকী আগশাৰীৰ ইতিহাস গবেষক। তেওঁৰ গবেষণা কুৰি শতিকাৰ আফগানিস্তান, পাৰ্টীসকলৰ পুঁজি গঠনৰ আদি কাল, মধ্যযুগৰ অসমৰ পৰা স্বাধীনতাৰ আগৰ আৰু পিছৰ কালৰ লগতে উত্তৰ পূৰ্বাঞ্চলৰ বিভিন্ন দিশলৈকে বিস্তৃত।

১৯২৪ চনৰ ৩০ জানুৱাৰীত ইম্ফলত জন্ম গ্ৰহণ কৰা ড° গুহ দৰং কলেজ, পুনেৰ গোখলে ইনষ্টিটিউট অব পলিটিক্স আৰু ইকনমিক্স, দিল্লী স্কুল অব ইকনমিক্স, কলকাতাৰ চেণ্টাৰ ফ'ৰ ষ্টাডিজ ইন ছচিয়েল চায়েন্সেজৰ অধ্যাপক আছিল। তেওঁ বহু সন্মানেৰে সন্মানিত। অধ্যাপক গুহ অসম সাহিত্য সভাৰ গোলাঘাট অধিৱেশনৰ বুৰঞ্জী শাখাৰ আৰু শিৱসাগৰ অধিৱেশনৰ কবি সন্মিলনৰ সভাপতি আছিল। কবিতাকে ধৰি অসমীয়াত তেওঁ ভালেমান গ্ৰন্থ ৰচনা কৰিছে। তেওঁৰ গ্ৰন্থসমূহ হ'ল ঃ 'তোমালৈ', 'ছোভিয়েট দেশত এভুমুকি', 'আফগানিস্তানত এভুমুকি', 'জমিদাৰকালীন গোৱালপাৰাৰ আৰ্থসামাজিক অৱস্থা ঃ এটি ঐতিহাসিক দৃষ্টিপাত', 'বৈষ্ণৱবাদৰ পৰা মায়ামৰীয়া বিদ্ৰোহলৈ', 'অসম নমৰে আমিও নমৰো', 'অসমৰ ইতিহাস ঃ অধ্যয়ন আৰু ৰচনা', 'প্ৰসন্নলাল চৌধুৰীৰ চানেকী কবিতা' (সম্পাদিত) আদি । ইংৰাজীত ৰচনা কৰা তেওঁৰ দুখন গুৰুত্বপূৰ্ণ গ্ৰন্থ হ'ল ঃ Planters Raj to Swaraj : Freedom Struggle and Electoral Politics in Assam; আৰু Medieval and Early Colonial Assam : Society Polity Economy। ড° গুহ গুৱাহাটীৰ উলুবাৰীৰ নিগাজী বাসিন্দা।

*শীলভদ্ৰৰ* জন্ম ১৯২৪ চনত গৌৰীপুৰত। চল্লিছ বছৰ বয়সত সাহিত্য ৰচনাত মনোনিৱেশ কৰি তেওঁ অসমীয়া সাহিত্যত বিশিষ্ট আসন দখল কৰে। শীলভদ্ৰ নামেৰে খ্যাত এই গৰাকী সাহিত্যিকৰ আচল নাম ৰেৱতী মোহন দত্ত চৌধুৰী। সাহিত্য অকাডেমি বঁটা আৰু ভালেমান সন্মানেৰে সন্মানিত শীলভদ্ৰই ১৯৯২ চনত সাহিত্য সভাৰ বঁটা প্ৰত্যাখ্যান কৰে। গুৱাহাটীত বাস কৰা শীলভদ্ৰৰ ২০০৮ চনত দেহাৱসান হয়।

তেওঁৰ প্ৰকাশিত গ্ৰন্থসমূহৰ কেইখনমান হ'ল - উপন্যাস ঃ 'মধুপুৰ আৰু তৰংগিনী', 'আগমনিৰ ঘাট', 'আঁহত গুৰি', 'অবিচ্ছিন্ন', 'প্ৰাচীৰ গধূলি' আৰু 'অনুসন্ধান'। গল্প ঃ 'কোনো ক্ষোভ নাই', 'সমুদ্ৰতীৰ', 'তৰুৱা কদম', বীৰ সৈনিক', 'শীলভদ্ৰৰ কুৰিটা গল্প', 'মেজাজ', 'ৰতু পতুৰ গেৰেজ', 'প্ৰতীক্ষা', 'উত্তৰণ', 'বিশ্বাস আৰু অন্যান্য গল্প', 'জীৱন আৰু অন্যান্য গল্প', 'আকৌ মধুপুৰ', 'মধুপুৰ বহুদূৰ', 'তৰ্পণ, 'নিৰ্বাচিত গল্প' আদি। 'স্মৃতিচাৰণ' আৰু অতীতৰ 'খণ্ডচিত্ৰ' তেওঁৰ আত্মজৈৱনিক ৰচনা।

*শোভা ব্ৰহ্ম* সৃজন, মনন আৰু সংবেদনৰ এখন বহুল পৃথিৱীৰ সন্ধানত ব্যস্ত। ১৯৩০ চনত কোকৰাঝাৰ অঞ্চলৰ ভুমকা গাঁৱত তেওঁ জন্ম গ্ৰহণ কৰে। শান্তি নিকেতনৰ পৰা আহি গুৱাহাটীত শিল্প চৰ্চাৰ পাতনি মেলি আৰ্ট কলেজৰ অধ্যক্ষৰূপে দীৰ্ঘদিন কাম কৰে।

শিল্পী হিচাপে ব্ৰহ্মই বিভিন্ন মাধ্যমত কাম কৰি আহিছে। ভাস্কৰ্য আৰু চিত্ৰত সমানে মনোনিৱেশ কৰা ব্ৰহ্মাৰ সৃষ্টি কৰ্ম অলেখ। তেওঁৰ শিল্প কৰ্ম বিভিন্ন ঠাইত প্ৰদৰ্শিত হৈছে আৰু নানা ঠাইৰ সংগ্ৰহতো ঠাই পাইছে। নানা সন্মানেৰে ভূষিত শোভা ব্ৰহ্ম এগৰাকী সু-লেখকো। বড়ো আৰু অসমীয়া ভাষাত তেওঁৰ কেবাখনো। কিতাপ প্ৰকাশ পাইছে। ব্ৰহ্ম 'শিল্পকলাৰ নবজন্ম', 'জীৱন আৰু চিত্ৰকলা', 'লিঅ'নাৰ্ডো ডা ভিঞ্চি' আৰু 'ভাৰতীয় শিল্পকলা' (অনুবাদ) আদি গ্ৰন্থৰ ৰচক। বৰ্তমান শ্ৰীমন্ত শংকৰদেৱ কথাক্ষেত্ৰৰ উপসভাপতি ব্ৰহ্ম গুৱাহাটীৰ আমবাৰী ফটাশিলৰ ধীৰেনপাৰা নিবাসী।

*ড° ভূপেন হাজৰিকাৰ* জন্ম ১৯২৬ চনত শদিয়াত। জ্যোতি প্ৰসাদ আৰু বিষ্ণুৰাভাৰ সান্নিধ্যলৈ অহা এই গৰাকী অনন্য প্ৰতিভাশালী শিল্পীয়ে জীৱনজুৰি সংগীত চৰ্চা, চলচ্চিত্ৰ নিৰ্মাণৰ পৰা অধ্যাপনালৈকে বিভিন্ন কামত জড়িত হৈ আহিছে। ভালেমান অসমীয়া আৰু হিন্দী ছবিৰ সংগীত পৰিচালক ড° ভূপেন হাজৰিকাই অসংখ্য গীত ৰচনা কৰিছে, সুৰ দিছে আৰু গাইছে। 'আমাৰ প্ৰতিনিধি', প্ৰতিধ্বনি আৰু আন কেবাখনো আলোচনী সম্পাদনা কৰা ড° হাজৰিকাৰ প্ৰকাশিত গ্ৰন্থও ভালেমান। 'সুন্দৰৰ দিগন্ত', 'জ্যোতিককাইদেউ', 'বিষ্ণু ককাইদেউ', 'ব'হাগ মাথোঁ এটি ঋতু নহয়', 'গীতাৱলী', 'দিহিঙে-দিপাঙে' আদি তেওঁৰ কেইখনমান প্ৰকাশিত গ্ৰন্থ।

'এৰাবাটৰ সুৰ', 'শকুন্তলা', 'প্ৰতিধ্বনি', 'লটিঘটি', 'চিকমিক বিজুলী', 'মনপ্ৰজাপতি', 'চিৰাজ আৰু আদি তেওঁৰ দ্বাৰা পৰিচালিত চলচ্চিত্ৰ। যাযাবৰী জীৱন কটালেও গুৱাহাটীৰ নিজৰাপাৰত তেওঁৰ নিগাজী ঘৰ।

*হেমেন্দ্ৰ প্ৰসাদ বৰুৱা বৰুৱাজ এণ্ড এছ'চিয়েট্‌ছ গ্ৰুপ অব্ কোম্পানীজৰ দৰে ব্যৱসায়িক সাম্ৰাজ্যৰ গুৰি ধৰোঁতা। বৰুৱা অসমীয়া সমাজৰ এক ব্যতিক্ৰমী ব্যক্তিত্ব।* ব্যৱসায়ৰ

সমান্তৰালভাৱে ৰাজ্যৰ উন্নতিৰ স্বাৰ্থত চাৰি পুৰুষ ধৰি সেৱা আগবঢ়াই অহা যোৰহাটৰ কাষৰ ঠেঙালৰ খণ্ডীয়া বৰুৱা পৰিয়ালৰ হেমেন্দ্ৰ প্ৰসাদ হ'ল অন্যতম প্ৰতিনিধি। ভাৰতীয় চাহ সন্থা আৰু বেঙ্গল চেম্বাৰ্চ অব কমাৰ্চৰ প্ৰাক্তন সভাপতি হেমেন্দ্ৰ প্ৰসাদৰ ব্যৱসায়ৰ পৰা শিল্প, সাহিত্য, সংগীত আৰু শিল্প সংগ্ৰহকলৈকে থকা ৰসবোধ মন কৰিবলগীয়া। ১৯২৬ চনত জন্ম গ্ৰহণ কৰা হেমেন্দ্ৰ প্ৰসাদ বৰুৱা সিংহপুৰুষ বিষ্টুৰাম বৰুৱাৰ নাতি আৰু 'পুৰণি চহকী আৰু অসমীয়াৰ ভিতৰত সবাতোকৈ প্ৰভাৱশালী ধনাঢ্য চাহ খেতিয়ক' শিৱপ্ৰসাদ বৰুৱাৰ পুত্ৰ। শিৱপ্ৰসাদ বৰুৱাই প্ৰথমখন অসমীয়া বাতৰি কাকত 'দৈনিক বাতৰি' ১৯৩৫ চনত ঠেঙালৰ দৰে গাঁৱৰ পৰা প্ৰকাশ কৰিছিল।

মাতৃ কমল কুমাৰী বৰুৱাৰ নামত গঠন কৰা কমলকুমাৰী বৰুৱা ন্যাসৰ জৰিয়তে হেমেন্দ্ৰ প্ৰসাদ বৰুৱাই দেশৰ সাহিত্য, শিল্প, সাংবাদিকতা আৰু বিজ্ঞানৰ প্ৰতিভাক প্ৰতিবছৰে বঁটাৰে সন্মান আগবঢ়াই আহিছে।

***দিলীপ শৰ্মা***ৰ ১৯২৬ চনত পাঠশালাৰ বামুনকুছি গাঁৱত জন্ম হয়। কলকাতাৰ চেণ্ট ছেভিয়াৰ্ছ কলেজত শিক্ষা সমাপ্ত কৰা দিলীপ শৰ্মা কলকাতা আকাশবাণী কেন্দ্ৰত গীত পৰিৱেশন কৰা প্ৰথম গৰাকী অসমীয়া শিল্পী। 'আবাহন' যুগৰ স্ৰষ্টা দীননাথ শৰ্মাৰ পুত্ৰ দিলীপ শৰ্মা জ্যোতিপ্ৰসাদৰ 'জয়মতী'ৰ দ্বিতীয় সংস্কৰণৰ সংগীতাংশৰ সহযোগী সংগীত পৰিচালক আছিল।

১৯৫০ চনত গুৱাহাটীলৈ আহি ভাৰতীয় গণনাট্য সংঘৰ কাম-কাজত অংশ গ্ৰহণ কৰি 'আবাহন' পুনৰ প্ৰকাশৰ ব্যৱস্থা কৰা শৰ্মাই গুৱাহাটীত শিক্ষকতা কৰে আৰু দেশ-বিদেশৰ বিভিন্ন অনুষ্ঠানত শিল্পী হিচাপে অসমক প্ৰতিনিধিত্ব কৰে। পত্নী সুদক্ষিণা শৰ্মাৰ লগত এতিয়ালৈকে সংগীত শিক্ষাৰ প্ৰসাৰত ব্ৰতী দিলীপ শৰ্মা সংগীত নাটক অকাডেমি সন্মানেৰে সন্মানিত। জ্যোতি আৰু ৰবীন্দ্ৰ সংগীতৰ সাধক দিলীপ শৰ্মাৰ ২০০৮ চনত দেহাৱসান হয়।

***সুদক্ষিণা শৰ্মা***ৰ কণ্ঠত বিষ্ণু প্ৰসাদ ৰাভাৰ 'নাহৰ ফুলে নুশুৱায়' আৰু জ্যোতিপ্ৰসাদৰ 'মোৰে জীৱনৰে সখা কৃষ্ণ' আদি গীত যি এবাৰ শুনিছে তাক তেওঁ পাহৰিব নোৱাৰে। সৰুৰে পৰা সংগীত চৰ্চাৰ বাতাবৰণৰ মাজত ডাঙৰ হোৱা সুদক্ষিণা শৰ্মাৰ ১৯৩৪ চনত জন্ম হয়।

ভাৰতীয় গণনাট্য সংঘৰ জৰিয়তে হেমাঙ্গ বিশ্বাস, জ্যোতি প্ৰসাদ, বিষ্ণু ৰাভাৰ সান্নিধ্যলৈ অহা শ্ৰীমতী শৰ্মাই জীৱন-জুৰি সমাজৰ মংগলৰ হকে গীত গাই আহিছে। স্বামী দিলীপ শৰ্মাৰ লগত আজীৱন গীত গাই অহা সুদক্ষিণা শৰ্মাই ৰাজ্যৰ ভালেমান যশস্যা শিল্পীৰ লগত স্মৰণীয় গীত গাইছে। এককভাৱেও সংগীত জগতলৈ তেওঁৰ অবদান কম নহয়।

*কেশৱ মহন্ত* ই ১৯২৬ চনত শোণিতপুৰ জিলাৰ মিজিকাজান চাহ বাগিচাত জন্ম গ্ৰহণ কৰিছিল। মহন্তৰ গীত আৰু কবিতা জনজীৱনৰ বৈচিত্ৰ্যময় অভিজ্ঞতা আৰু আধুনিক জিজ্ঞাসাৰে সমৃদ্ধ। শিক্ষকতা, সাংবাদিকতা আদি বিভিন্ন বৃত্তিৰ লগত জড়িত কেশৱ মহন্ত অসম গণ নাট্য সংঘৰ আজীৱন কৰ্মী আছিল। ভালেমান বঁটাৰে সন্মানিত মহন্তই গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰকাশন বিভাগত কাম কৰিছিল। ২০০৬ চনত গুৱাহাটীৰ নিজা বাসভৱনত কেশৱ মহন্তৰ দেহাৱসান হয়।

তেওঁৰ প্ৰকাশিত গ্ৰন্থসমূহৰ কেইখন মান হ'ল — কবিতা ঃ 'আমাৰ পৃথিৱী', 'আগন্তুক', 'তোমাৰ তেজ', 'মোৰ শুকান কলিজাত কুঁহিপাত', গীতৰ সংকলন ঃ 'ৰ'দ জিকিমিকি', 'ধুঁৱলী আঁতৰি যা', 'দিশ ধৱলী বৰণ', 'বুকুত এজাক ধুমুহা', 'মোৰ যে কিমান হেঁপাহ', আদি ।

*মেদিনী চৌধুৰী* ৰ জন্ম ১৯২৭ চনত গোৱেশ্বৰৰ বামচা গাঁৱত। চৌধুৰী অসমৰ প্ৰকৃতি, ভূগোল, ইতিহাস, নৃতত্ব আৰু লোক জীৱনৰ অফুৰন্ত ভাণ্ডাৰ আছিল। গাঁৱৰ জীৱন তেওঁৰ বাবে তেনেই চিনাকি। অসম চৰকাৰৰ ওপৰ মহলাৰ চাকৰি কৰিলেও মেদিনী চৌধুৰীৰ মানব দৰদী দৃষ্টিভংগীৰ ফলতেই সৃষ্টি হৈছিল বহু কেইখন মূল্যৱান উপন্যাস।

ইতিহাস চেতনা আৰু মানৱতাবাদী গুণৰ অধিকাৰী মেদিনী চৌধুৰীৰ উপন্যাস সমূহ হ'ল — 'তাত নদী নাছিল', 'ফেৰেংগাদাও', 'যাদু ঘৰৰ কীৰ্তিমুখ', 'যুগ যুগ গুৱাহাটী', 'বিপন্ন সময়', 'অনন্য প্ৰান্তৰ', 'বগুকাবেহাৰ', 'অৰণ্য আদিম', 'ফাগুনত আজাৰৰ ফুল' আৰু 'সপোন সপোন লাগে'। সাহিত্য অকাডেমি আৰু প্ৰকাশন পৰিষদ বঁটা লাভ কৰা মেদিনী চৌধুৰীৰ মৃত্যুত ড° হীৰেণ গোহাঁয়ে মন্তব্য কৰিছিল যে চৌধুৰীয়ে জীৱিত কালত পাব লগা স্বীকৃতি লাভ কৰাত পলম হ'ল। মেদিনী চৌধুৰীৰ আলোচনামূলক গ্ৰন্থকেইখন হ'ল —

'লুইত বৰাক আৰু ইছলাম', 'চীনৰ ছাত্ৰ আন্দোলন', 'সন্ত্ৰাসবাদ', 'নিৰ্বাচিত অনুভৱ', 'সৰ্বভাৰতীয় ভক্তি আন্দোলন আৰু শংকৰদেৱৰ মূল্যায়ন'। ২০০৩ চনত গুৱাহাটীত মেদিনী চৌধুৰীৰ দেহাৱসান হয়।

*হোমেন বৰগোহাঞি* ৰ ১৯৩১ চনত অবিভক্ত লক্ষীমপুৰ জিলাৰ ঢকুৱাখনাত জন্ম হয়। কটন কলেজৰ পৰা শিক্ষা সাং কৰি কিছুদিন শিক্ষকতা কৰাৰ পিছত বৰগোহাঞিয়ে মাটি হাকিমৰ চাকৰিত যোগদান কৰিছিল।

অসম সাহিত্য সভাৰ সভাপতি পদ অলংকৃত কৰা বৰগোহাঞি বহু বঁটা-বাহনেৰে সন্মানিত। 'সাপ্তাহিক নীলাচল' কাকত সম্পাদনাৰে সংবাদ জগতত প্ৰবেশ কৰা বৰগোহাঞিয়ে ভালেমান কাকত আৰু আলোচনী সম্পাদনা কৰিছে । প্ৰথম গল্প সংকলন 'বিভিন্ন কোৰাছ' প্ৰকাশৰ পৰা আজিলৈকে বৰগোহাঞিয়ে বহু গল্প, উপন্যাস, নিবন্ধ আদিৰে অসমীয়া সাহিত্য

সমৃদ্ধ কৰিছে। ইয়াৰ কেইখনমান হ'ল 'প্ৰেম আৰু মৃত্যুৰ কাৰণে', 'স্বপ্ন স্মৃতি বিষাদ', 'গল্প আৰু নক্সা', 'সুবালা', 'তান্ত্ৰিক', 'কুশীলব' , 'পিতা-পুত্ৰ', 'অন্তৰাগ', 'মৎস্যগন্ধা', 'সাউদৰ পুতেকে নাও মেলি যায়', 'বিভিন্ন নৰক' , 'আনন্দ আৰু বেদনাৰ সন্ধানত'।

'আত্মানুসন্ধান', 'মোৰ সাংবাদিক জীৱন, 'ধুমুহা আৰু ৰামধেনু' আৰু 'মোৰ হৃদয় এখন যুদ্ধক্ষেত্ৰ' — এই চাৰিখন তেওঁৰ আত্মজীৱনী। খ্যাতিমান সাহিত্যিক, সাংবাদিক হোমেন বৰগোহাঞি বৰ্তমান 'আমাৰ অসম' দৈনিক কাকতখনৰ সম্পাদক আৰু গুৱাহাটীৰ হেঙ্গেৰাবাৰীৰ হাউছিং কল'নীত বাসিন্দা।

*নিৰুপমা বৰগোহাঞি*ৰ ১৯৩২ চনত গুৱাহাটীৰ যোৰ পুখুৰীপাৰত জন্ম হয়। তেওঁ আজীৱন নাৰী স্বাধীনতা আৰু মানৱ অধিকাৰৰ হকে মাত মাতি আহিছে। তেওঁৰ সৃষ্টিকৰ্মতো এই সুৰ স্পষ্ট। সাংবাদিক হিচাপে অসম আন্দোলনৰ সময়ত মানৱ অধিকাৰ ভঙ্গৰ প্ৰতিবেদন প্ৰকাশ কৰাৰ ফলত 'সাপ্তাহিক নীলাচল' কাকতৰ পৰা তেওঁ নিলম্বিত হ'বলগীয়া হয়।

কলকাতাৰ পৰা ইংৰাজী সাহিত্যত এম এ ডিগ্ৰী লাভ কৰা নিৰুপমা বৰগোহাঞিয়ে ৰাজ্যৰ ভালেকেইখন কলেজত শিক্ষকতা কৰিছিল। ভালেমান বঁটাৰে সন্মানিত নিৰুপমা বৰগোহাঞিৰ বহু গ্ৰন্থ প্ৰকাশ পাইছে। 'সেই নদী নিৰবধি', 'অভিযাত্ৰী', 'এজন বুঢ়া মানুহ', 'ইপাৰৰ ঘৰ সিপাৰৰ ঘৰ' আৰু 'অন্য জীৱন' তেওঁৰ কেইখনমান উপন্যাস। 'অনেক আকাশ', 'জলছবি', 'শূন্যতাৰ কাব্য', 'সপোনৰ পিছত', 'প্ৰেমৰ বাবে স্বপ্নৰ বাবে', 'গল্পসমগ্ৰ' আদি তেওঁৰ প্ৰকাশিত গল্প সংকলন। 'বিশ্বাস আৰু সংশয়ৰ মাজেদি' তেওঁৰ আত্মজীৱনীমূলক ৰচনা। বৰ্তমান গুৱাহাটীৰ খাৰঘুলি নিবাসী নিৰুপমা বৰগোহাঞিৰ কলম এতিয়াও সক্ৰিয়।

*ড° ভুবন মোহন দাস* নৃতত্ত্বৰ অধ্যাপক আৰু গৱেষক। তেওঁৰ গৱেষণা আৰু অনুসন্ধিৎসাই এই অঞ্চলৰ বিভিন্ন জনগোষ্ঠীক সামৰি লৈছে। নৃতত্ত্বক জনপ্ৰিয় কৰাত অধ্যাপক দাসৰ অৱদান অতি গুৰুত্বপূৰ্ণ।

কটন কলেজ, গুৱাহাটী বিশ্ববিদ্যালয় আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ত অধ্যাপনা কৰা ড° দাসৰ বিদ্যায়তনিক সাফল্য দেশ-বিদেশলৈ বিস্তৃত। গল্প আৰু জীৱনী সাহিত্যলৈকো তেওঁৰ অৱদান লেখত ল'বলগীয়া। ভাৰতীয় বিজ্ঞান কংগ্ৰেছৰ অধিবেশনত ড° দাসে দুটা শাখাত সভাপতিত্ব কৰিছিল। ১৯৮২ চনত অসম সাহিত্য সভাৰ বুৰঞ্জী শাখাৰ অধিবেশনত তেওঁ সভাপতিত্ব কৰে।

'মোৰ পৃথিৱীৰ চিনাকি মানুহ', 'মানুহ', 'আদিম যুগৰ আদিম কথা', 'আমাৰ দৰে সিহঁতো মানুহ', 'দেউতাৰ কথা', 'আঠজনী মিছ্ছে', 'The People of Assam' আৰু 'Microevolution' আদি তেওঁৰ প্ৰকাশিত গ্ৰন্থৰ কেইখনমান গ্ৰন্থ। ১৯৩৩ চনত গুৱাহাটীত

জন্ম গ্ৰহণ কৰা অধ্যাপক দাসৰ ২০০৮ চনত দেহাৱসান হয়।

*নীলমণি ফুকন*ৰ জন্ম ১৯৩৩ চনত দেৰগাঁৱত। জনজীৱনৰ ৰূপ লাৱণ্যৰ মণ্ডিত প্ৰকাশ ঘটিছে ফুকনৰ কবিতাত। নীলমণি ফুকন শিল্প ৰসিকো। বহু সন্মানেৰে সন্মানিত নীলমণি ফুকনৰ কবিতাৰ বিষয়ে ড° হীৰেন গোহাঁইৰ মন্তব্য — 'ফুকনৰ কাব্যত এনে এক সমৃদ্ধি আৰু পূৰ্ণতা উপলব্ধি কৰোঁ, যি আমাৰ হৃদয়-মনত এক স্পন্দিত তন্ময়তা — এক বাঙ্ময় নীৰৱতা সঞ্চাৰ কৰে।'

ভাৰতীয় সাহিত্যত বিশিষ্ট আসন দখল কৰা নীলমণি ফুকনৰ কবিতা বিভিন্ন ভাষালৈ অনূদিত হৈছে। সাহিত্য অকাডেমিয়ে তেওঁৰ কবিতাৰ ইংৰাজী অনুবাদৰ সংকলনো প্ৰকাশ কৰিছে। প্ৰকাশিত কেইবাটাও কবিতাৰ সংকলন থুপাই ২০০৬ চনত, 'নীলমণি ফুকনৰ সম্পূৰ্ণ-কবিতা' প্ৰকাশ পায়। আন এখন গুৰুত্বপূৰ্ণ সংকলন হ'ল ড° হীৰেন গোহাঁই সম্পাদিত 'সাগৰতলিৰ শঙ্খ'। কবিতাৰ জৰিয়তে মনুষ্যত্বৰ সন্ধান কৰা ফুকনে গাৰ্থিয়া লৰ্কাৰ উপৰি চীনা, জাপানী আৰু এই অঞ্চলৰ জনজাতীয় কবিতা অসমীয়ালৈ ভাঙিছে আৰু সংকলন আকাৰে প্ৰকাশ কৰিছে। শিল্পচৰ্চাক মনুষ্যত্বৰ নামান্তৰ বুলি বিশ্বাস কৰা নীলমণি ফুকনৰ 'লোক কল্পদৃষ্টি' নামৰ কিতাপখন অসমৰ লোককলাৰ বিষয়ে ৰচনা কৰা অমূল্য গ্ৰন্থ'। 'ৰূপ বৰ্ণ বাক', 'শিল্পকলা দৰ্শন' আৰু 'শিল্পকলাৰ উপলব্ধি আৰু আনন্দ' আদি তেওঁৰ শিল্প বিষয়ক আন কেইখনমান গ্ৰন্থ।

*নীলপৱন বৰুৱা* ই ১৯৩৬ চনত টীয়কত জন্ম গ্ৰহণ কৰে। তেওঁ শান্তি নিকেতনৰ পৰা চিত্ৰকলা বিষয়ত শিক্ষা লয়। ইয়াৰ উপৰিতেওঁ শ্ৰীনিকেতনত দুবছৰ মৃৎশিল্পৰ শিক্ষাও গ্ৰহণ কৰে। চৰকাৰী চাৰুকলা কাৰুকলা কলেজত কিছুদিন শিক্ষকতা কৰাৰ পিছত নীলপৱন বৰুৱাই অসম ফাইন আৰ্টছ এণ্ড ক্ৰাফ্ট্ ছ'চাইটি গঠন কৰি শিল্পচৰ্চাত মনোনিৱেশ কৰে।

দেশৰ বিভিন্ন ঠাইত নীলপৱন বৰুৱাৰ শিল্পকৰ্ম প্ৰদৰ্শিত হৈছে আৰু বিভিন্ন সংগ্ৰহতো তেওঁৰ চিত্ৰ আছে। বৰ্তমান তেওঁ গুৱাহাটীৰ বেলতলাৰ সৌৰভ নগৰৰ নিজ বাসভৱনত ল'ৰা-ছোৱালীৰ বাবে শিল্প শিক্ষাৰ প্ৰতিষ্ঠান এটা চলাই থকাৰ লগতে নিৰলসভাৱে ছবি আঁকি আছে। নীলপৱন বৰুৱাৰ সৃষ্টিৰ মান আৰু সংখ্যাই যিকোনো চিত্ৰৰসিককে তবধ মনাব।

*ৰং বং তেৰাঙ*ৰ ১৯৩৭ চনত কাৰ্বি আংলং জিলাৰ বকলীয়া ঘাটত জন্ম হয়। অসমীয়া বিষয়ত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰা তেৰাঙে ডিফু চৰকাৰী কলেজত অসমীয়াৰ অধ্যাপনা কৰি ২০০২ চনত অৱসৰ গ্ৰহণ কৰে। 'ৰং মিলিৰ হাঁহি' ৰ স্ৰষ্টা আৰু পাহাৰ-ভৈয়ামৰ সমন্বয়ৰ সেতু ৰং-বং তেৰাং পদ্মশ্ৰী আৰু ভালেমান সন্মানেৰে

সম্মানিত।

তেৰাঙে শ্ৰীমদ্ভাগৱতগীতা কাৰ্বিলৈ অনুবাদ কৰিছে। ত্ৰিভাষিক অভিধান 'কাৰবি লামতাচাম'ৰো তেওঁ প্ৰণেতা।

'নীলা অৰ্কিড', 'ক্ৰান্তিকালৰ অশ্ৰু' আৰু 'জাক হেৰুৱা পখী' আদি তেওঁৰ প্ৰকাশিত উপন্যাস। তেওঁৰ প্ৰকাশিত গল্প সংকলন হ'ল 'বন ফৰিঙৰ গীত'। 'কাৰবি সাধু', 'কাৰবি সাহিত্যত এভুমুকি' আৰু 'সমন্বয়' আদি তেওঁৰ আন প্ৰকাশিত গ্ৰন্থ। ডিফু নিবাসী ৰং বং তেৰাঙে বৰ্তমানে সৃষ্টিশীল কামৰ লগতে আন কামো কৰি আছে।

*বেণু মিশ্ৰ*ৰ জন্ম ১৯৩৯ চনত বৰপেটাত। তেওঁ গুৱাহাটীৰ কটন কলেজিয়েট স্কুলৰ পৰা মেট্ৰিক পাছ কৰি শান্তি নিকেতনৰ পৰা চিত্ৰকলা আৰু ভাস্কৰ্যত ১৯৬২ চনত ডিপ্ল'মা গ্ৰহণ কৰে। মিশ্ৰই কিছুকাল গুৱাহাটীৰ চৰকাৰী চাৰু কাৰু কলা কলেজত শিক্ষকতা কৰিছিল। দেশ-বিদেশত মিশ্ৰৰ শিল্পকৰ্ম প্ৰদৰ্শিত হৈছে। গুৱাহাটী আৰ্টিষ্ট গীল্ড গঠনৰ জৰিয়তে মিশ্ৰই শিল্পশিক্ষা প্ৰসাৰতো গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰে। চৰকাৰী চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰি মিশ্ৰই ৰাজ্যত ভালেকেইটা ভাস্কৰ্য নিৰ্মাণৰ কামো কৰিছে। শিল্পী গৰাকীৰ আত্মজীৱনীমূলক ৰচনা ধাৰাবাহিকভাৱে 'কথা' নামৰ আলোচনীখনত প্ৰকাশ পাই আছে। প্ৰতিভাশালী এইগৰাকী শিল্পী কাহিলীপাৰাৰ বাসিন্দা।

*চালেহা আহমেদ*ৰ জন্ম ১৯৪৯ চনত যোৰহাটত। তেওঁ শান্তি নিকেতনৰ পৰা ১৯৭২ চনত ভাস্কৰ্য বিষয়ত স্নাতক ডিগ্ৰী লাভ কৰে। ভাস্কৰ্য শিল্পী চালেহা আহমেদে দেশৰ বহু প্ৰদৰ্শনীত অংশ গ্ৰহণ কৰিছে। তেওঁৰ সৃষ্টিয়ে ভালেমান সন্মানো লাভ কৰিছে। যোৰহাটৰ বঙালপুখুৰীত চালেহা আহমেদৰ ঘৰ।